# সেউজী পাতৰ কাহিনী



ৰাস্না বৰুৱা




=চপলা সাহিত্য সদন=
পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান
পোষ্টবক্স নং ১, শ্বিলং

প্ৰকাশক
শ্ৰীবিভূভূষণ চৌধুৰী
অসমীয়া সাহিত্য মন্দিৰ
পোষ্টবক্স নং ১, শিলং

পৰিবেশক
চপলা বুক ষ্টল
শিলং : : অসম
[ ১৩৬-২-২-৬৩ ]

মুদ্ৰাকৰ
শ্ৰীপ্ৰভাতচন্দ্ৰ ৰায
শ্ৰীগৌৰাঙ্গ প্ৰেছ প্ৰাইভেট লিমিটেড
৫ চিন্তামণি দাস লেন
কলিকতা-৯

প্ৰথম সংস্কৰণ
ফেব্ৰুৱাৰী ১৯৫৯
দ্বিতীয় সংস্কৰণ
জুন ১৯৬৩

বেচ ৬·০০ ন. প.

..................

বাগিচাৰ কৰ্ম্মচাৰী

আৰু

বনুৱা মতা-তিৰোতা বন্ধু সকললৈ—

যিসকলৰ সান্নিধ্যৰ সৌভাগ্য

ঘটিছিল।

# প্ৰকাশকৰ নিবেদন

'সেউজী পাতৰ কাহিনী' পুৰণি লিখিকাৰ নতুন নামত ওলোৱা উপন্যাস। লিখিকাৰ মতে এইখন উপন্যাস নহয়— কাহিনীহে। যোৱা মহাসমৰৰ পূৰ্ব্বৰ কোনো এক কল্পিত বাগিচাৰ বনুৱাৰ জীৱন এই উপন্যাসত বৰ্ণোৱা হৈছে। এই বিষয়ে লিখিকাই কিমান সাৰ্থকতা লাভ কৰিছে, তাৰ যথাযথ বিচাৰ সহৃদয় পাঠকে কৰিব। অসমীয়া ভাষাত অৱশ্যে এনে বিষয়ৰ উপন্যাস বিৰল। সেই অভাৱ কিছু পৰিমাণে দূৰ কৰিব পাৰিব বুলিয়েই 'সেউজী পাতৰ কাহিনী' প্ৰকাশ কৰা হ'ল। ইতি

'বিজয়-বিহাৰ'
লাবান ; শ্বিলং

বিনীত
শ্ৰীবিভুভূষণ চৌধুৰী

# এক

"গাৰী ইয়াতে থাওক, বলা আমি খোজ লওঁ।" শিঙৰ ফ্ৰেমৰ সেউজীয়া আইনাৰ চচ্‌মাজোৰ লাহী আঙুলি কেইটাৰ আগত ঘূৰাই ঘূৰাই মেমগৰাকীয়ে কলে—ইংৰাজীত। আঁঠুলৈকে পৰা ৰঙা স্কাৰ্টৰ ওপৰত কোমল কলপতীয়া ৰঙৰ ব্লাউজ পিন্ধা মেম গৰাকীয়ে গোলাপী বোলৰ চিল্কৰ মোজা পিন্ধা ভৰি ছুটা ৰঙা জোতাৰ মাজত সুমুৱাই আলি-কাষত থিয়া-থি কৰি আছিল।

"আৰু কেই মাইল আছে, জানা?" মটৰৰ বনেট খুলি ইঞ্জিনটো পৰীক্ষা কৰা অৱস্থাৰপৰাই চাহাবজনে উত্তৰ দিলে।

"কেই মাইল?" সৰ্পিল ভঙ্গিত একাবেঁকা হৈ চুচৰি যোৱা ঘাটটোৰ বহুত দূৰলৈকে চাই নিজে নিজেই দূৰত্ব অনুমান কৰিবলৈ চেষ্টা কৰিলে।

"পোন্ধৰ মাইল অন্ততঃ।" ইঞ্জিনত পৰা ৰেঞ্চৰ ঠং ঠং শব্দৰ লগত উত্তৰ আহিল।

"ৰাতিটো গছৰ তলত কটাম; বেচ্ ফূৰ্তি হব।" মেমৰ মুখত হাঁহি বিৰিঙিল।

"ৰাতিপুৱা হাড়-গূৰৰ চিন্ চাব নোথাকিব।" নিৰ্লিপ্তভাৱে চাহাবে কলে।

"কিয়?"

কপট কুটিল চাহনিৰে চাহাবে উত্তৰ দিলে, "বাঘৰ মাজনিশাত আহাৰ হবা।"

মেমৰ গা চম্‌চমাই গ'ল। শঙ্কিতভাৱে পিছপিনৰ জাৰণিলৈ চাওঁ নেচাওঁকৈ ঘূৰি চালে। দীঘল দৈত্যৰ দৰে গছবোৰে ভৰিৰপৰা মূৰলৈকে গা-মূৰ মুলিওৱাকৈ মুৰিয়ামুৰি কৰি থকা সাপ-সদৃশ লতাৰে মেৰ খাই আছে। ওখ ওখ গছবোৰৰ শিৰত ক্লান্ত সূৰ্য্যৰ অন্তিম পোহৰজাকে থমকি ৰৈ থৰথৰকৈ কঁপিছে। চাৰিওপিনে জিলিৰ আতঙ্কৰ আৰ্ত্তনাদ। শুকান সৰা পাতৰ সৰ সৰ শব্দৰ লগত বতাহৰ সোঁ সোঁৱনি মিহলি হৈ করুণ বিননি ধ্বনিত হৈছে। চাহাবৰ এষাৰ কথাই মেমৰ মনত অলেখ ভয়াবহ চিত্ৰৰ সৃষ্টি কৰিলে। বিশ্বাস কৰিও বিশ্বাস নজন্মাৰ ভাৱত সুধিলে, "ইয়াত বাঘ আছে ?"

"অসমৰ জংঘলত বাঘ নেথাকি পিকাডেলিৰ গাভৰু থাকিব ?" ইঞ্জিনৰপৰা মূৰ নেডাঙিয়েই উত্তৰ দিলে।

"তোমাৰ উত্তৰ সদায় আওপকীয়া।" মেমৰ কণ্ঠত বিৰক্তি আৰু অসন্তোষৰ সুৰ।

"ভাগ্য সুপ্ৰসন্ন হলে বনৰীয়া হাতীৰ পিঠিত উঠিবলৈও পাবা।" ইঞ্জিনৰপৰা হাত এৰি কঁকালটো পোনাই পৰিহাস দৃষ্টিৰে মেমলৈ চালে।

"হাতীও আছে ? নহয়, নহয় ডাৰ্লিং, তেনে কথা নকবা বিশ্বাস নকৰোঁ।" লেনীয়া মাতেৰে মাতিলে ; কণ্ঠত আতঙ্ক।

"আজি নিশা বাটত সাক্ষাত নহলেই ৰক্ষা।" চাহাবে পুনৰ ইঞ্জিন ভাল কৰিবলৈ লাগিল।

"মোক কি ভয় খুৱাবা ? অসমৰ জংঘলত বনৰীয়া জন্তুৰ

লগত সাক্ষাতৰ সৌভাগ্য হব বুলিয়েইতো তোমাৰ লগত আহিবলৈ সম্মত হৈছিলো।” কথাৰ লগে লগে মেম গৰাকীয়ে বাটৰ কাষৰপৰা চাহাবৰ ওচৰ চাপিল।

“সঁচা কথা; যোৱা সপ্তাহত বনৰীয়া হাতীয়ে তৰাজুলি বাগিছাৰ কলঘৰ ভাঙি পহৰাৱালাক গছকি মাৰি গৈছে।”

চাহাবে ঘূৰি চালে; মেমৰ চকু মুখ মহৰ গাখীৰৰ ছামনিৰ দৰে ভয়ত ঈষত হালধীয়া হৈছে। পুৰুষোচিত গৰ্ব্বেৰে চাহাবে কলে, “ভয় নাই; ৰাতি বাটত খপিব লগা নহব। দোষ ধৰা পৰিছে—গাৰী এতিয়াই ভাল হব। ৰোগ নিৰূপণ হলে ঔষধৰ ব্যৱস্থা কিমান পৰ?”

কথাৰ লগে লগে চাহাবে ইঞ্জিনৰ প্লাগৰ তাঁৰবোৰ যেঞ্চেৰে কঁচিবলৈ লাগিল। তাৰমিৰ্নেল ঢিলা হৈছে বুলি তন্ন তন্নকৈ অঁজুৰি পিজুৰি চালে। মেম গৰাকীয়ে চান-গ্লাচজোৰ ফ্ৰকৰ পকেটত সুমুৱাই নিৰ্ব্বিকাৰভাৱে চিগাৰেটৰ ধোঁৱা উৰুৱালে।

সন্ধিয়া লাগোঁ লাগোঁ। হাতত টোপোলা এটাৰে লৰা এটা মটৰৰ কাষ চাপিল। বয়স লৰালিৰপৰা ডেকা অৱস্থা প্ৰাপ্তিৰ পথত; সুঠাম শৰীৰ। ৰঙা শেলৰ ধুতীৰ ওপৰত নীলা কামিজ। সেওঁটাতো এফলীয়াকৈ ফলাত টুপটুপীয়া মুখখন সন্ধিয়াৰ ৰঙচুৱা পোহৰত ওলাই পৰিছে। এখোজ দুখোজকৈ মটৰৰ মুখখনৰ কাষ চাপি চাহাবেনো কি কৰিছে আলেখলেখ বুজিবলৈ জুমাজুমি কৰিলে। চাহাবে আগন্তুকৰ উমান পাই

ইঞ্জিনৰপৰা মূৰ তুলি চালে। তাৰ মুখত কোমল ভাব; চকু দুটাত নির্দ্দোষ চাহনি।

"কলৈ যাবি ?" পেণ্টৰ জেপৰপৰা উলিওৱা ৰুমালত মলিয়ন হাত দুখন মছি চাহাবে সুধিলে।

"সৌ বাগিচালৈ ?" দূৰৈৰ অনির্দ্দিষ্ট নেদেখা বাগিচাৰ পিনে আঙুলিয়াই লৰাটোৱে কওঁ নকওঁকৈ উত্তৰ দিলে।

"তাত ঘৰ ?"

"ওহোঁ।" মূৰ জোকাৰিলে।

"কেলৈ যাব ?"

"কাম বিচাৰি যাওঁ।"

"কি কাম কৰিবি ?"

"জানো কি কাম পাওঁ।" চাহাবৰ লগত কথা পতাৰ লগে লগে লৰাটোৰ সাহস বাঢ়িল। সি একেবাৰে কাষ চাপি তললৈ মূৰ ডোঁৱাই মটৰৰ ইঞ্জিনটো লক্ষ্য কৰোতে কাষলতিৰে টোপোলাটো হেচি ধৰিলে।

"মোৰ বাগিচাত চাকৰি কৰিবি ?"

বিশ্বাস অবিশ্বাস মিহলি চকুৰে লৰাটোৱে খুৰবে কাটি চিতৰা পথৰা কৰা চাহাবৰ মুখলৈ চাই কওঁ নকওঁকৈ কলে, "কৰিম।"

"আহ্; ওচৰলৈ আহ্।" তাৰমিনেলৰ পইণ্ট কেইটা টানি চেল্ফষ্টাৰ্টৰ তাঁৰৰ জইন্তত হাত থৈ চাহাবে মূৰ জোকাৰি লৰাটোক কাষলৈ মাতিলে।

"এই তাঁৰ দুডাল হেচি ধৰিবি; মই তলৰ নট টান কৰিম।"

নিজৰ হাতেৰে লৰাটোৰ সোঁ হাতটো ধৰি তাঁৰ ছুডালত লগাই কেনেকৈ হেঁচি ধৰিব লাগে হাতে কামে বুজালে।

"এই ৰকম ডবাবি······ওহোঁ, ওহোঁ; তাঁৰ লৰচৰ নকৰিবি। যেনে আছে তেনেই ডবাবি।"

নিৰ্দ্দেশ মতে হেচি ধৰাত চাহাবে কলে, "অ' অ', ঠিক হৈছে। মই এৰিবলৈ নোকোৱালৈকে হেচি থাকিবি।"

সৰু হাতুৰিটো হাতত লৈ সুতুককৰে গাড়ীৰ তলত সোমাই চাহাবে দীঘল দিলে। হাতুৰিৰ ঠুং ঠাং শব্দৰ লগত নিৰ্দ্দেশ আহিল, "ধৰি থাকিবি; তাঁৰ ছুডাল লৰচৰ হবলৈ নিদিবি।"

মুখৰ চিগাৰেটটো দলিয়াই মেমেও লৰাটোক সহায় কৰিবলৈ আগবাঢ়ি আহিল। জীৱনত সি চাহাব মেমৰ কেতিয়াও ইমান কাষ চপা নাই; মেমৰ গাত তাৰ মলিয়ন দেহটো লাগে বুলি নিজৰ অজ্ঞাতসাৰেই কিছু আঁতৰিল। তাৰ ইতস্ততৰ কাৰণ বুজিব পাৰি চকুৰ কোণৰ হাঁহিৰে মেমে সস্নেহে চালে। মেমৰ শৰীৰৰ সুঘ্ৰাণে আৰু মৰমৰ হাঁহিয়ে তাক মুহুৰ্ত্তলৈ মোহাচ্ছন্ন কৰিলে। লৰাটোৰ হাত কঁপিল; তাঁৰ হাত স্থানচ্যুত হ'ল!

"নৰলাবি, নৰলাবি; ঠিক কৈ ধৰি থাক।" তলৰপৰা অহা নিৰ্দ্দেশত তাৰ মূৰ্চ্ছা ভাঙিল। তাঁৰ ছুডাল পুনৰ যথাস্থানত হেঁচা মাৰি ধৰি সি চিঞৰিলে, "এৰাল, এৰাল; সোঁ পিনৰ তাঁৰ ডাল এৰাল।"

"এলি, চোৱা, কি হৈছে।" তলৰপৰা চাহাবে মাত দিলে।

"সৰু তাঁৰডাল ছিঙিল হবলা।" ইঞ্জিনটোৰ চাৰিওপিনে চকু ফুৰাই মেমে মন্তব্য কৰিলে।

"টৰ্চ্চটো আনি চোঁৱা ; পিছুৰ চিটত আছে।"

টৰ্চ্চটো আনি টিপা মাৰি ধৰি আকৌ এবাৰ ইঞ্জিনটোৰ কাষৰ যন্ত্ৰ-পাতিলৈ চাই মেমে কলে, "সৰু তাঁৰ এডাল ছিঙ্গিছে।"

ইঞ্জিনৰ তলৰপৰা ওলাই চাহাবে নিজেই টৰ্চ্চৰ পোহৰত পৰীক্ষা কৰিলে। ইঞ্জিনৰ কাষৰ ইডাল সিডাল তাঁৰত হাত দি নিজে নিজেই কলে, "ওঁ, বুজিছোঁ।" মেমৰ পিনে চাই কলে, "চাওঁ তোমাৰ চুলিত মৰা পিন এটা দিয়া।"

মৃদু বতাহত উৰি ফুৰা মেমৰ চুলিৰ পৰা বেঁকা পিন এটা লৈ দাঁতেৰে কামুৰি পোন কৰিলে ; প্লাগৰ তাঁৰডালৰপৰা এৰাই যোৱা ৰবৰৰ নলিচাডালত পোনাই লোৱা পিনটোৰে টানকৈ বান্ধ এটা দি চাহাব পুনৰ গাৰীৰ তলত সোমাল। আকৌ ঠং ঠং শব্দ। অলপ পিচত তলৰপৰা উঠি আহি ড্ৰাইভাৰৰ আসনত বহি চেল্‌ফ ষ্টাৰ্টাৰৰ চুইচ্ টিপিলে। ধপ্ ধপ্ শব্দ হৈ হঠাতে বন্ধ হ'ল ; আকৌ ছাবি ঘূৰালে। এইবাৰ ষ্টাৰ্ট হ'ল। 'ঠিক হ'ল' আপোনা-আপুনি মুখৰপৰা ওলাল। ছাবি বন্ধ কৰি গাৰীৰপৰা চাহাব নামিল। টৰ্চ্চ জ্বলাই ইঞ্জিনৰ ওচৰত পৰি থকা সা-সৰঞ্জামসমূহ বুটলি ললে ; দুই হাতেৰে

হেঁচা মাৰি বনেটখন বন্ধ কৰিলে। মটৰৰ তলত কিবা সঁজুলি পৰি আছে বুলি টৰ্চ্চৰ পোহৰ পেলাই আকৌ এবাৰ চালে। পৰি থকা সকলোবোৰ সঁজুলি সংগ্ৰহ কৰি লৰাটোৰ হাতত দিলে ; পিছ পিনৰ বাকচত লৰাটোয়ে যন্ত্ৰ পাতিবোৰ থোৱাৰ লগে লগে ঘটং কৈ শব্দ কৰি ঢাকোন জপাই ছাবি মাৰিলে।

"ঠিক হ'ল ; আধা ঘণ্টাত বঙলা পাম। চাওঁ চিগাৰেট।" ৰুমালেৰে হাত মছি মছি মেমৰ কাষত থিয় হ'ল। দুই ওঁঠৰ মাজত চিগাৰেটটো গুজি দি মেমে নিজেই জ্বলাইও দিলে। দিয়াচলাইৰ ভমককৈ জ্বলি উঠা পোহৰত দেখিলে—চাহাবৰ গালে মুখে ঘাম ; কামিজ আৰু পেণ্টত মবিলৰ মটীয়া বৰণীয়া ক'লা চেক। চিগাৰেটৰ ধোঁৱাৰ লগতে চাহাবৰ সকলো পৰিশ্ৰম অৱসাদ ক্লান্তি আঁতৰিল। পেণ্ট-চাৰ্টৰ ধূলি-মাকতি হাতেৰে চপৰিয়াই চপৰিয়াই কলে, "লৰালৰি কৰা, বহুত ৰাতি হ'ল। বাটত পুনৰ দিগ্‌দাৰ নহলেই ৰক্ষা।"

টৰ্চ্চৰ পোহৰত নিৰাভৰণ হাতত বন্ধা ঘড়ীলৈ চাই মেমে উত্তৰ দিলে, "ন বাজি ওঠৰ মিনিট।"

দুয়ো গাৰীত উঠিল। পিছপিনৰ সোঁ দুৱাৰ-খন মেলি ধৰি লৰাটোলৈ চাই মাতিলে "উঠ ; বহ।"

ভয়ে ভয়ে লৰাটো টোপোলাটোৰে সৈতে পিছৰ আসনত বহিল। চাহাবে দৰ্জ্জা বন্ধ কৰিলে—মৃদু গতিত মটৰ লৰিল : মাজে মাজে নাঁকি স্মুৰত বাজিল সতৰ্কতাৰ পোঁ পোঁ শব্দ।

নাহৰনি বাগিছাৰ মেনেজাৰ ৰাউন্টি মিলাৰ আৰু তেওঁৰ

ঘৈণীয়েক এলি চেইমুৰ। মিলাৰে নাহৰনিত কাম কৰা কেইবা বছৰো হৈছে; অসমীয়া বঢ়িয়াকৈ কব পাৰে। দুবছৰৰ আগেয়ে ছুটীত বিলাতলৈ যাওঁতে এলি-চেইমুৰৰ লগত বিয়া হয়। গিৰিয়েক ঘৈণীয়েকৰ মাজত বয়সৰ ব্যৱধান অধিক, অলপ লক্ষ্য কৰিলেই মন কৰিব পাৰি। দুয়ো আমগুৰি বাগিছাৰ মেনেজাৰৰ ঘৰত দুপৰীয়াৰ ভোজ-ভাতৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ গৈছিল। ভাত খোৱাৰ পিচত তাচ খেল, তাৰ পিচত চাহৰ পৰ্ব্ব। আমগুৰি বাগিচাৰ মেমক লগ পালে মিলাৰে তাচৰ পৰা উঠিবই নোখোজে—মদ খোৱাৰো মাত্ৰা চৰে। ওভোতোতে পলম হোৱা স্বাভাবিক; তাতে লোকেলবোৰ্ডৰ ৰাস্তা। প্ৰতি বছৰেই ঠিকাদাৰে মেৰামতি কৰে, নতুন মাটী দিয়ে; কিন্তু আলিৰ কাষৰ যি ফালৰ পৰা মাটী তোলা বুলি বিল কৰে সেই ফালৰ গভীৰতা সদায়ে অপৰিবৰ্ত্তিত থাকে। ফলত নতুন গাঁত গঢ়ি উঠে বাটৰ বুকুত। খলা-বমা লোকেলবোৰ্ডৰ আলিত চল্লিছ মাইল গতিত মটৰ চলোৱাৰ ফলত ঘটিল এই সামান্য দুৰ্ঘটনা।

কিছু সময় কাৰো মুখত সাৰি-শব্দ নাই। মাথো বতাহৰ সোঁ সোঁৱনি, জিলিৰ বিৰামহীন চি-চিঞৰনি। বাটৰ ওখ-চাপৰলৈ লক্ষ্য কৰি মিলাৰে সন্তৰ্পণে ষ্টিয়াৰিং ঘূৰালে।

"চালাক লৰা; সিহে দোষটো দেখুৱালে।" এক্‌চিলেটৰৰ ওপৰৰ সোঁ ভৰিৰ হেঁচাটো ধীৰে ধীৰে কমাই পিছত বহা লৰাটোক উদ্দেশ্য কৰি সুধিলে,

"এই, আগেয়ে কৰবাত মটৰৰ কাম কৰিছিলি ?"

"নাই কৰা।" মূৰটো আগলৈ হলাই উত্তৰ দিলে

"তোৰ নাম কি ?"

"নৰেশ্বৰ।"

"ক'ত ঘৰ ?"

"আমগুৰিত।" কিছু সময় ৰৈ উত্তৰটো দিলে।

"মাৰ-বাপেৰ আছে ?"

"ওহোঁ।" উত্তৰৰ লগে লগে মূৰটো ঘূৰোৱাত বুকুৰ কঁপনি উঠিল। মাতটো কঁপা কঁপা, প্ৰশ্নটোয়ে বেজাৰৰ কথা মনত পেলালে অনুমান কৰি অনুকম্পাৰে চাহাবে কলে, "ভয় নাই ; বাগিচাত কাম দিম।"

একৃচিলেটৰত পুনৰ জোৰকৈ ভৰিৰ হেচা পৰিল ; গাৰীৰ বেগ বেচি হ'ল। বাটৰ কেঁকুৰিটো পোৱাৰ লগে লগে মটৰৰ সঙ্কেত ধ্বনি বাজি উঠিল। অকস্মাতে শুকানী ফৰিং এজনীয়ে আহি মটৰৰ গতিৰ বতাহত ঢৌ-খেলা মিচেচ মিলাৰৰ চুলিৰ মাজত সোমাল ; মিচেচ মিলাৰে আৰ্ত্তনাদ কৰি আঁওৰীয়া বেমাৰীৰ দৰে মূৰ নচুৱাবলৈ ধৰিলে। চাহাবে গাৰীৰ গতি হঠাতে কমালে। গাৰীৰ ভিতৰত ফৰিংটো সোমোৱা নৰেশ্বৰে লক্ষ্য কৰিছিল ; মেমৰ চিঞৰত সচেতন হৈ সি বহা আসনৰপৰা আগুৱাই গৈ মিচেচ মিলাৰৰ চুলিৰ মাজত বন্দী হোৱা ফৰিংটো আঁজুৰি উলিয়াই বাহিৰলৈ উৰাই দিলে।

"ধন্যবাদ ; বৰ বুদ্ধিয়ক।" মিচেচ মিলাৰে পিছলৈ চাই

হাঁহিৰে কৃতজ্ঞতা প্ৰকাশ কৰিলে। গিৰিয়েকৰ কাষলৈ চুচৰি গৈ কলে, "লৰাটো পছন্দ হৈছে; মোৰ বয়ৰ কাম কৰিব।"

"বেচ্।"

মটৰৰ হেড্লাইটৰ পোহৰ আলিটোৰ লগে লগে আগবাঢ়ি গৈছে; মিচেচ মিলাৰে উত্ৰাৱল হৈ আকৌ চিঞৰিলে, "চোঁৱা চোঁৱা, শহা।"

হেড্লাইটৰ চোকা পোহৰে চকু চমক মাৰি ধৰাত শহা পহুটো মাজ বাটতে বহি ৰল।

"স্পিড দিলেই গাৰীৰ তলত পৰিব।" মিলাৰে কলে।

ষ্টিয়াৰিং ধৰি থকা মিলাৰৰ হাত দুখনত হাত থৈ মিচেচ মিলাৰে অনুনয়ৰ সুৰত কলে,—"নহয়, নহয়, মূৰ্খামি নকৰিবা। শহা চেপিবলৈ যাওঁতে পুনৰ মটৰ অচল হব। শহাৰ মাংস খায়ো সুখ নাই।"

শহাটোক এফলীয়া কৰি যাওঁতে গাৰী প্ৰায় কাষৰ খাৱৈত পৰোঁ পৰোঁ। আগন্তুক বিপদৰপৰা কথমপি ৰক্ষা পাই মিচেচ মিলাৰে দীৰ্ঘ নিশ্বাস টানিলে; সেমেকা বতাহে আউল লগোৱা চুলি কেইডাল হাতেৰে সামৰি স্বস্তিত চকু জপালে।

পিছৰ আসনত নৰেশ্বৰ অকলে—তাৰ চকু-মুখত ব্যগ্ৰ উৎসুক; গাৰীৰ চাকাৰ ঘূৰণিত তাৰ মূৰটোও যেন ঘূৰিল। পক্ষীৰাজ ঘোঁৰাত উঠি সি স্বৰ্গৰাজ্যলৈ যাত্ৰা কৰিছে—দেৱ-দেৱীৰ লগত—তন্দ্ৰাকাতৰ নৰেশ্বৰৰ মনৰ কল্পনা।

## দুই

আগ-গুৰি নভবা নিচিন্তাকৈ নিজৰ আচল নামটো চাহাবক কৈ নৰেশ্বৰ প্ৰথমতে বিব্ৰত হৈছিল। কিন্তু পিছ মুহূৰ্ত্ততে নিজক সংযত কৰি চাহাবৰ বাকীবোৰ প্ৰশ্নৰ মনেগঢ়া উত্তৰ দি গল। নৰেশ্বৰহঁতৰ গাঁৱৰ নাম আমগুৰি নহয়; ওজাৰ গাওঁহে। ওজাৰ গাৱঁৰ মাজেদি বৈ যোৱা নৈ খনৰ ওপৰৰ দলংখনৰ নাম ওজাৰ দলং। গাঁৱলৈ ওলোৱা সোমোৱা আলিটোৰ নাম ওজাৰ আলি। ওজাৰ পুখুৰী নামৰ আহল-বহল শিলেৰে পাৰ বন্ধোৱা পুখুৰী এটাও আছে।, গাঁৱৰ বোৱাৰী জীয়াৰীয়ে হাঁহি খিকিন্দালি কৰি পুৱা-গধূলি আজিও সেই পাৰবন্ধা পুখুৰীৰপৰা বন্ধা-বঢ়াৰ পানী কঢ়িয়ায়। বাৰেটি মাহ ওজাৰ পুখুৰীৰ পানী অটুট থাকে; ফটিকৰ ধাৰ হেন পুখুৰীটোৰ পানী জাৰ-জহত নকমেও নেবাঢ়েও। পুখুৰীৰপৰা দলিটোমান দূৰতে ওজাৰ ভেটি। ওজাৰ হাউলি পূৰ্ব্বে কেইবা হালিচা মাটি জুৰি আছিল; বৰ্ত্তমান তামোল-পানেৰে আবৰি থকা অকণমান বাৰিখনতহে তাৰ অৱশিষ্ট বৈছেগৈ। তাতে নৰেশ্বৰৰ বাপেক দেৱেশ্বৰৰ ঘৰ। আজোককাক ককাকহঁতৰ দৰে দেৱেশ্বৰৰ উপাধি আজিকালি ওজা নহয়; বাপেক মহেশ্বৰৰ দিনতে হাজৰিকালৈ সলনি হল।

অথচ ওজাৰ ঘৰ বুলিয়েই দেৱেশ্বৰৰ পূৰ্ব্ব পুৰুষসকলে খ্যাতি অৰ্জ্জন কৰিছিল। সেই নামযশৰ কাহিনী গঞাঁৰ মেলত

এতিয়া সাধুকথাত পৰিণত হৈছে—সঁচা-মিছাৰে অতিৰঞ্জিত হৈ। সেই দিনত গাঁৱত বৈদ্য-কবিৰাজ নাছিল। ওজাই বেজ, বেজেই কবিৰাজ; অৰ্থাৎ জৰা-ফুকা মন্ত্ৰ সাধনৰ লগে লগে বেজে বংশ পৰম্পৰা চলি অহা বন-দৰবৰ দিহাও কৰিছিল। দেৱেশ্বৰৰ পূৰ্ব্ব-পুৰুষ হৰেশ্বৰে বেজালিৰ লগতে বন দৰবৰ ব্যৱস্থা দিছিল। হৰেশ্বৰে আৰোগ্য কৰিব নোৱাৰা ব্যাধিয়েই নাছিল; যদি কোনো দুৰাৰোগ্য আছিল, সি বৈদ্য-ধনন্তৰীৰো অসাধ্য। গাঁৱৰ মূৰৰ শ্মশানত অমাৱস্যা নিশা শব-সাধন কৰি হৰেশ্বৰে সিদ্ধি লাভ কৰিছিল বুলিও মানুহে ভাবিছিল।

আহোম স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত তেওঁৰ হাত ধৰা লিগিৰী ৰংদৈৰ একমাত্ৰ সন্তানক সাপে খোটে। ৰংদৈয়ে কান্দি-কাটি গগন বিদাৰি স্বৰ্গদেৱক মিনতি জনালে—দেশৰ যি কোনো ঠাইৰপৰা বেজ-বৈদ্য আনি লৰাটো জীয়াব লাগে। লৰাই প্ৰাণ নেপালে মাককো একেলগে মৈদামত পুতিব লাগিব। ৰংদৈ স্বৰ্গদেৱৰ হাত-বাত কৰা চেনেহৰ লিগিৰী; স্বৰ্গদেৱে মৰম-বেথা কৰি ৰংদৈক সোণৰ খাৰু পিন্ধিবলৈ অনুমতি দিছিল। তেনে গৰাকী ৰূপহী লিগিৰীৰ বিপদত স্বৰ্গদেৱে সহায় নকৰাকৈ থাকে কেনেকৈ? স্বৰ্গদেৱৰ আদেশ বিজুলী সঞ্চাৰে চাৰিওদিশে প্ৰচাৰ হ'ল। চাওঁতে চাওঁতে নানা ঠাইৰপৰা বেজ-জ্ঞানী ৰংদৈৰ ভিতৰ চোতালত গোট খালেহি; জৰা-ফুকা পূজা-পাতল ৰাজকীয় সমাৰোহৰেই আৰম্ভ হ'ল। কিন্তু নিৰ্জ্জীৱ দেহত প্ৰাণ সঞ্চাৰৰ কোনো প্ৰমাণেই নোলাল!

## সেউজী পাতৰ কাহিনী

ইকাণ-সিকাণ বাগৰি সহস্ৰকাণ হৈ হৰেশ্বৰ ওজাৰ সিদ্ধিৰ গুণাৱলী ৰাজ কাৰেং ওলালগৈ। হৰেশ্বৰৰ দৰে ওজা ভূ-ভাৰত্তত নাই—সাপে খুটি তিনি দিন প্ৰাণহীন হৈ থকা শুকান দেহলৈ হৰেশ্বৰে প্ৰাণ আনিছে। শ্মশানৰ সন্ন্যাসীৰপৰা পোৱা হৰেশ্বৰৰ সাপ-মন্ত্ৰ অব্যৰ্থ। বতাহৰ দৰে বাতৰিটো পোৱাৰ লগে লগে ক্ষণ বিলম্ব নকৰি ঘোঁৰাৰে হৰেশ্বৰ ওজাক আনিবলৈ বিষয়া পঠোৱা হল। বিষয়াৰ আদেশ শুনি হৰেশ্বৰৰ চুলিৰ আগে ধাতু গ'ল। জৰা-ফুকা বৃত্তি ধৰি হৰেশ্বৰে কোনোমতে পেট-প্ৰৱৰ্ত্তাই আছে, সঁচা কথা ; সাপে খোটা মানুহক মাজে সময়ে জীয়াইছেও—মন্ত্ৰৰ গুণতকৈ দৈৱৰ বলত নিজেও বুজিব নোৱাৰে। তথাপি ৰজাৰ ওচৰলৈ যাবলৈ ভয় ; ৰাজ কাৰেঙত ইহ্ বুলিলেই বিহ। লিগিৰীৰ পুতেকৰ দেহলৈ প্ৰাণ আনিব পাৰিলে ভালেই ; কিন্তু যদি নোৱাৰে? এই কিন্তু টোৱেই ধুমুহাত আঁহত গছৰ পাত কপোৱাদি হৰেশ্বৰৰ অন্তৰ কঁপালে। আগ বাঢ়িলে অগ্নিৰ ভয়, পাছ হুহঁকিলে পানীৰ ভয়। অগত্যা সৰ্ব্বশক্তি মহামায়াৰ নাম স্মৰি হাতত বেজালী পুথিৰ জোলোঙাটো লৈ হৰেশ্বৰে যাত্ৰা কৰিলে।

ৰাজহাউলিৰ এচুকত ৰংদৈৰ চোতাল। মুগাৰ কানি-কাপোৰ পিন্ধাই ফুলাম পাটীত লিগিৰীৰ লৰাক শুৱাই থোৱা হৈছে ; চাৰিওকাষে শাৰী পাতি মতা-তিৰোতাই কিনো অলৌকিক ঘটে তাকে চাবলৈ ব্যগ্ৰ হৈ আছে। চোতালৰ কাষে কাষে ভাগে ভাগে পূজা-পাতলৰ ব্যৱস্থা হৈছিল।

কঁপালত বহল চন্দনৰ ফোট, কঁকালত ৰঙা চুৰিয়া হাতত জোলোঙাটো লৈ হৰেশ্বৰ মৃতকৰ কাষ চাপিল। জোলোঙাৰপৰা ৰঙা জবা ফুল এপাহি উলিয়াই লৰাটোৰ মূৰত থলে; সাপে খোঁটা ভৰিটোত আগতে বান্ধ এটা দিয়া আছিল; হৰেশ্বৰে অন্য এটা বান্ধ কৰঙ্গনৰ ওচৰত দিলে। দুটা মলাত এৰা গাখীৰ অনাই ঢাৰীৰ কাষতে থোৱালে। ৰঙা আঁচু সুতাৰে দুয়োটা মলা সাপৰ ধাৰণী মন্ত্ৰেৰে বান্ধিলে। সাপে খোটা এবাতি এদিন শেষ হওঁ হওঁ; সাপ বহু দূৰলৈ গৈছে; মন্ত্ৰৰ প্ৰভাৱত ৰাতিৰ ভিতৰতে ওভোতাই আনিব নোৱাৰিলে লৰাটোক জীওৱা কঠিন। তথাপি ওজাই শক্তি থাকে মানে ভক্তি কৰি চাবলৈ ওলাল।

লৰাটিৰ মূৰত হাত থৈ হৰেশ্বৰে মন্ত্ৰ মাতিলে। প্ৰথমে উচ্চ স্বৰে, তাৰ পিচত গুণ-গুণাই। কোনো সময়ত ওঠ-মুখৰ কঁপনিৰ পৰাহে মন্ত্ৰ উচ্চাৰণ কৰা বুলি অনুমান কৰিব পাৰি। সন্ধিয়াৰ লগেলগে মন্ত্ৰ আওঁৰাইছে—আকাশত ভেতিয়া মাথোন দুটা এটাহে তৰা ওলাইছিল। চাওঁতে চাওঁতে চ'ত মহীয়া আকাশত ফুল বছা সম্পূৰ্ণ হ'ল; কাষত দেখা দিয়া জোনটোয় বগুৱা বাই বাই থূলপত্তা তৰাৰ মাজত সোমাল। টোপনিত লাল-কাল দি দুই এটাকৈ তৰাই চকু মুদিলে; জোনবাই ঢলি কাষলৈ বাগৰি পৰিল। চোতালত গোটখোৱা মানুহৰ চকুতো তন্দ্ৰা তন্দ্ৰা ভাব।

অস্বস্তিকৰ নিস্তব্ধতাৰ মাজত হৰেশ্বৰ ওজাৰ মুখৰপৰা

বিৰবিৰকৈ ওলোৱা মন্ত্ৰই ভয়ৰ সৃষ্টি কৰিলে। মাজে মাজে তেওঁৰ দীঘল ফুয়ে তন্দ্ৰাতুৰ দৰ্শকৰ জাপ যোৱা চকুৰ পাতিও চক খুৱাই মুকলি কৰি দিছিল। পাটীৰ কাষতে আউলি-বাউলিকৈ পৰি-থকা ৰংদৈও মাজে মাজে উচপ খাই উঠিছে। মাজ নিশাৰ গহীন আন্ধাৰৰ মাজত ক্লান্তি অৱসাদ আশঙ্কা মূৰ্ত্ত হৈ পৰিছে; সকলো স্তব্ধতা ভাঙ্গি হঠাতে দ্ৰুত গতিত শব্দ হ'ল—সৰ্ সৰ্ সৰ্। দৰ্শকৰ মাজেদি শৰ পাতৰ দৰে প্ৰবল বেগেৰে কিবা এটাই আহি পাটীৰ চাৰিওকাষে চক্ৰকাৰত ঘূৰিবলৈ ধৰিলে। বিস্ময় বিমূঢ় হৈ ৰংদৈ উঠি বহিল; চাৰিওকাষৰ দৰ্শক, সাধকৰ স্তব্ধতাৰে শব্দহীন উৎকণ্ঠাত নিৰ্ব্বাক হৈ ৰ'ল। ওজাৰ মন্ত্ৰ উচ্চাৰণৰ স্বৰ কঠোৰ হ'ল; দ্ৰুতও হ'ল। কিচকিচকৈ কলা ফৈ-ৰ দৰে শকত দীঘল জীৱ-টোৱে পাটীৰ চাৰিও কাষে ঘূৰি ঘূৰি মলা এটাত আধাৰি পকাই ওজাৰ মন্ত্ৰ উচ্চাৰণৰ তালে তালে ফেট নচুৱাই নাচিবলৈ ললে। অকস্মাতে এবাৰ গাখীৰৰ মলাত খোঁট মাৰিলে। ওজাই ডিঙি মেলি চালে—গাখীৰে কেঁহৰাজ পাতৰ বৰণ লৈছে। সন্তৰ্পনে ওজাই লৰাটিৰ কপালত হাত দিলে। বহাগৰ ন-পানীৰ দৰে শীতল দেহত উম অহা অনুমান হ'ল। ওজাৰ চকু ভমককৈ উজ্বলি উঠিল—আশাৰ শলিতাত যেন নতুন তেল পৰিল। ওজাই সাপটোৰ পিনে মুখ ঘূৰাই নিৰ্দ্দেশৰ সুৰত মন্ত্ৰ মাতিলে; বহলকৈ মেলি দিয়া ফণা লাহে লাহে নমাই সাপটোয়ে অস্ফুটো মন্মাৰ গাতে মেৰাই ধৰি লুকাবলৈ চেষ্টা কৰিলে। আকৌ

সামান্য ভাৱে ফেঁট তুলি মন্ত্ৰৰ তালে তালে নাচিলে; একে লেথাৰিয়ে দুবাৰ তিনিবাৰ মলাৰ গাখীৰত মূৰ জুবুৰিয়াই যি খৰ গতিত আহিছিল সেই গতিৰেই মানুহৰ মাজেদি ওলাই গ'ল; সকলোৱে মাত্ৰ এক শিহৰণহে অনুভৱ কৰিলে। ওজাই লৰাৰ নাকৰ ফুটাত আঙুলি থলে—তপত নিশ্বাস। তাৰ পিছত বাগৰি কাষ সলালে। গা জাৰি দি থিয় হৈ ওজাই আত্ম তৃপ্তিৰে ৰংদৈলৈ চালে। ৰংদৈয়ে ধৰমৰ কৰি পুতেকক সাৱটি ধৰিলে! লিগিৰীৰ পুতেকে প্ৰাণ পালে।

সেই অলৌকিক ঘটনাৰপৰা কেৱল হৰেশ্বৰৰে ভাগ্যোদয় নঘটিল—গাওঁখনেই পুৰণি নাম পৰিত্যাগ কৰি ওজাৰ গাঁও নাম ললে। ওজাৰ ঘৰলৈ ৰজাঘৰৰ বা-বিষয়া অহা-যোৱা কৰিবলৈ গাঁৱৰ মাজেদি আহল-বহল আলিবাট বন্ধোৱা হল; ওজাৰ পূজা-পাতলৰ সুবিধাৰ কাৰণে দেৱী মন্দিৰ এটিও নিৰ্ম্মিত হল; তাৰে চাৰিও কাষতে শিলেৰে বন্ধোৱা পুখুৰী খান্দিলে। স্বৰ্গদেৱৰ অনুগ্ৰহ হলে মৃতকেও প্ৰাণ পায়, নিধনী ধনী হয়, সাধুও সঁচা কথাত পৰিণত হয়।

হৰেশ্বৰ ওজা তেতিয়াৰপৰা স্বৰ্গদেৱৰ ভিতৰ বাহিৰৰ বিষয়া হ'ল। স্বৰ্গদেৱে হাতী চিকাৰ কৰিবলৈ গলেও ওজা লগত যাব লাগে; বাঘ ভেটা কাৰ্য্যত হৰেশ্বৰৰ মন্ত্ৰ অমোঘ। কাৱেঙৰ কুঁৱৰী আৰু লিগিৰীহঁতৰো ৰোগ ব্যাধিত হৰেশ্বৰ ওজাৰ ঔষধ-ব্যৱস্থা নহলে নচলা হল! কোঁৱৰসকলৰ লগত কোনো কোনো লিগিৰীৰ ভিতৰি ভিতৰি লেন-দেন; তাৰে ফলত

কোনো জনী কেতিয়াবা অন্তঃসত্তা হয়। এই বোৰৰপৰা ৰক্ষা পাবলৈকো ওজাৰ গোপন পৰামৰ্শৰ প্ৰয়োজন। কাৰেঙৰ বহু লিগিৰীৰেই ওজাৰ আস্সূৰিক ঔষধৰ নিশ্চিত ফলৰ লগত শীঘ্ৰে পৰিচয় ঘটিল।

হৰেশ্বৰৰ মৃত্যুত পুতেক যজ্ঞেশ্বৰেও বাপেকৰ বৃত্তিৰেই জীবিকা আৰম্ভ কৰিলে। যজ্ঞেশ্বৰৰ দিনত ভগৱতীৰ পূজা অৰ্চ্চনা, বলি-বিধি মহা পয়োভৰেৰেই চলিছিল। ৰজাঘৰত যজ্ঞেশ্বৰৰ প্ৰতিপত্তি নাম যশ বাপেকতকৈ চৰিছিল যদিও হ্ৰাসপোৱা নাছিল। যজ্ঞেশ্বৰৰ দিনত আহোম ৰাজপাটত উঠিছিল কমলেশ্বৰ সিংহ স্বৰ্গদেৱ। এই জনা স্বৰ্গদেৱৰ হিন্দু ধৰ্ম্মলৈ প্ৰগাঢ় মতি আছিল। ওজাৰ গাঁৱৰ দেৱী-দেউল এওঁৰ দিনত সংস্কাৰ কৰা হয়; আৰু শাৰদীয় দেবী পূজাত সেই দেৱালয়ত ৰজাঘৰৰ পৰা তিনিটা ম'হ বলি দিয়াৰ ব্যৱস্থাও প্ৰৱৰ্ত্তিল। তেওঁৰ ৰাজত্ব কালতে ৰজাঘৰীয়া শিলাকুটীয়াৰ হতুৱাই ওজাৰ গাঁৱৰ শিলৰ সাকোঁ নিৰ্ম্মাণ হয়। যজ্ঞেশ্বৰ ওজাক কাৰেঙলৈ নিবলৈ অহা বিষয়াৰ ঘোঁৰাৰ ওজাৰ গাঁওৰ নদীখনৰ পলসত ভৰি সোমাই আঁঠু ভাঙিল। সেই বাতৰি পাই স্বৰ্গদেৱে আঠুভঙ্গা ঘাটত শিলৰ সাঁকো বান্ধিবলৈ ততালিকে আজ্ঞা দিলে। স্বৰ্গদেৱ কমলেশ্বৰ সিংহ বসন্ত ৰোগত আক্ৰান্ত হোৱাত যজ্ঞেশ্বৰ ওজায়ে ভালোমান তন্ত্ৰ মন্ত্ৰৰ ব্যৱস্থা কৰিছিল; আই গোঁসানীলৈ পূজা ভাগো যজ্ঞেশ্বৰৰ নিৰ্দ্দেশ মতেই আগবঢ়োৱা হৈছিল। কিন্তু কাল চাপিলে বৈদ্য-ধনন্তৰী

নিঃসহায়। কমলেশ্বৰ সিংহক আইগোঁসানীয়ে মোৰ বুলিলে।

কমলেশ্বৰ সিংহ স্বৰ্গদেৱে যজ্ঞেশ্বৰত সম্পূৰ্ণ বিশ্বাস স্থাপন কৰাত দৈবজ্ঞসকল আৰু বেজবৰুৱা ওজাৰ প্ৰতি অসন্তুষ্ট আৰু ঈৰ্ষান্বিত হৈছিল। স্বৰ্গদেৱৰ মৃত্যুত ওজাৰ ওপৰত প্ৰতিশোধ লবলৈ তেওঁলোকে সুযোগ পালে। তাতে ৰজা আৰু ৰাজ বিষয়া ক্ষণে তুষ্ট ক্ষণে ৰুষ্ট। কমলেশ্বৰ স্বৰ্গদেৱ স্বৰ্গী হোৱাৰ পৰা যজ্ঞেশ্বৰৰ প্ৰতিপত্তি বহুখিনি হ্ৰাস হ'ল যদিও পুতেক মহেশ্বৰে সময়ে অসময়ে ৰাজ কাৰেঙৰ পৰা নিমন্ত্ৰণ নোপোৱাকৈ নাছিল—বিশেষকৈ কোঁৱৰ-লিগিৰীসকলৰ অবৈধ প্ৰেম সংক্ৰান্ত বিষয়ত। শেষত এনে ধৰণৰ সাধাৰণ ঘটনা এটিয়ে বংশ পৰম্পৰা চলি অহা ওজা পৰিয়ালৰ বৃত্তিৰ মহেশ্বৰৰ দিনতে অন্ত পেলালে। স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহই দূৰ সম্পৰ্কীয় কোঁৱৰ এজনক কাৰেঙত ৰাখিছিল। স্বৰ্গদেৱৰ মনখোৱা লিগিৰী সহিতাৰ লগত কোঁৱৰৰ গোপন প্ৰেম হয়। সহিতা তাৰে ফলত গৰ্ভৱতী হ'ল। কোঁৱৰে মহেশ্বৰক কাৰেঙলৈ মতাই অনাই সহিতাৰ গৰ্ভ নষ্ট কৰিবলৈ ভিতৰি ভিতৰি আলচ পাতিলে। সহিতাকো কোঁৱৰৰ কোঁঠালৈ মতাই অনোৱা হ'ল। পেটৰ সন্তান নষ্ট কৰিবলৈ সহিতা কিন্তু একো পধ্যেই ৰাজী নহ'ল। হাতে ভৰিয়ে ধৰি কান্দি কাটি কোঁৱৰক জনালে,—"আপুনি তেহেলৈ মোক কাটি মাৰিব্লেই পেলাওক—পেটৰ সন্তানটো মাৰিবলৈ দিব নোৱাৰো।

আপোনালোক মুনিহ মানুহ, সন্তান ধাৰণৰ সুখ কেনেকৈ বুজিব ? বহুত ভাগ্যৰ ফলতহে তিৰোতাই মাক হবলৈ পায়; এই সৌভাগ্য নেওচিলে ঈশ্বৰৰ শাওপাত্ পৰিব।”

কেইবাদিনো ধৰি বাক বিতণ্ডা চলিল। সহিতা দৃঢ় প্ৰতিজ্ঞ; তাইক আগেয়ে প্ৰাণে নেমাৰিলে পেটৰ সন্তানৰ চুলি ধানো অনিষ্ট হবলৈ নিদিয়ে। হয়, তাই স্বৰ্গদেৱৰ দা-ধৰা লিগিৰাৰ লগত প্ৰকাশ্যে চকলং পাতি বিয়া সোমাই পেটৰ সন্তানক ৰক্ষা কৰিব; নহয় কাৰেঙৰপৰা পলাই যাব।

স্বৰ্গদেৱৰ চেনেহৰ লিগিৰীৰ লগত গোপন প্ৰণয়ৰ কথা গম পালে কোঁৱৰক যে জনে-প্ৰাণে মাৰিব—এই কথা কোঁৱৰে বঢ়িয়াকৈ বুজিছিল। নিজৰ প্ৰাণতকৈ প্ৰিয় নাই; কোনো প্ৰকাৰে সহিতাৰ গৰ্ভ নষ্ট কৰি স্বৰ্গদেৱৰ কোপৰপৰা নিজ প্ৰাণ ৰক্ষা কৰিবই লাগিব। মহেশ্বৰ ওজাত কোঁৱৰ সম্পূৰ্ণ শৰণাপন্ন হ'ল। এনেয়ে পাপ কাৰ্য্য, তাতে সহিতাৰ অমান্তি। সেই দেখি ওজায়ো দৰব জাতি দিবলৈ সাহ কৰা নাই। কিন্তু নেদেখাজন ঈশ্বৰতকৈ সাক্ষাৎ স্বৰ্গদেৱত অধিক ভয়। এৰাতি কোঁৱৰৰ কুঠৰীলৈ সহিতাক মাতি আনি দ্ৰব্য গুণেৰে অচেতন কৰি তাইৰ গুপ্তাঙ্গত আসুৰিক বনৰ শিয়া সুমুৱাই দিয়া হল। কেই ঘণ্টামানৰ মূৰত চেতন পাই বেচেৰীয়ে নিষ্ঠুৰ যন্ত্ৰণাত চিঞৰিবলৈ ধৰিলে। গাটো ধেনুভিৰীয়া কৰি, পেটটো ওপৰলৈ ডাঙি কান্দি-কাটি কাৰৈ মাছৰ দৰে চট্‌ফটাবলৈ লাগিল। কলহৰ মুখৰ দৰে কলকলকৈ তেজ বলে—বৰষুণৰ পিছত যেন বানপানী।

ৰোগীৰ অৱস্থা নিৰীক্ষণ কৰিবলৈ অপেক্ষা কৰা মহেশ্বৰ সহিতাৰ কাষ চাপিল। চোৰৰ দৰে ভয়ে ভয়ে নিজৰ হাতখন সহিতাৰ পেটত থলে; সেই মৃদু স্পৰ্শতে সহিতাই শৰবিদ্ধ হৰিণীৰ দৰে আৰ্ত্তনাদ কৰিলে। হঠাতে ওজাৰ হাতখনত জোৰেৰে খামোচ মাৰি ধৰি আতুৰত পৰা প্ৰাণীৰ দৰে চিঞৰিলে, "মোক নেমাৰিব, মোক নেমাৰিব। ৰক্ষা কৰক, ৰক্ষা কৰক। এই কষ্ট মই সহ্য কৰিব নোৱাৰো।"

সহিতাৰ আৰ্ত্তনাদত কোঁৱৰৰ বুকু থক্ থক্ কৈ কঁপিবলৈ ধৰিলে। লাহে লাহে ওচৰ চাপি কোঁৱৰে সহিতাৰ কপালত হাত থলে। কপাল নহয়—জ্বলন্ত জুই। কোঁৱৰে হাত আঁতৰাই নিব খুজিছিল; সহিতাই ওজাৰ হাতটো দলিয়াই কোঁৱৰৰ হাতখন ধৰি বুকুৰ সকলো মৰম তাৰ মাজতে সুমুৱাই দিলে। তাইৰ দুয়ো চকুয়েদি বৈ পৰা চকুলো ধাৰাৰ মাজতে অন্তৰৰ অনন্ত শোক প্ৰকাশ পালে। ক্ষন্তেক দুয়ো নিস্তব্ধ। পিছ মুহূৰ্ত্ততে সপোনত ভয়ঙ্কৰ দৃশ্য দেখি ভয় খোৱা মানুহৰ দৰে চিঞৰিলে, "দূৰ কৰি দিয়ক, দূৰ কৰি দিয়ক। ই চাণ্ডাল-ডাঙতকৈ নিষ্ঠুৰ, শিলতকৈও কঠোৰ, বাং কুকুৰতকৈও হৃদয়হীন। এই নাৰকীয়েই কাৰেঙৰ লিগিৰীবোৰৰ সৰ্ব্বনাশ কৰিছে।"

চিঞঁৰ মাৰি সহিতা পুনৰ অচেতন হৈ পৰিল। ওজাই তাইৰ মুখলৈ চালে—গৌৰবৰ্ণ মুখ নীলা হৈছে; চকুৰ পতাত মৃত্যুৰ মূৰ্ত্তি সুস্পষ্ট। গোটেই মুখমণ্ডলত প্ৰতিহিংসাৰ অগ্নিকুণ্ড। ভয়ে ভয়ে ওজা আঁতৰি গল।

সেই ঘটনাৰ পিছতেই মহেশ্বৰে বেজালীবৃত্তি চিৰকাললৈ ত্যাগ কৰিবলৈ সংকল্প কৰিলে। গাওঁ-চুবুৰীয়াই বিচাৰিলে ইটো-সিটো অসুবিধা দৰ্শাই ৰোগীৰ চিকিৎসাৰ ভাৰ নোলোৱা হ'ল। গএঁাই ভাবিলে—ৰজাঘৰীয়া সা-সম্পত্তি পাই ওজাৰ দম্ভ হৈছে। চুবুৰীয়া মৰিলনে হাজিল তাৰ বা-বাতৰি সি লব কেলৈ? গএঁাই মনে মনে মহেশ্বৰক শাও দিলে—অতি দৰ্পে হত লঙ্কা। ৰাইজক নেওচি হতশ্ৰী সি হবই হব; ভেটিত তিতা লাও গজিব—নিশ্চিত।

কাৰো ৰোগ ব্যাধিৰ ভাৰ নলও বুলিও মহেশ্বৰে কিন্তু যোগেনৰ সদ্যবিধবাগৰাকীৰ ওচৰলৈ যাব লগা হল। বছেৰেক নৌ হয় এথোন; চাৰি বছৰীয়া লৰা এটাৰে সৈতে গাভৰু ঘৈণীয়েকক অকলশৰীয়া কৰি মহেশ্বৰৰ হাততে সন্নিপাত বিকাৰত যোগেন ঢুকায়। সেই যোগেনৰ লৰাটোৱে সন্ধিয়া আহি মাকৰ ঢাৰী-পাটীত পৰা অৱস্থা বুলি যেতিয়া কলেহি— মহেশ্বৰৰ দৃঢ় সংকল্পৰ তলি লৰিল; যোগেনৰ বিধবাক চাবলৈ নোযোৱাকৈ থাকিব নোৱাৰিলে।

বিধবা গৰাকীৰ অৱস্থা দেখি মহেশ্বৰ চিন্তিত হল। মৌন হৈ মাটীৰ চাকিৰ মৃদু পোহৰত ভৰিৰপৰা মূৰলৈকে স্থিৰ দৃষ্টিৰে চালে। ঢাৰী-পাটী তেজেৰে ৰাঙলি হৈছে, অসহ্য বেদনাত মানুহজনী কাতৰ। মহেশ্বৰে কাষ চাপি গৈ তিৰোতা গৰাকীৰ হাতখন নিজৰ হাতত লৈ পৰীক্ষা কৰিলে। আকাশত লুকাও লুকাও হোৱা সৰু তৰাটোৰ দৰে যোগেনৰ তিৰোতাৰ

ক্ষীণ চকুযুৰিলৈ মহেশ্বৰে নিৰ্নিমেষে চালে। লাজ আৰু অসহায় দৃষ্টি সেই চকুত। যন্ত্ৰণাত উস্-আস্ কৰি কওঁ নকওঁকৈ কলে,—“পাপ ঢাকিবলৈ দৰৱ খাইছিলোঁ। কালিৰেপৰা তেজ বন্ধ হোৱা নাই। তল পেটত চুব নোৱাৰা বিথ।”

হাতটো পুনৰ বিছনাত শুৱাই দীঘল নিশ্বাস টানি মহেশ্বৰে কলে,—“এটা পাপ কৰি অন্য এটা পাপেৰে ঢাকিবলৈ গলা কিয় ?”

মূৰটো মহেশ্বৰৰ বিপৰীত পিনে ঘূৰাই যোগেনৰ তিৰোতাই উত্তৰ দিলে,—“লাজ ঢাকিবলৈ মোৰ অন্য গতি নাছিল। দৰৱ জাতি দি বাতিটোৰ ভিতৰতে ৰক্ষা কৰক। পুৱালৈ ৰলে ওচৰ চুবুৰীয়াৰ মাজত জনাজনি হব। তেতিয়া জীয়া জুইত জপিয়াই মৰিব লাগিব।” কথাৰ লগে লগে যন্ত্ৰণাত কাতৰ হৈ কান্দিলে।

কি কৰিব নকৰিব—মহেশ্বৰে ক্ষন্তেক চিন্তা কৰিলে। পেটৰ সন্তানটিৰ যি হওঁক নহওঁক, মানুহজনীক ৰক্ষা কৰিব পাৰিলেই হয়। ৰোগীৰ লক্ষণলৈ চাই সিও অসম্ভৱ অনুমান হল। তথাপি নমৰে মানে চাবা, নুবুৰে মানে বাবা। বেজৰ আশা মৃত্যুৰ শেষ মুহূৰ্ত্তলৈকে। মহেশ্বৰে ৰাতিৰ ভিতৰতে দৰৱ-জাতিৰ ব্যৱস্থা কৰিলে। কেইপালিমান ঔষধ পৰাৰ পিছতে বেদনাত অৱশ হৈ ৰোগীয়ে টোপনিত লালকাল দিলে। সেই অজ্ঞান অৱস্থাতে শেষ ৰাতিৰ পিনে মাংসপিণ্ড এডোখৰ প্ৰসৱ কৰি যোগেনৰ বিধৱাই চিৰ শান্তি লভিলে।

কথাটো অৱশ্যে গোপনে নেথাকিল। পূৱাৰ সূৰুযৰ পোহৰৰ লগে লগে গোটেই গাঁৱত ৰৌটোৱেই ঢোৌটো হৈ প্ৰচাৰ হল। ওজাৰ ঘৰৰ মুনিহৰ চৰিত্ৰক গঞাঁই সদাই সন্দেহৰ চকুৰে চাইছিল। এই ক্ষেত্ৰটো পাপৰ ভাগী হল মহেশ্বৰ। যোগেনৰ তিৰোতাৰ অকস্মাৎ মৃত্যুৰ লগত মহেশ্বৰ ওজাৰ নাম জড়িত কৰি নানা কু-কথা গঞাঁই কোৱাকুই কৰিবলৈ ধৰিলে। সেই সকলোবোৰে আন যি কৰক নকৰক, মহেশ্বৰক চিৰকাললৈ বেজালী বৃত্তি এৰুৱাবলৈ বাধ্য কৰালে।

মৃত্যুৰ পূৰ্ব্বে পিতৃ-পিতামহৰ দিনৰপৰা দেৱতাৰ দৰে পূজা-অৰ্চ্চনা কৰি অহা মন্ত্ৰ আৰু বেজালী পুথিবোৰ মহেশ্বৰে নদীত উটুৱাই দিলে। পুতেক দেৱেশ্বৰেও ভবিষ্যতে যাতে বেজালী বৃত্তি নলয়, তাৰ বাবে দেৱী দেউলৰ বিগ্ৰহৰ সমুখত শপত খুৱালে। ওজাঘৰৰ বেজালী বৃত্তি চিৰকাললৈ বন্ধ হল। লগে লগে সমৃদ্ধিৰ লক্ষ্মীয়েও ওজাঘৰৰ আশ্ৰয় এৰিলে। উৎসৱ শেষৰ ৰভাঘৰৰ দৰে ওজাৰ গাওঁ চিৰকাললৈ নিস্তব্ধ হল। চক্ৰৱৎ পৰিবৰ্ত্তন্তে···।

স্থাবৰ অস্থাবৰ যোগেনৰ কিছু সম্পত্তি আছিল; মহেশ্বৰে সেইবোৰৰ থান-থিত লগাই দূৰ সম্পৰ্কীয় মোমায়েক এজনৰ ওচৰলৈ যোগেনৰ মাউৰা পুতেক হৰেনক পঠিয়ালে; হৰেন মোমায়েকৰ লগতে ডাঙৰ দীঘল হ'ল। বিয়া বাৰুও কৰালে। সেই সূত্ৰেই যোগেনৰ পো-নাতিৰ লগত ওজাঘৰৰ সম্বন্ধ। মোমায়েকৰ ঘৰত থাকি হৰেনে সৰুতে লিখা-পঢ়া শিকিবলৈ সুযোগ-সুবিধা পোৱা নাছিল। নিজৰ মনৰ আকাঙ্ক্ষা একেটা

পুতেক নবেনতে সফল হওক বুলি নৰেনক পঢ়াশালিত নাম লগাই দিলে। নবেনৰ বিয়াও পাতি দিলে ওচৰৰ গাওঁৰে লেখা-পঢ়া জনা ছোৱালী এজনীৰ লগত। আখৰ চিনিব পৰা হলেই গাৱঁৰ লৰাৰ গাত ডেউকা গজে; গাৱঁত মন নবহে। ঘৈণীয়েকক লগত লৈ নৰেনে ভুকুংকৈ এদিন চহৰলৈ উৰা মাৰিলে—বেহা-বেপাৰ কৰাৰ অছিলা লৈ।

কিন্তু গাৱঁৰ এৰাব নোৱাৰা আকৰ্ষণ। দুবছৰৰ মূৰতে নবেন পুনৰ ঘৰলৈ ঘূৰিব লগা হল। হাইজাত পৰি সাত দিনৰ ভিতৰতে নৰেনৰ বাপেক হৰেন ঢুকাল। মাকৰ আগেয়ে মৃত্যু ঘটিছে। দেৱেশ্বৰে (মহেশ্বৰৰ পুতেক) নৰেনক খেতি পথাৰ চম্ভালিবলৈ গাৱঁলৈ মাতি পঠিয়ালে। ঘৈণীয়েক মালতীৰ সৈতে নৰেনে আহি আকৌ গাৱঁৰ ঘৰত বাস কৰিবলৈ বাধ্য হল। মাটী-বাৰীৰ লেঠা এৰাব নোৱাৰা এঠা; ডাক-টিকটৰ দৰে এবাৰ লাগিলে এৰুৱাৰলৈ টান।

মালতী গাৱঁৰ মজলীয়া স্কুলত পঢ়া ছোৱালী; চহৰত দুবছৰ থাকিব লগা হোৱাত বঙ্গালী কিতাপ পত্ৰও পঢ়িবলৈ লৈছিল। মহাভাৰত ৰামায়ণকে আৰম্ভ কৰি বঙ্গালী গল্প উপন্যাস পঢ়ি নিজৰ গাৱঁলীয়া মনটোক চহৰীয়া কৰিবলৈ চেষ্টা কৰিছিল। চহৰৰপৰা গাৱঁলৈ উভতি মালতীৰ মনটোয়ে সজাত বন্দী হোৱা চৰাইৰদৰে উচ্ পিচাবলৈ ধৰিলে। বিজুলী চাকিৰ দৰে চক্‌মকীয়া চহৰীয়া জীৱনত আছে গতি, ব্যগ্ৰতাৰ মাদকতা, আমোদ আনন্দৰ ৰামধেনু; গাওঁ চলে গৰু গাৰীৰ মন্থৰ গতিত।

তাত আছে প্ৰতিমা বিসৰ্জ্জনৰ পিছৰ শূন্য ৰভাঘৰৰ শোকাৰ্ত্ত অৱসাদ; ৰাতিৰ গহীন অন্ধকাৰৰ দৰে ভৰ দুপৰীয়াৰ ভয় লগা নিস্তব্ধতা। গাৱঁৰ ছোৱালী হৈও গাৱঁৰ জীৱনত বিতৃষ্ণা জন্মাৰ অন্যান্য কাৰণো মালতীৰ আছিল। বিয়া হোৱা মালতীৰ প্ৰায় চাৰি বছৰতে সোমাল—এতিয়াও সন্তানৰ মুখ দেখা নাই। লৰা ছোৱালীৰ জাল-জঞ্জাল নোহোৱাত মালতীয়ে নিজে হয়তো ভালেই পাইছিল; কিন্তু মালতীৰ এই স্বাধীনতাত চুবুৰীয়া চকু পুৰি মৰিল। গাৱঁৰ তিৰোতাৰ পেলৌ পেলৌকৈ এপাল লৰা ছোৱালী; গিৰিয়েক আৰু লৰা-ছোৱালীৰ আল পৈচান ধৰি ধৰিয়েই জীৱনটো ধন্য মানে। এনে কৰ্ত্তব্যৰপৰা কোনোবা তিৰোতাই অব্যাহতি পোৱা দেখিলে বাকী সকলৰ ঈৰ্ষা হোৱা স্বাভাৱিক। বন্ধ্যা ঈশ্বৰৰ অভিশাপ বুলি সকলোয়ে মালতীক নিন্দা কৰে। তিৰোতা ধৰিত্ৰী—সন্তান ধাৰণ কৰিবলৈকে তিৰোতাৰ জন্ম। দুৰ্লভ নাৰী জন্ম লাভ কৰিও মাতৃত্ব সুখৰপৰা বঞ্চিত—কি দুৰ্কপলীয়া তিৰোতা। কথাতে কয়, কত ভাগ্যে তামোল-পানৰ বাৰী, কত ভাগ্যে পুত্ৰৱতী নাৰী। ওলাওঁতে সোমাওঁতে এনেবোৰ নিন্দা শুনিব লাগে দেখিয়েই পুলিচে খেদি ফুৰা অপৰাধীৰ দৰে মালতীয়ে ওচৰ চুবুৰীয়াৰ আঁৰে আঁৰে ফুৰে।

গাৱঁলৈ ঘূৰি আহি নৰেনে সমাজৰ দুই এটা জন-হিতকৰ কামত হাত দিছিল। স্কুল ঘৰটোৰ বেৰ-চাল উৰলি গৈছিল; ৰাইজৰপৰা পা-পইচা বৰঙনি তুলি তাক দেখনিয়াৰ

কৰিলে। ৰজাদিনীয়া পুখুৰীটো পানী মেটেকাৰে উপচি পৰিছিল; পানী-মেটেকা হেচুকিহে বোৱাৰী জীয়াৰীয়ে কলহ ভৰাইছিল। গাৱঁৰ ডেকাহঁতক উদগাই নৰেনে পানী-মেটেকা তুলি পুখুৰীটো পৰিষ্কাৰ কৰিলে। নৰেনৰ জনপ্ৰিয়তাই কিন্তু গাৱঁৰ এদল লোকক হুলে, বিন্ধাদি বিন্ধিলে; নৰেনৰ কাৰ্য্যৰ বিৰুদ্ধ সমালোচনা নকৰলৈকে তেওঁলোকৰ তিলাৰ্দ্ধ টোপনি নহা হ'ল। ৰাইজৰপৰা পইচা তুলি নৰেনে নিজৰ নাম-যশ কিনিছে; ৰাজহুৱা কাম কৰাৰ গৌৰবেৰে লোকেলবোৰ্ডৰ মেম্বৰ হোৱাৰ তাৰ অভিপ্ৰায়। স্কুল ঘৰৰ কাৰণে তোলা চান্দাৰ হিচাব-পত্ৰ ৰাইজক দিয়া নাই; নিশ্চয় কিছু ধন নিজলৈ সৰকালে। গাৱঁৰ উন্নতি সাধিবলৈ যদি ইমানেই মন চহৰৰপৰা অনা ধন সোণ সোপা গাঁৱৰ হিতকৰ কাৰ্যত নলগাই কিয়? নৰেনৰ চেষ্টাতে গাৱঁত মাইনৰ স্কুল এখন স্থাপনৰ উপক্ৰম হৈছিল; ডিপুটি ইন্সপেক্টৰে নৰেনকে মেনেজিং কমিটিৰ চেক্ৰেটেৰি পাতিলে। মেলুৱৈ হৈ গাৱঁৰ মানুহৰ মাজত মনোমালিন্য সৃষ্টি কৰা এই স্কুলৰে শিক্ষক এজনৰ বিপক্ষে ডিপুটি ইন্সপেক্টৰক কৈ নৰেনে শাস্তি বিহাৰ ব্যৱস্থা কৰিছিল। কিন্তু কূটচক্ৰীৰ চক্ৰত পৰি নৰেনৰ সজ প্ৰচেষ্টা আপোন স্বাৰ্থসিদ্ধিৰ অভিপ্ৰায় বুলি পৰিগণিত হ'ল। শাস্তি বিধা শিক্ষকজনৰ লগতে গাৱঁৰ এফাল মানুহে শত্ৰুতা কৰি নৰেনক হিংসুক, দাম্ভিক, অৰ্থলোভী, অসৎচৰিত্ৰ আদি দোষাৰোপ কৰি লঘু লাঞ্ছনা নকৰি নেৰিলে।

নৰেনৰ শুভাকাঙ্খী আছিল মাথোন দেৱেশ্বৰ আৰু দেৱেশ্বৰৰে সম্পৰ্কীয় দুই চাৰিজন গাঁৱৰ মুখিয়াল মানুহ। কল্যাণকামী এই ডেকাজনে দেৱেশ্বৰৰ অন্তৰৰ সহৰখিনি স্থান অধিকাৰ কৰিছিল। দেৱেশ্বৰে কল্পনা কৰিছিল নৰেনৰ সজ চেষ্টা, উদ্যম অক্লান্ত পৰিশ্ৰমৰ ফলত ওজাৰ গাঁৱৰ প্ৰাচীন সৌভাগ্য কিজানিবা ঘূৰি আহে। বয়স যিমানে বাঢ়ে, অতীত মানুহৰ সিমানে মৰমৰ হয়। নৰেনৰ যোগেদিয়ে দেৱেশ্বৰে হেৰাই যোৱা অতীতক পাবলৈ আশা কৰিছিল। চাৰিওপিনৰ পৰা শত্ৰুৱে খেতিয়া ঘেৰি ধৰিলে, সহায়-সান্ত্বনা বিচাৰি নৰেন দেৱেশ্বৰৰ ওচৰ চাপিল।

"বুজিছা নৰেন, সমাজত শত্ৰু-মিত্ৰ সকলো আছে। শত্ৰুক জয় কৰিব পৰাতহে পুৰুষাৰ্থ। শত্ৰুৰপৰা আঁতৰি প্ৰাণ ৰক্ষা কৰা কুকুৰ-মেকুৰীৰহে ধৰ্ম। তোমাৰ দৰে ডেকাই শত্ৰুৰ বিপক্ষে যুঁজি নীতি ধৰ্ম প্ৰতিষ্ঠা কৰিব লাগে।"

দেৱেশ্বৰে সহানুভূতি আৰু স্নেহেৰে পৰামৰ্শ দিলে।

"সদায় সামান্য কথাতে যুঁজ-বাগৰ কৰিব লগা হ'লে মনৰ শান্তি পাম ক'ত?" নৰেনৰ কথাৰ সুৰত অৱসাদ আৰু বিষন্নতা।

"অশান্তিক আঁতৰাব পাৰিলেহে মনত শান্তি পাবা। শান্তিয়ে কাকো আপোনা আপুনি আহি ধৰা নিদিয়ে। পিছে, ইয়াকো জানিবা,—দুখ-কষ্ট দুৰ্ঘটনা নঘটিলে সুখৰ জীৱনো আমনি লগা হয়। সহজ জীৱন সাধাৰণৰ কাম্য; সেই জীৱনত

নাই আনন্দ, নাই উৎসাহ। অন্যায়ৰ বিপক্ষে যুঁজি নিজক প্রতিষ্ঠা কৰাতহে জীৱনৰ সার্থকতা।" মহাভাৰতীয় উপদেশৰ সুৰত দেৱেশ্বৰে কলে।

"সার্থকতা প্রমাণ কৰিবলৈ যাওঁতেই দেখোন জীৱন অন্ত হয় হয়।"

"আজি নহয় কালিলৈ জীৱন শেষ হবই; তাৰে ভয়তে ধৰ্ম্ম কৰ্ম্ম নকৰি হাত সাবটি বহি থাকিবানে? মানুহলৈ ভয় নকৰি ঈশ্বৰত আস্থা কৰি স্বধৰ্ম্ম পালন কৰি যোৱা।"

"লাহে লাহে ঈশ্বৰত বিশ্বাস হেৰাই হেৰাই হেন দেখিছোঁ।" কথাত উদাস উদাস ভাব।

"ওহোঁ ওহোঁ," মূৰটো লৰাই কঠোৰভাৱে দেৱেশ্বৰে উত্তৰ দিলে, "ঈশ্বৰত বিশ্বাস হেৰালে জীৱন দুৰ্ব্বহ হব; সমাজৰ বান্ধোন মথিমূৰ হব। ঈশ্বৰত ভয় আৰু ভক্তি—এয়ে আমাক আৰু আমাৰ সমাজক জীয়াই ৰাখিছে। ঈশ্বৰক ভয় কৰোঁ দেখিয়েই আমাৰ পাপ কাৰ্য্যলৈ ভয়; তেওঁক ভক্তি কৰোঁ দেখিয়েই পিতৃ-মাতৃ গুৰুজনক ভক্তি কৰোঁ; তেওঁত আস্থা আছে দেখিয়েই ভবিষ্যতত আশা ৰাখিছো—সেই ভবিষ্যত তেহেলৈ ইহকালতেই আহক নাইবা পৰকালতেই আহক। ঈশ্বৰত বিশ্বাস হেৰুৱালে জীৱনত আশ্রয় তৰণী নোহোৱা হব।"

নৰেনে অখণ্ড মনোযোগেৰে শুনি হতাশেৰে উত্তৰ দিলে,— "কি কৰিম? মানুহৰ মিছা অপবাদত মন-প্রাণ জৰ্জ্জৰিত হৈছে। গাৱৰ বহু উন্নতি সাধনৰ সংকল্প লৈ চহৰৰপৰা

আহিছিলো। কিন্তু এতিয়া কোনো কাম কৰিবলৈ মোৰ উৎসাহ নোহোৱা হৈছে।”

কাহ এটা মাৰি ডিঙিটো পৰিষ্কাৰ কৰি দেৱেশ্বৰে গীতা ব্যাখ্যাৰ আৰম্ভ কৰিলে, “তোমাক কৈছোৱেই নৰেন, ঈশ্বৰে সৃষ্টি কৰা পৃথিৱীখন ধুনীয়া হৈছে, কিয়নো ই সুখ-দুখ, অভাৱ অনাটন, নিৰাশ হতাশৰে বিচিত্ৰ। দুখ জীৱ মাত্ৰৰে আছে—কিন্তু দুখকেই প্ৰধান সত্য বুলি ভাবিলে জীৱন দুৰ্ব্বহ হব। তাৰোপৰি দুখ-যন্ত্ৰণা, আপদ অপমান যিমানেই কষ্টকৰ নহওঁক ভগৱানে তাক সহ্য কৰিবলৈ মানুহক শক্তি দিয়ে—যদি মানুহে তেওঁৰ ওচৰত শৰণ লয়। মোলৈকে নোচোৱা কিয়? নৰেশ্বৰৰ ককায়েক ঢুকুৱাৰ বছেৰেক নৌহওঁতেই তাৰ মাককো হেৰুৱালোঁ। তিৰোতা হেৰুৱাই এই বয়সত কিমান কষ্ট পালো কি কম? এদিন ভাবিছিলোঁ—নৰেশ্বৰৰ মাকৰ শোক বহন কৰা মোৰ পক্ষে অসম্ভৱ হব। এতিয়া দেখিছোঁ সেই শোকো একৰকম সহ্য হৈছে। তিৰোতাৰ মৃত্যুয়ে ঈশ্বৰত বিশ্বাস আৰু ভক্তি বঢ়াইছে বুলিহে ভাবো।” সোঁ হাতৰে চকু কেইটা মোহাৰি পুনৰ কলে,—“মোৰ দুৰ্ভাগ্যৰ কাৰণে ভগৱানক দোষ নিদিওঁ—তেওঁৰ অপাৰ করুণাৰ ভাগহে বিচাৰোঁ। এই বিশ্বাসেই যেন সকলো দুখ-শোক সহ্য কৰিবলৈ মনত শক্তি দিয়ে।”

দেৱেশ্বৰে ক্ষন্তেক চিন্তাগ্ৰস্থ হৈ পুনৰ কলে, “জানা নৰেন, কমাৰশালত পুৰিলেহে লো ভাঁজ লগাব পাৰি; দুখ-কষ্টৰ

অগ্নিয়ে পুৰিলেহে নিভাজ হৈ দেহ মনে ঈশ্বৰৰ কাষ চাপিব পাৰে।”

নৱেনে বহুল তৰ্ক নুজুৰি জীৱনৰ অভিজ্ঞতাৰপৰা আহৰণ কৰা দেৱেশ্বৰৰ উপদেশ বুজিবলৈ চেষ্টা কৰি লাহে লাহে ঘৰলৈ খোজ ললে। আনৰ দুখৰ কাহিনীয়ে নিজৰ শোক পাতলায়। দেৱেশ্বৰে জীৱনৰ দুখ নীৰবে সহ্য কৰিবলৈ শক্তি কৰ পৰা পাইছে নৱেন তাৰে চিন্তাত মগ্ন হল। বহন কৰিবলৈ অধিক শক্তি আছে বুলিয়েই হবলা ঈশ্বৰে দেৱেশ্বৰৰ দুখৰ বোজা বঢ়াইছে ; কি তুলা-তৰ্জ্জু বিচাৰ বিধাতাৰ !

গাওঁ ত্যাগ কৰিলেই জীৱনক অস্বীকাৰ কৰা সম্ভৱ নহয় ; দেৱেশ্বৰৰপৰা নৱেনে সেই উপদেশকে পালে। কৰ্ত্তব্যত আত্মনিয়োগ কৰিলেহে জীৱন উপলব্ধি সহজ হয় ; নৱেনে বুজিলে। মনোহৰ দৃশ্যৰ কাৰণে মানুহে জোনাক নিশাৰ আকাশলৈ অপেক্ষা কৰিব নেলাগে ; চকুৰ সমুখৰ দৃশ্যই মনোহৰ ; কৰ্ত্তব্যৰ অন্বেষণতো মানুহ দূৰলৈ যাব নেলাগে ; অৱহেলিত সন্তানৰ দৰে কৰ্ত্তব্য সদায় হাতৰ কাষতে। গাৱঁৰ কল্যাণ কামত নৱেন পুনৰ উৎসাহেৰে ব্যতিব্যস্ত হৈ পৰিল। মাইনৰ স্কুলটোৰ উন্নতি সাধিবৰ ইচ্ছা কৰি লোকেল বোৰ্ডৰ চেয়াৰমেন আৰু দুই চাৰি গৰাকী জনা-বুজা মানুহৰ পৰামৰ্শ লবলৈ চহৰলৈ গল। আটাই কেইজনকে একে দিনাই লগ ধৰিব নোৱাৰি দুৰাতি চহৰত খপি তৃতীয় দিনাহে ঘৰ পালেহি।

সন্ধিয়া উভতি ঘৰপোৱাৰ লগে লগে নৰেনৰ ভীষণ মূৰৰ বিষ; মুখত পানী এটোপা নিদিয়াকৈয়ে বিছনাত পৰিল। ওৰে ৰাতি চকুত টোপনি নাই; গাৰ পোৰণিত চট্‌ফট্‌টাই থাকোতেই ৰাতি পুৱাল। পুৱা মালতীয়ে দেৱেশ্বৰলৈ বাতৰি দিলে। দেৱেশ্বৰে দিহা পৰামর্শ কৰি পুতেক নৰেশ্বৰৰ হতুৱাই কন্দর্প কবিৰাজক মাতি পঠিয়ালে। পূজা-আহ্নিক শেষ কৰি কন্দর্প কবিৰাজ যেতিয়া নৰেনহঁতৰ চোতালত খোজ দিলেহি, বেলি তেতিয়া মূৰৰ ওপৰত। ইতিমধ্যে ৰোগীয়ে ভ্রম বকিছে। কবিৰাজে ভিতৰ সোমাই নৰেনৰ কাষ চাপি একে থিৰে নৰেনৰ নাক-মুখলৈ চালে। মুখলৈ চাবই নোৱাৰি—জবাফুলৰ দৰে ৰঙা। কপালত হাত দিলে—কমাৰ শালৰ জুইত দিয়া লোৰ দৰে তপত। সোঁ হাতখন নিজৰ হাতত তুলি ললে; নৰেনে চকু তুটি নিমিষ মেলি পুনৰ জপালে—প্রখৰ ৰদত লেৰেলি পৰা ফুল পাহী সন্ধিয়া জাপ খোৱাৰ দৰে। নিশাটোৰ জ্বৰতেই ইমান সুশ্রী স্বাস্থ্যবান মানুহটো বেহুচ হৈ পৰিল; ই ৰোগৰ ভাল লক্ষণ নহয়?—কবিৰাজে মনে মনে ভাবিলে। নাড়ী পৰীক্ষা কৰি হাতখন এৰি দি কবিৰাজে কুঠৰীৰ চাৰিও পিনে চকু ফুৰালে—ৰোগ উপশমৰ ব্যৱস্থাহে যেন তাৰ মাজত অন্বেষণ কৰিলে। হাতত বিচনী লৈ শিতানত থিয় হৈ থকা মালতীলৈ চকু পৰিল—কঁপালৰ সেন্দুৰৰ ফোঁটটো অস্বাভাবিক ভাৱে জিলিকিছে; শিৰত সেন্দুৰৰ ৰেখা নহয়, যেন কেৰেলুৱা এটাহে বগাইছে। বেৰত পৰা ৰদৰ জিলিঙনিৰ মাজত কিবা এটা

অদ্ভুত মূৰ্ত্তিৰ সৃষ্টি হৈছে; ডুপৰীয়াৰ ৰদ চেৰেঙাৰ মাজতো ঘৰৰ মূধত পৰি কাউৰীজনীয়ে কা-কা চিঞঁৰিছে। কবিৰাজৰ মুখত গভীৰ আতঙ্কই দেখা দিলে। আকৌ এবাৰ অৰ্থপূৰ্ণভাৱে নৰেনৰ তিৰোতালৈ চাই চিন্তাগ্ৰস্ত হৈ কবিৰাজ বাজলৈ ওলাল। পুতেকৰ সৈতে দেৱেশ্বৰে বাহিৰৰ কোঠাতে কবিৰাজলৈ বাট চাই আছিল। কবিৰাজৰ গহীন মুখ দেখিয়েই ৰোগ টান বুলি দেৱেশ্বৰে অনুমান কৰিছিল। কবিৰাজে আলাপ-আলোচনাত সময় নষ্ট নকৰি শীঘ্ৰে চৰকাৰী আস্পাতালৰ ডাক্তৰক মাতিবলৈ নিৰ্দ্দেশ দিলে। চৰকাৰী আস্পাতাল ছয় মাইলৰ বাট। নৰেশ্বৰে গৈ ডাক্তৰক খবৰ দিলেগৈ। নৰেশ্বৰৰপৰা নৰেনৰ ৰোগৰ লক্ষণসমূহ বুজিবাজি বেগত তুই-চাৰিটা প্ৰয়োজনীয় ঔষধপাতি ভৰাই ডাক্তৰ তেতিয়াই চাইকেলেৰে ৰাওনা হল। তেওঁ উভতি নহালৈকে নৰেশ্বৰক ডিচ্‌পেন্সৰিত জিৰাবলৈ নিৰ্দ্দেশ দিলে—বেমাৰী পৰীক্ষা কৰি আহি ঔষধপাতিৰ ব্যবস্থা দিলে নৰেশ্বৰে সেইবোৰ লৈ যাব।

ডাক্তৰেও নৰেনৰ অৱস্থা দেখি ভয় খালে; চেৰিব্ৰেল মেলেৰিয়া বুলিয়েই তেওঁৰ অনুমান হ'ল। বেগৰপৰা উলিয়াই লৰা-লৰিকৈ ইন্‌জেকচন এটা দিলে; বাকী ঔষধ-পাতি নৰেশ্বৰৰ হাতত পঠিয়াই দিব বুলি কৈ গুছি গ'ল। দিনটো নৰেনৰ অৱস্থাৰ কোনো পৰিবৰ্ত্তন নঘটিল; বেচি সময় অজ্ঞান হৈ পৰি আছিল; মাজে মাজে ভ্ৰম বকে। গাৱঁত কি কি কাম কৰিবলৈ আছে ভ্ৰমত তাকেই কয়। সন্ধিয়া ডাক্তৰে আহি

আকৌ এটা ইনজেক্চন দি গলহি ; ৰাতিৰ ঔষধৰো ব্যৱস্থা দিলে। ৰাতিও যন্ত্ৰনাৰ উপশম তিলমানো নহল। গুৰে নিশা মালতীয়ে নৰেনৰ শিতানত থিৰ হৈ বিচনী মাৰিয়েই থাকিল। কপালৰ কপোৰৰ পতিখন সলাবলৈ মাজে মাজে মাথো বিচনীৰ বিশ্ৰাম। ৰাতি পৰ দিবলৈ নৰেশ্বৰো আছিল ; কিন্তু বিচনীখন খন্তেকৰ কাৰণেও নৰেশ্বৰৰ হাতত দিবলৈ মালতী মান্তি নহল। ধীৰ-স্থিৰ উদ্বেগবিহীনভাৱে নিষ্পলক নেত্ৰে নৰেনৰ মুখলৈ চাই গোটেই ৰাতি মালতীয়ে যন্ত্ৰৰদৰে বিচনী মাৰিয়েই থাকিল। ক্ষীণভাৱে জ্বলি থকা লেম্পটোৰ পোহৰত নৰেশ্বৰে মাজে মাজে মালতীৰ করুণ মুখখনিলৈ চালে। মালতীৰ সেই মুখখন দেখি নৰেশ্বৰৰ বহুত কথাই মনলৈ আহিল। গাৱঁলৈ উভতি অহাত গাৱঁৰ তিৰোতাই মালতীক কম নিৰ্য্যাতন কৰিছেনে? মালতীৰ সাজ-পোছাক, চাল-চলন, কথা-বতৰা সকলোতে খুঁত। নামঘৰত, গোপীনী সবাহত, পানী আনিবলৈ যাওঁতে পুখুৰী পাৰত—চুবুৰীয়া তিৰোতাই মালতীৰ কুৎসা ৰটনা কৰা বহুত দিন নৰেশ্বৰে নিজেই শুনিছে। সেই টুকুৰা টুকুৰ কথাবোৰে নিশাৰ মৌনতাৰ মাজত নৰেশ্বৰৰ অন্তৰত উদয় হৈ তোলপাৰ লগালে। সন্ধিয়াপৰত খিৰতী গাইজনী ঘৰলৈ খেদাই আনোতে বাটৰ কাষত থিয় দিয়া হুগৰাকী তিৰোতাৰ মাজত হোৱা কথা-বতৰাখিনি নৰেশ্বৰৰ মনত পৰিল।

"কোন ফালৰ পৰা আহিলা? নৰেনৰ সেইজনীৰ তালৈ গৈছিলানেকি?"

"কিহৰ জগৰত যাম হে? তাই বোলে গিৰিয়েকৰ আগতে ঠেঙত ঠেং তুলি কিতাপ পঢ়ে?"

"মাষ্টৰনী হব খুজিছে হবলা? এতিয়া সেই ফেৰাহে ৰৈছেগৈ।"

"আথকুৰীয়া জনীয়ে বোলে চহৰৰপৰা আহিবই নুখুজিছিল?"

"তুমিও ভাল দেও; আহিব খুজিব কিয়? চহৰত জানো ৰহৰ ৰহঘৰা নাই।"

পুখুৰীৰ পানীত বৰশীটো পেলাই, নাচনি পোক এটাই নাচি নাচি পানীৰ বুৰ বুৰণি তোলা নৰেশ্বৰে ধ্যান মগ্নতাৰে চাই আছিল। তাৰ কাষেদিয়েই গাঁৱৰ বোৱাৰী জীয়ৰীয়ে কাষত কলহ-গাগৰি লৈ ঘাটত উঠা নমা কৰিছে। হঠাতে দুজনীমান তিৰোতাৰ কথাত নৰেশ্বৰৰ ধ্যান ভাঙিল।

"দেখিছা তাইৰ ভেম?"

"কাৰ কথা কৈছা?"

"কাৰ কথা কম আৰু? নৰেনৰ সেই পাতৰ। কালি গোপীনী সবাহত সেৱা এটা জনাবলৈও তাই আহিব নেপাইনে?"

"নিজৰ দোষত নিজে ধ্বংস পাব। আপোন পাপে মৰে বিৰাটৰ ভাই, ডাক দিয়া ভীমে বোলে মোৰ দোষ নাই।"

মাজৰাতি অকস্মাতে এই অভিশাপৰ কথা মনলৈ অহাত নৰেশ্বৰৰ অন্তৰ কঁপি উঠিল। শীঘ্ৰে আৰোগ্য নৰেনে লভক, মালতীৰ মুখলৈ সহজ আনন্দ ঘূৰি আহক—চকু মুদি নৰেশ্বৰে

লৰালৰিকৈ ঈশ্বৰক প্ৰাৰ্থনা কৰিলে; চকু মেলি পুনৰ শিতানত থিয় দি থকা পাথৰৰ নিশ্বাসহীন মূৰ্ত্তিটোলৈ চালে। নৰেনে বিয়া কৰি অনা দিনৰে পৰাই মালতীৰ মৰমে নৰেশ্বৰৰ হৃদয় জয় কৰিছিল। প্ৰথম অৱস্থাত মালতীৰ প্ৰয়োজনীয় বস্তুবোৰ নৰেশ্বৰেই সংগ্ৰহ কৰি দি আনন্দ উপভোগ কৰিছিল। নৰেন মালতীয়ে গাঁও এৰি যোৱাত নৰেশ্বৰে লুকাই লুকাই বহুদিন কান্দিছিল। মালতীহঁত পুনৰ গাৱঁলৈ উভতি অহাত নৰেশ্বৰে ভাল পাইছিল যদিও, ওচৰলৈ আহিবলৈ লাজ কৰি আলেঙে আলেঙে ফুৰিছিল। বয়সে শৰীৰৰ পৰিবৰ্ত্তন ঘটাই পূৰ্ব্বৰ শিশুৰ অধিকাৰৰপৰা তাক বঞ্চিত কৰিলে বুলি নৰেশ্বৰে নিজৰ সহজ বুদ্ধিৰেই উপলব্ধি কৰিছিল। কিন্তু নাৰীৰ স্নেহে জয় কৰিব নোৱাৰা শক্তি নাই। মালতীয়ে বয়সৰ পাৰ্থক্য পাহৰি নৰেশ্বৰক পূৰ্ব্বৰ দৰে স্নেহৰ জৰীৰে আকৰ্ষণ কৰিলে। লাহে লাহে নৰেশ্বৰে মালতীৰপৰা চহৰৰ কথা শুনেহি; মালতীয়ে কিতাপৰ গল্প কয়, নৰেশ্বৰে বিস্ময়ত অভিভূত হৈ শুনে। মালতীহঁতে চহৰৰপৰা কলগান এটাও আনিছিল; আজৰি সময়ত দুয়োয়ে কলগানত অসমীয়া বঙ্গলা গীত শুনিছিল; কেতিয়াবা জনা গীত কলগানৰ লগতে মালতীয়ে গুণগুণাই গায়। মালতীৰ শান্ত বেদনাভৰা মুখখনলৈ ক্ষণে ক্ষণে চাই নৰেশ্বৰে সেই সুখৰ কথাবোৰকে মনৰ যঁতৰত মহুৱা পকোৱাদি পকালে। চকু অলপ মুদ গলেই সি স্বপ্ন দেখে—নৰেন যেন আৰোগ্য হৈ বিছনাত বহিছে।

কিন্তু মানুহৰ কল্পনা কদা-কাশ্চিৎহে সত্যত পৰিণত হয়। ডাক্তৰৰ ঔষধ, মালতীৰ শুশ্রূষা, নৰেশ্বৰৰ প্ৰাৰ্থনা সকলোকে নিস্ফল কৰি চতুৰ্থ দিনৰ পুৱা নৰেন ঢুকাল। বংশ পৰিয়ালৰ কেইজনমানে শৱ সংকাৰ কৰিলেহি; দহা-কাজ শেষ নোহোৱালৈকে নৰেনৰ তিৰোতাৰ বা-বাতৰি ললে। কিন্তু আনৰ শোকত সৰহ দিন সহানুভূতি জনাবলৈ কাৰো অৱসৰ নাই। অভাৱ অনাটনৰ এশ এটা সমস্যাই প্ৰত্যেকৰে জীৱন জ্বলা-কলা কৰি মাৰিছে; তেনেস্থলত পৰৰ শোকত ম্ৰিয়মান হবলৈ সময় বা আছে কত? দিন যোৱাৰ লগে লগে মালতীৰ শোক বেজাৰৰ ভূ-ভা লোৱা মানুহ পাতলিল। সদ্য বিধবা মালতীয়ে অকলে থাকিবলৈ ভয় কৰাত দেৰেশ্বৰে পুতেক নৰেশ্বৰক মালতীৰ ঘৰত ৰাতি শুবলৈ নিৰ্দ্দেশ কৰিলে।

মানুহৰ বিপদ-বেজাৰ, দুখ-দুৰ্গতি চুবুৰীয়াৰ সহায়-সহানুভূতিত পাতলে। মালতীৰ ক্ষেত্ৰত কিন্তু বিপৰীত ঘটিল। উগ্ৰ-স্বভাৱ আৰু চোকা সমালোচক হোৱাত গাৱঁৰ বহুতৰে নৰেন শত্ৰু হৈছিল। অন্যায়-অত্যাচাৰ বহু সময়ত সমাজৰ এক শ্ৰেণীৰ মানুহৰ প্ৰশ্ৰয়ত বাঢ়ে। নিজৰ স্বাৰ্থ জড়িত থকাৰ হেতু অন্যায়-অবিচাৰৰ বিপক্ষে যুদ্ধ কৰা সকলক এই শ্ৰেণীৰ মানুহে হিংসা কৰে। নৰেনৰ কাৰণে মালতীও ওচৰ চুবুৰীয়াৰ অপ্ৰিয় ভাজন হৈছিল। মালতীৰ স্বামীসুখ, শিক্ষাৰ গৌৰৱ, অৰ্থ অনাটনৰ অনাভাৱ—দুখীয়া চুবুৰীয়াৰ চকুৰ শূল হৈছিল। তুলা-তৰ্জ্জুৰে হিচাব কৰা ভগৱানে মালতীক উপযুক্ত শাস্তিকে

বিহিলে—এয়ে গঞাঁৰ ধাৰণা হল। নবেনৰ ঘৰৰ লগত দেৱেশ্বৰহঁতৰ সনাপিঠাও মানুহে সহিব নোৱাৰিছিল; সঁচাই-মিছাই নানা কথা ৰটিছিল। ধন-সম্পত্তি বৃদ্ধিৰ লগে লগে মানুহৰ শত্রুৰ সংখ্যাও বাঢ়ে। অকস্মাতে এদিন ওজাৰ ঘৰ স্বৰ্গদেৱৰ কৃপাত ধন-সম্পত্তিৰে জয়জয় ময়ময় হোৱাত চকু চৰহা এদল মানুহে হকে-বিহকে তেওঁলোকৰ বিৰোধিতা কৰিলে। সেই দিনৰপৰা যশ-গৌৰৱৰ লগে লগে ওজা পৰিয়ালৰ নামত নানা অপবাদ অপযশ জড়িত হল। বেজালি কৰি ওজাঘৰে ৰাজ কাৰেঙত নেলাগে সাধাৰণ ঘৰতো গৰ্ভপাত ভ্ৰূণ হত্যাত লিপ্ত থকা একেবাৰে মিছা নহয়; ওজা পৰিয়ালৰ ডেকা-গাভৰুৰ অবৈধ প্ৰণয় কাহিনীৰ বিষয়েও মানুহে কোৱাকুই কৰে। ওজা পৰিয়ালে নিজেই সাপ হৈ খোটে, বৈদ্য হৈ জাৰে। তুঁহ জুইৰ দৰে এইবোৰ মানুহৰ মনত উমাই উমাই জ্বলি থাকে; বতাহ পালে কেতিয়াবা সৰ্ব্বগ্ৰাসী হয়। অপবাদ প্ৰমাণ কৰিব নেলাগে; বিনা বিচাৰেই মানুহে বিশ্বাস কৰে। সীতাৰ নিৰ্ব্বাসনো এনে স্বতঃসিদ্ধ অপবাদৰে ফল।

নবেনৰ বিধবা গাভৰুজনীৰ ঘৰলৈ দেৱেশ্বৰে অহা-যোৱা কৰা কথাটো চুবুৰীয়াৰ চকুত বিষসদৃহ লাগিছিল। গাৱঁত বৰলা থাকিলে বিধবা নষ্ট হয়। নবেশ্বৰেই বা ৰাতি-দিন মালতীৰ ওচৰত পৰ দি থকাৰ দৰ্কাৰ কি? সাপৰ সকুবৰ নাই। নবেশ্বৰ ৰখীয়া নোহোৱা হেঁতেন চৰিত্ৰহীন গাৱঁৰ দুই-চাৰিজন ডেকাই মালতীৰ কাষ চাপিবলৈ চেষ্টা কৰিব পাৰিলেহেঁতেন;

সংকল্পত বাধা পৰাত এওঁলোকেই সাধু হল। তাহাঁতৰ মুখে মুখেই নোহোৱা কথাও সঁচা হল। মানুহৰ মুখে মুখে বাগৰি সাধুকথা দীঘল হোৱাৰ দৰে ইটোৰ সিটোৰপৰা মালতী নৰেশ্বৰৰ সম্বন্ধ মনোৰঞ্জক হৈ বিয়পি পৰিল। মালতী নৰেশ্বৰেনো কি কথা-বতৰা পাতে, কি কৰে—সময় নাই, অসময় নাই চেগ বুজি চুবুৰীয়া তিৰোতাই ভুমুকিয়াই চাই যায়হি। পুৱা-গধুলি লৰা ছোৱালীক মালতীৰ ঘৰলৈ পঠিয়ায়—তাইনো নৰেশ্বৰৰ লগত কি কৰিছে তাৰ উমান লবলৈ। ওচৰ চুবুৰীয়াৰ কণ কণ লৰা-ছোৱালীবোৰে বিনা সংকোচে মালতীৰ ভিতৰ বাহিৰত ইটো-সিটো বস্তু লাৰি-চাৰি ঘিটঘিটাই ফুৰে। এবাৰ মাত-মাতিবলৈ মালতীৰ সাহস নাই।

দিন যোৱাৰ লগে লগে মালতীৰ বেজাৰ কিঞ্চিত পাতলি জাৰকালিৰ পুখুৰীৰ পানীৰ দৰে ওপৰ তপত অন্তৰ শোকত ঠেৰেঙা লাগিল। ইটো-সিটো বা বাতৰি আনি, ইখন-সিখন হাঁহি ধেমালিৰ কথা কৈ নৰেশ্বৰে মালতীৰ শোক বেজাৰ পাহৰাবলৈ চেষ্টা কৰে। আনৰ মৰম পালে, নিজেও মৰম বিলাব পাৰিলে মন সুখী হয়। নৰেশ্বৰক ভায়েকৰ দৰে গ্ৰহণ কৰি আৰু নৰেশ্বৰৰ পৰাও তাৰ প্ৰতিদান পাই মালতীয়ে কিছু সান্ত্বনা লভিলে।

মালতীয়ে সৰহ খিনি সময় ধৰ্ম্ম-গ্ৰন্থ পঢ়ি কটায়। জীৱন-মৰণ সম্বন্ধীয় আগেয়ে নুবুজা তত্ত্ববোৰ বুজা বুজা যেন বোধ হল। নিজৰ দুখে সেইবোৰৰ অৰ্থ উপলব্ধিত সহায় কৰিলে।

নিসঙ্গ জীৱন সঙ্গী মধুৰ কৰাত, শোক-বেজাৰ জৰ্জ্জৰিত মন শান্ত কৰাত, শাস্ত্ৰ পৰম সুহৃদ।

সময় আবেলি। আবেলিটো স্কুলৰ শেষ ঘণ্টা; শেষৰ ঘণ্টাত ছাত্ৰৰ পাঠ্যপুথিত মন নবহে; শিক্ষকে কি কয় তাক শুনিও নুশুনে। উৎসুক উত্ৰাৱল হৈ অপেক্ষা কৰে ছুটীৰ শেষ ঘণ্টাৰ ধ্বনিলৈ। পঢ়াশালিৰ শেষ ঘণ্টাৰ দৰে মালতীৰ আবেলিটিও অস্থিৰ, অমনোযোগী। মালতীয়ে আবেলিটো ঘৰৰ বনবাবি এখনতো মন বহুৱাব পৰা নাই। কুটা এগছো তুলি লবৰ ইচ্ছা যোৱা নাই। তুৱাৰ দলিত বহি খলিগুটি খেলি খবিয়াল কৰা লৰা-ছোৱালী কেইটালৈ অন্যমনস্কভাৱে মাথোন চাই আছে। নৰেশ্বৰে এনেতে ওলাই মালতীৰ বিষাদ মূৰ্ত্তিৰ মুখত হাঁহি ফুটাবলৈ মাত দিলে,—"খুড়ীদেউ, তুমিও ইহঁতৰ লগতে খলিগুটিৰ খেলত বহি নোযোৱা কিয়?"

"মই বুঢ়ীজনীৰ এতিয়া খলিগুটি খেলাৰ বয়স আছে?" গহীনাই মালতীয়ে উত্তৰ দিলে।

মুখখন পূৰ্ব্বতকৈ ৰঙিয়াল আৰু হাঁহিটো উজ্জ্বল কৰি উচ্চতাৰে বয়স নিৰ্ণয় কৰিবলৈ মালতীৰ সমুখাসমুখিকৈ থিয় হৈ নৰেশ্বৰে কলে, "চাওঁ, পোন হোৱা। তুমিনো মোতকৈ কিমান বুঢ়ী হলা জুখি চাওঁ।"

নাপিতৰ নিৰ্দ্দেশত মূৰ পোন কৰাৰ দৰে মালতীয়ে ডিঙি পোন কৰি হাঁহি মাৰি নৰেশ্বৰলৈ চালে। তুৱাৰদলিত খলিগুটি খেলি থকা পিজৌৰ জীয়েক ভৱানীয়ে শহাৰ দৰে কাণ থিয়

কৰি মালতী নবেশ্বৰৰ ক:থাপকথন আলেঙে আলেঙে শুনি আছিল। হাতৰে গুটি লিৰিকি-বিদাৰি আছিল যদিও চকুৰে পিৰিক পাৰককৈ মালতীকহে লক্ষ্য কৰিছিল। নবেশ্বৰৰ বুকুত মালতীৰ বুকুৰ সংযোগৰ উপক্ৰমত ভৱানীয়ে নোপোৱা ৰহস্যৰ সন্তেদ পালে। হাতৰ গুটি খলিত দলিয়াই মাকক বিচাৰি পোৱা কথাৰ বতৰা দিবলৈ উত্ৰাৱল হৈ দৌৰ মাৰিলে; লৰৰ কোবত মাটী ৰবণীয়া চুটি কাচুটি কেইবাৰ যে নখহিল! ভৱানীয়ে কি দেখিলে, কি শুনিলে তাৰ অনুসন্ধান প্ৰয়োজনীয় বুলি কোনেও নেভাবিলে। প্ৰচাৰ পত্ৰিকাৰ দৰে তিৰোতাৰ মুখে মুখে মুহূৰ্ত্ততে ঘটনাটি জনাজাত হল। ঘটনাটি শুনি অভিজ্ঞ দুই এগৰাকীয়ে পদ-পুথিৰ বচন আওৰালে; 'অৰ্জ্জুনে বোলন্ত শুনিয়োক যুৱৰাজ। সাক্ষাতে দেখিলে দৃষ্টান্তৰ কিবা কাজ।' জুইৰ ফিৰঙতিৰ দৰে মুহূৰ্ত্ততে ঘটনাটো গোটেই গাৱঁত চিটিকি পৰিল। গাভৰু বিধবা গাৱঁত থাকিলে ডেকাৰ চৰিত্ৰ নষ্ট স্বাভাৱিক। বন্ধ্যা-বিধবা-অপবাদ, জ্ঞানীলোকে বোলে ই তিনোও আপদ। অপবাদে মহাদেৱৰো আসন লৰায়, নবেশ্বৰ নগন্য নিগনি মাত্ৰ।

ব্যাভিচাৰ বাঢ়িবলৈ দিলে সমাজৰ ক্ষয়; তপতে তপতে ঘটনাটো বিচাৰ কৰি দোষীক শাস্তি বিহিব লাগে। প্ৰেমৰ বাপেক মহীধৰ গাৱঁৰ মুখিয়াল লোক। তেওঁকে মুখ্য কৰি কথাটো সিদ্ধান্ত কৰিবলৈ দুই-এজনকৈ গঞাঁই প্ৰেমৰ পিতাকৰ কাষত শকুনি-চক্ৰান্ত পাতিলেগৈ। চাওঁতে চাওঁতেই

প্ৰেমহঁতৰ আগচোতালত বুঢ়া-ডেকা, লৰা-ছোৱালীয়ে জুমুৰি দি ধৰিলে। দেৰেশ্বৰক সতৰ্ক কৰি দিব লাগে; মালতীকো গাৱঁৰপৰা মাকৰ ঘৰলৈ খেদাব লাগে। দেৰেশ্বৰৰ জীয়েকৰ লগত প্ৰেমৰ বিয়া পাতিবলৈ যো-জা চলিছে; দুদিনৰ পিছত প্ৰেমহঁত দেৰেশ্বৰৰ মিতিৰ হব; প্ৰেমৰ পিতাকেই গৈ দেৰেশ্বৰক গঞাঁৰ সিদ্ধান্ত জনোৱা উচিত। বহু বাক বিতণ্ডাৰ পিছত সেই দিনালৈ একো সিদ্ধান্ত নহল।

প্ৰেমই প্ৰমাদ গণিলে। নৰেনৰ মৃত্যু নোহোৱাহলে আলতীৰ লগত তাৰ বিয়া যোৱা মাহতেই হৈ গলহেঁতেন। গাৱঁৰ ভিতৰত আলতী দেখনিয়াৰ ছোৱালী। দেৰেশ্বৰৰ ঘৈণীয়েক জীয়াই থাকোতেই প্ৰেমৰ লগত আলতীৰ বিয়াৰ প্ৰস্তাৱ হৈছিল। আলতীয়েও প্ৰেমলৈকে আহিবলৈ বাট চাই আছে। ইটোৰ পিচত সিটো দুৰ্ঘটনা নঘটা হলে দুয়োটাই ইমান দিনে ঘৰ-সংসাৰ পাতি বহিলহেঁতেন। প্ৰেমই ভয় কৰিলে—কিজানিবা এই কলঙ্কৰ বাৰে দেৰেশ্বৰৰ ছোৱালী আনিবলৈ বাপেক মান্তি নহয়। সি লৰালৰিকৈ নিজেই দেৰেশ্বৰৰ ঘৰ ওলালগৈ। প্ৰথমতে গৈ আলতীক কোৱাত তাই ঘটনাটো বিশ্বাস নকৰিলে; সন্থহতে বাপেকক কথাটো নজনাবলৈ বুজালে। আলতীয়ে নিজেই নৰেশ্বৰক সুধি যি হয় কৰিবলৈ গাত ললে। বাপেকৰ উগ্ৰ স্বভাৱৰ লগত আলতীৰ পৰিচয় আছে। বাপেকৰ কাণত পোনে পোনেই গৈ বাতৰিটো পৰিলে, নৰেশ্বৰৰ কি শাস্তি হব আলতীৰ কল্পনাৰো অতীত।

ধীৰে-সুস্থিৰে ডাল-পাত জোৰা লগাই নৰেশ্বৰৰ গাৰ দোষ একুৰাই কথাটো বাপেকক জনোৱাব আলতীৰ ইচ্ছা। হেলাত কাৰ্য্য নষ্ট—অপেক্ষা কৰিবলৈ প্ৰেম মাস্তি নহল। নৰেশ্বৰৰ গাত সৰ্ব্ব কলঙ্ক আৰোপ কৰি, হব খোজা শহুৰেকৰ আগত প্ৰেমই ঘটনাটো বিৰৰিলে। তেজত বংশৰ উগ্ৰতা দোষ আছে; দেৱেশ্বৰে মুহূৰ্ত্ত ৰব নোৱাৰিলে; নৰেশ্বৰক মালতীৰ ঘৰৰপৰা চোঁ চোঁ কৰে টানি উলিয়াই মাৰ-ধাৰ কৰিলে। মালতী আৰু নৰেশ্বৰে ঘটনাটো কি প্ৰথমে ভালকৈ বুজিবই পৰা নাছিল। দেবেশ্বৰৰ গৰ্জ্জনিত দুই-এটা ইঙ্গিত প্ৰকাশ পোৱাত তাৰেপৰা ঘটনাটো কিছু ধৰিব পাবি মালতী পাথৰৰ মূৰ্ত্তিত ৰূপান্তৰিত হল; এনে এটা মিছা কলঙ্ক ঘটনাত চকুপানীৰো সীহৰ দৰে গোট মাৰিলে।

তাতকৈ ভনীয়েকক বেচি আদৰ কৰে বুলি সৰুৰে পৰা নৰেশ্বৰৰ বাপেকলৈ হিংসা; অধিক স্নেহ সি পাইছিল—মাকৰ পৰাহে। মাকৰ মৃত্যুত সেই মৰমৰপৰা বঞ্চিত হল; তদুপৰি মাক মৰা সৰু ছোৱালী বুলি বাপেকেও পিতৃহৃদয়ৰ সকলো মৰম উজাৰি দিছিল আলতীৰ ওপৰত। নৰেশ্বৰৰ ভাগ্যত পৰিল বাপেকৰ শাসন, নিৰ্দ্দেশ, উপদেশ; তাৰে পালনৰ তিল পৰিমাণ ক্ৰুটীতে বাপেকৰপৰা ডাবি-হুকি, মাৰ-ধৰ খাব লগা হোৱাত নৰেশ্বৰ স্বভাৱতে পিতৃবিদ্বেষী হৈ উঠিছিল। বাপেকৰ নিষ্ঠুৰ শাসনৰ মাজত মালতীৰ ওচৰতে মাকৰপৰা হেৰোৱা মৰম ফেৰা পাবলৈ সি আশা কৰিছিল।

নোসোধা নোপোছাকৈ বাপেকে তাক মাৰ ধৰ কৰাত সি দুখ পোৱা নাছিল; তেনে শাস্তি সি বহুবাৰ খাইছে। যৌৱনৰ দুৱাৰদলিত থিয় দিব খোজা নৰেশ্বৰৰ অন্তৰত অপমান, অভিমান ক্ষোভ মৰিশালীৰ সৰ্ব্বভুক জুইৰ দৰে দপদপাই জ্বলি উঠিল মাতৃস্নেহা মালতীৰ অকাৰণ অপমানত। নিৰ্দ্দয় বাপেকৰ অত্যাচাৰৰপৰা চিৰদিনৰ কাৰণে হাত সাৰিবৰ বহু পন্থাৰ কথাকে নৰেশ্বৰে ভাবিলে। শেষত নিজৰ পিন্ধা কাপোৰ দুডোখৰমান লৈ ওজাৰ ঘৰৰ শেষ সন্তান ৰাতিতে পৈতৃক ভেটীৰ পৰা পলাল। নৰেশ্বৰ কলৈ পলাল—কোনেও নেজানিলে।

## তিন

ৰাতিটো নৰেশ্বৰে সাৰস্থুৰ নোহোৱাকৈ ঘঁৰিয়াল পৰা দি বিছনাত পৰি থাকিল। ঢলপুৱাৰ লগে লগে ঘৰৰ চালত ঘন চিৰিকাৰ কিলকিল কোলাহলত ধৰমৰ কৈ উঠি বহিল। চকু মোহাৰি মোহাৰি সি নো ক'ত আছে সুঁৱৰিবলৈ চেষ্টা কৰিলে। কাষৰ বিছনাত শুই থকা ৰহমতক দেখি ৰাতিৰ ঘটনালৈ চাঁত কৰে মনত পৰিল। লাহে লাহে উঠি দুৱাৰখন মেলি বাহিৰ ওলাল। কেচুৱা বেলিৰ মিচিকিয়া হাঁহিটিয়ে বাগিছাত সৌৰভ ছটিয়াইছে; চকু যোৱালৈকে গোটেই দিশ সেউজীয়া চেলেঙে আবৰি থৈছে; ক'তো অকণমানি খুঁত নাই; কুলী গাভৰুৰ লনী দেহৰ দৰে সম্পূৰ্ণ আৰু শুৱনী। পৰিচিত মলিন পৃথিৱীৰপৰা

নৰেশ্বৰ যেন এক বিতোপন জগতত সোমালহি। সৌন্দৰ্য্যৰ জুতি লব জনা চকু, কাণ, নাক, ইন্দ্ৰিয়, ইমান দিন গাৱঁৰ নিথ্যালু পৰিবেশত শুই আছিল, অচিনাকিৰ যাদু পৰশত সেই সকলোবোৰ অকস্মাতে সাৰ পাই উঠিল—নৰেশ্বৰৰ চকুত আজি বিতচকু। কণাই চকু পোৱাৰ দৰে চাৰিওপিনৰ ঘৰ দুৱাৰ, গছ গছনিবোৰ কেতিয়াও নেদেখা দৃশ্যৰ দৰে সি ঘূৰি ঘূৰি চালে। সিহঁত থকা ঘৰটোৰপৰা কিছু আঁতৰত ডাঙৰ টিনৰ চাং বঙলা এটা; চাং বঙলাৰ আগ পিছ দুয়ো বাৰণ্ডা তাঁৰৰ জালেৰে বেৰা। সিহঁত থকা ঘৰত আৰু কেইটামান কুঠৰী আছে; তাৰ এটাৰো দুৱাৰ মেল খোৱা নাই। নৰেশ্বৰে এখোজ দুখোজকৈ তাঁহাতৰ ঘৰৰ পিনে থকা সৰু কাঠৰ গেটখন মেলি বাট ওলাল। বাটত মানুহৰ সমাগম নাই; নিশা কলঘৰত পহৰা দিয়া হলৌ চোলা পিন্ধা পহৰাৱালা দুটাই হাতত হাৰিকেন লণ্ঠন, বাঁহৰ টোকোন লৈ তাৰ কাষেদিয়েই গল। দুয়োটাই নৰেশ্বৰলৈ সন্দেহৰ চকুৰে চালে। পহৰাৱালা দুটাক আগবাঢ়ি-বলৈ দি, সি তাহাঁতৰ পিছ ললে। অলপ দূৰ যোৱাৰ পিছত বাটত দুই-চাৰিজন মানুহ ওলোৱা দেখিলে; এজনে ভোট এড়াৰ ঠাৰিবে দাঁত ঘঁহি ঘঁহি সুৰসুৰীয়া বাট এটাত আগবাঢ়িছিল, সঙ্গ লাভৰ আশাত নৰেশ্বৰে তাৰ পিছ ললে। সৰু জাৰণিখনৰ মাজেদি যোৱা বাটটোয়েদি ক্ষন্তেক যোৱাৰ পিছতে নৈ এখন দেখিলে। মানুহটো জাৰণিৰ মাজতে অদৃশ্য হ'ল। নৰেশ্বৰে লাহে লাহে নৈৰ কাষ পালেগৈ।

লৰা ছোৱালী কেইটামানে নদীৰপৰা দলঙা এখন পাৰলৈ টানি উলিয়াইছিল। নৰেশ্বৰে দূৰৈৰপৰাই চালে; দলঙা টনা লৰা এটা ওখই পাখই তাৰ সমানেই; লগত সৰু সৰু লৰা দুটা, ছোৱালী দুজনীও। ডাঙৰ ছোৱালী জনীয়ে দলঙাৰপৰাই নৰেশ্বৰলৈ বগলিৰ দৰে ডিঙি মেলি চালে। সমবয়সীয়াৰ আকৰ্ষণে নৰেশ্বৰক লৰা ছোৱালী কেইটাৰ কাষলৈ টানি নিলে। ইতিমধ্যে দলঙাখন পাৰৰ বালিৰ ওপৰ পালেহি; আটাই কেইটা লৰা ছোৱালীয়ে বালিত আঠুকাঢ়ি দলঙাৰ মাজৰ ডাল পাতবোৰ উলিৱালে; লগে লগে মাছবোৰে দলঙাৰ পৰা ওলাই বালিৰ ওপৰত ডেওপাৰি জঁপিয়াবলৈ লাগিল। জঁপিয়াই জঁপিয়াই পানীৰ ফুৰলিলৈ যোৱা মাছ কেইটা থাপ্ মাৰি ধৰি সৰু ছোৱালী জনীয়ে গীতৰ সুৰত সুধিলে—

"দলঙা কোনে পাতিছে?"

"আমি পাতিছোঁ।" সমস্বৰে লৰা দুটাই উত্তৰ দিলে।

"পুঠি খলিহনা কোনে ধৰিছে?" সৰু ছোৱালী জনীয়ে সুধিলে।

"আমি ধৰিছোঁ।" লৰা দুটাই কলে।

"ছন্দা কোনে ধৰিছে?"

"আমি ধৰিছোঁ।"

"চাঁও চাঁও ছন্দাৰ চকু চাওঁ।" হাতৰ মাছটো পানীলৈ দলিয়াই দি সৰু ছোৱালীজনীয়ে পুনৰ গালে—

"গ'ল, গ'ল।
ছন্দাই গা তিয়াবলৈ গ'ল।"

আটাই কেইটা লৰা ছোৱালীয়ে হাত চাপৰি মাৰি সমস্বৰে চিঞৰিলে। পুনৰ আটাই কেইটাই গছ-পাতৰ মাজৰপৰা টপাটপ মাছ গোটাই খালৈত ভৰালে। দলঙাতনো কি মাছ পৰিছে তাকে চাবলৈ নৰেশ্বৰ কাষ চাপিল; সমনীয়া এজনক ওচৰতে দেখি ডাঙৰ লৰাটোয়ে সুধিলে,—"কৰপৰা আহিছ?"

"গাৰ'ৰ পৰা।" নৰেশ্বৰে উত্তৰ দিওঁ-নিদিওঁকৈ কলে।

"বাগিছাত কাম কৰিবি?" লৰাটোয়ে শলমাছ এটা খালৈত ভৰাইছিল; নৰেশ্বৰে উৎসুক চকুৰে খালৈটোলৈ চাই মূৰ তুপিয়াই মাথোন শলাগিলে।

"বৰ বাবুক লগ পাইছ?" পানীমেটেকা সোপা দলঙাৰ পৰা আঁতৰাই লৰাটোৱে সুধিলে।

"ওহো।" নৰেশ্বৰৰ চকুয়ে তেতিয়া দলঙাৰ মাজত পিত পিতালে।

"বৰ বাবুক আঠ বজাতহে দেখা পাবি। মোৰ লগত আহিবি. চিনাই দিম।" সমৰ্থনৰ আশাত লৰাটোৱে নৰেশ্বৰলৈ চালে; সেই দৃষ্টিত সহজ বিশ্বাস, অকৃত্ৰিম বন্ধুত্বৰ ভাবেই ফুটি ওলাল। ইমানপৰ বন্ধ হৈ থকা নৰেশ্বৰৰ অন্তৰ লৰাটিৰ আগ্ৰহ আহ্লাদত মুকলি হল। নৰেশ্বৰে সংকোচেৰে উত্তৰ দিলে, "মই কালি চাহাবৰ লগত আহিছোঁ।"

চাহাব শব্দটো যেন যাদু মন্ত্ৰহে; নৰেশ্বৰৰ মুখত কথাষাৰ

শুনা মাত্ৰকে দলঙাত মাছ খেপিয়াই ফুৰা লৰা ছোৱালী আটাই কেইটাই আচৰিত হৈ নৰেশ্বৰৰ মুখলৈ চালে। উৎসুক মিশ্ৰিত স্বৰত ডাঙৰ লৰাটিয়ে সুধিলে,—"চাহাবে কি কাম দিব ?"

"ওহোঁ, কব নোৱাৰো।"

অকস্মাতে ডাঙৰ ছোৱালীজনীয়ে চিঞৰিলে,—"এই লখু, বল বল, দলঙা পাতি থওঁগৈ।" আগন্তুকে চাহাবৰ ঘৰত কাম পোৱা শুনি ছোৱালীজনীৰ অসহ্য হৈছিল—তাৰে ইঙ্গিত চিঞৰত প্ৰকাশ পালে। লখুয়ে ছোৱালীজনীৰ আহ্বানলৈ কাণ নিদি বহুদিনৰ অভিজ্ঞতাৰ ভাৱত কলে,—"বয় কাম দিবও পাৰে ?"

নৰেশ্বৰে উত্তৰ নিদি প্ৰশ্নবোধক দৃষ্টিৰে লৰাটোলৈ মাথোন চালে।

"বয় কাম বৰ আৰামৰ ; অফিচৰ দুৱাৰ মুখত থিয় দি থাকিব লাগিব ; ধুনীয়া পোছাক দিব।"

লখু আগন্তুকৰ কাষৰপৰা নহা দেখি, ছোৱালীজনী নিজেই তাহাঁত দুয়োৰ মাজত থিয় হলগৈ। ভনীয়েকলৈ চাই লখুয়ে উৎসাহেৰে কলে, "চনিয়া, ইয়াক বয় কৰিবলৈ চাহাবে গাৱঁৰ পৰা আনিছে।"

হাটত মনোহাৰী বস্তু পৰীক্ষা কৰা দি চনিয়াই নৰেশ্বৰৰ ভৰিৰপৰা মূৰলৈকে নিৰীক্ষণ কৰিলে ; দুবাৰ তিনিবাৰ চকুহাল বহলকৈ মেলি চাই মুখ ভেঙুচালি কৰি কলে, "ইস্, চাহাবে বয় কৰিবলৈ মানুহ বিচাৰি নেপালে। এই ৰূপৰামূৰীয়াটোক বয়

কৰিব ? তাৰ গাটো গাৰঁলীয়া গাৰঁলীয়া গোন্ধাই আছে।” জোঙা নাকটো ওপৰলৈ কৰি চনিয়াই দূৰৈৰপৰা গোন্ধ ললে।

লাজ সংকোচ নোহোৱাকৈ মুখৰপৰা থুই এথোপা উলিয়াই পেলালে—ঘিণত। ছোৱালীজনীৰ ব্যৱহাৰত আৰু চোৱাত নৰেশ্বৰ অপ্ৰতিভ হৈছিল; তাইৰ কথাত আৰু ব্যৱহাৰত সি কেচুটোৰ দৰে লেউসেউ হল। ভনীয়েকৰ ভেঙুচালিত নতুনকৈ পাতিব খোজা বন্ধুত্ব ভাঙে বুলি লখুৱে লৰালৰিকৈ মাত দিলে,—“তোৰ কাজিয়া কৰা স্বভাৱটো মুগুচিল। বল, বল; দলঙাখন পানীত নমাই থৈ আহোঁগৈ।” ভনীয়েকৰ লগত ছুখোজমান দলঙাৰ পিনে গৈ পুনৰ ঘূৰি আহি লখুয়ে নৰেশ্বৰক সুধিলে,—“তোৰ নাম কি ?”

“নৰেশ্বৰ।”

“মই লখু। আমি পুৰণা লাইনৰ মানুহ। লখুৰ ঘৰ বুলিলেই মানুহে চিনাই দিব। ৰাতি খাই-বই আমাৰ লাইনত আহিবি। লাইনৰ মানুহৰ লগত চিনাকী হব।” বন্ধুত্বৰ হাঁহি এটা এৰি থৈ লখু নৈৰ যুঁৱলিলৈ গ'ল। ভায়েক ভনীয়েকহঁতে ইতিমধ্যেই লেখি লেখি খালৈত মাছ ভৰোৱা শেষ কৰি।

“দলঙা ইয়াত নেপাতো। আগৰ ঘূলিটোৰ ওচৰলৈ নিওঁ, বল। ইয়াত ডাঙৰ মাছ নুঠেই।” ককায়েকৰ উত্তৰলৈ বাট নেচাই চনিয়াই নিজে নিজেই হুৰ হুৰকৈ পানীলৈ দলঙাখন টানি নিলে।

যেন আজিহে প্ৰথম আবিষ্কাৰ কৰিলে। লাহে লাহে চাহ-গছবোৰ তাৰ চকুত পৰিল—শাৰী শাৰীকৈ সজাই থোৱা একোখন একোখন সেউজীয়া ছবিহে। সদায় দেখা সেউজীয়া ঘাঁহেও নৰেশ্বৰৰ অন্তৰত আজি এক নতুন অনুভূতিৰ সৃষ্টি কৰিলে। গছ-গছনি, ঘাঁহ-বন, চৰাই-চিৰিকতি যে ইমান ধুনীয়া, এই নতুন পৰিবেশতহে তাৰ প্ৰথম বোধ হল।

বিস্ময়েৰে চাৰিওপিনে চাই চাই নৰেশ্বৰ নিজৰ ঘৰৰ পিনে আগবাঢ়ি গল। চাহাবৰ বঙলাৰ চৌহদত কৰ্ম্মব্যস্ততা। কোট পাইজামা পিন্ধি ৰহমত চাহাবৰ বঙলাৰ বাৰাণ্ডাত; দুটা মানুহে বঙলাৰ সন্মুখৰ ঘাঁহনিত পৰিথকা সৰাপাত বুটলিছে। ঘাঁহৰ আদৰ জীৱনত সি এই প্ৰথম দেখিলে। নৰেশ্বৰ শোৱা ঘৰটোৰ মূধতে দম্‌কলটো; তাৰ কাষতে আগ দিনা উঠা মটৰ গাড়ীখন ৰৈ আছে। এই অপৰিচিত পৰিবেশৰ মাজত মটৰ গাৰীখনকেই তাৰ আপোন আপোন লাগিল। অচল হোৱা এই গাৰীখনক কালি চলন-শক্তি দিয়াত তাৰো সহায় আছে; সেই কথা সি গৌৰৱেৰে অনুভৱ কৰিলে। জীৱনত ফাৰ্ষ্টক্লাচ গাৰী এই খনতে সি প্ৰথম উঠিছিল; মটৰখনৰ কাৰণে তাৰ মোহ জন্মাৰ সিয়ো এটি কাৰণ। মটৰখনৰ গাত স্নেহেৰে হাত বুলাই সি চিন্তিত হল।

"কালি চাহাবে তোকেই বাটৰপৰা আনিছিলনেকি?" অকস্মাতে ড্ৰাইভাৰৰ প্ৰশ্ন শুনি সি উচপ খাই উঠিল। গাৰীৰ পৰা হাতটো একৰাই উত্তৰ দিলে,—

"ও।"

"গাৰীৰ কাম জান?" গাৰীৰ বনেট খুলি ড্ৰাইভাৰে সুধিলে।

"ওহোঁ।"

"হেণ্ডিমেনৰ কাম কৰিব পাৰিবি?" নৰেশ্বৰৰ মুখলৈ চাই ড্ৰাইভাৰে এড্‌জাস্ত পাইপত হাত দিলে।

নৰেশ্বৰে গাঁৱৰপৰা জিলালৈ দুই এবাৰ বাচত আহিছে। হেণ্ডিমেনৰ কাম নো কি কিছু কিছু অনুমান কৰিব পাৰিলে। চৰকাৰী আলিত চলা বাচ বাটে বাটে অচল হয়, হেণ্ডিমেনে ঠেলিব লাগে; বাটৰ কাষৰ জান-জুৰি নলাৰপৰা পানী কঢ়িয়াই বাল্টিৰে ৰেডিয়টৰত ঢালে; কেতিয়াবা ৰবৰৰ নলী লগাই চুহি পেট্ৰল 'পাচ' কৰোৱাব লাগে। কেতিয়াবা ধূলিত লুতুৰি-পুতুৰি হৈ গাৰীৰ তলত সোমাই নট বল্টু কচিব লাগে। হেণ্ডেল মাৰোঁতে ঘামত গা-মূৰ জুৰুলি জুপুৰি হয়; মূৰটো ঘূৰাই মুখত পৰা দীঘল চুলিবোৰ পিছলৈ মাৰি পঠিয়ায়। হেণ্ডিমেন শব্দটো শুনাৰ লগে লগে নৰেশ্বৰৰ মনত এই লেতেৰা ৰূপটো ভাহি উঠিল। হেণ্ডিমেনৰ গাৰ মবিলৰ ভেকেটা ভেকেট গোন্ধ তাৰ নাকত সোমাল। নাকটো হাতেৰে মোহাৰি ঘৃণাৰে কলে, "হেণ্ডিমেন হবলৈ যাম কিয়?"

বাগিচাৰ কুলি লৰাৰ হেণ্ডিমেন হোৱা ডাঙৰ আকাঙ্খা; ড্ৰাইভাৰে নিজেও প্ৰথমে হেণ্ডিমেন হৈহে গাৰীৰ কাম শিকিছিল। নিজৰ ব্যৱসায়ক সি যথেস্ট উচ্চ স্থান দিয়ে।

নিৰ্ব্বোধৰ দৰে নাঙল আৰু গৰুৰ পিছে পিছে ঘূৰি ফুৰাতকৈ যন্ত্ৰ এটাক শাসন কৰা ডাঙৰ কাম। গাৱঁলীয়া লৰা এটাই এই সম্মানিত ব্যৱসায়ক তাচ্ছিল্য কৰাত অপমান বোধ কৰি ড্ৰাইভাৰে গেঙেৰি মাৰি উত্তৰ দিলে,—

"চাহাবে তোক কলঘৰৰ বাবু কৰিবলৈ আনিছে?" নৰেশ্বৰৰ ওপৰত উঠা খংটো তীব্ৰ কৰিবৰ অৰ্থে ড্ৰাইভাৰে ঘটংকৈ বনেটখন বন্ধ কৰিলে। নিজৰ শক্তি আৰু ক্ষমতাৰ পৰিচয় দিবলৈ হেণ্ডেল মাৰি মটৰ ষ্টাৰ্ট দিলে; গোঁ গোঁ শব্দ হ'ল।

নৰেশ্বৰে দমকলৰ পানীৰে মুখ-হাত ধোৱা শেষ কৰি কুঠৰীলৈ খোজ ললে।

## চাৰি

নৰেশ্বৰ ৰাতি শোৱা বিছনাখনত বহিল; ঘৰ ত্যাগ কৰা কেইদিন হ'ল হিচাব হেৰাল। এই কেইদিন সি কেইবা ঠাইতো আশ্ৰয় লৈছিল। এৰাতি কোনোবা গাৱঁৰ নামঘৰৰ পিৰালিতে ৰাতিটো কটাইছিল।

মাজ নিশা কোনোবা দুটাই তাৰ কাষতে বহি ফুচফুচাই মেল পাতিলেহি। ভৰি-হাত লেৰচৰ নকৰাকৈ তাঁহাতেনো কি কথা পাতে, সি তাৰ উমান ললে। গেনগেনীয়া মাতেৰে এটাই কোৱা শুনিলে, "...কিমান পৰালি পৰ দিবি? বল, মদনৰ ঘৰতে সোমাওঁগৈ।"

"মদন বায়নৰ কথা কৈছ?"

"ওঁ।"

"তাৰ ঘৰত ফুটা কড়ি এটাও নেপাব।"

"ফুটা কড়ি বিচৰা নাই। তুপুৰামান চাউল পালেই হল। তুদিন পেট পূৰাই খোৱা নাই, আজি হাতত এপদো বস্তু নিনিলে তিৰোতাই সুখেৰে নেৰে।"

"তোলৈ হবলা বায়ননীয়ে চাউল ছিৰা খুন্দি থৈছে?"

"বায়নে সিদিনা নামঘৰৰ প্ৰসাদলৈ তোলা আটাইখিনি চাউল আনিছে।"

"তাৰ খুদকণটোও নাই। হাঁহ পোৱালিৰ দৰে এবাহ লেৰা-ছোৱালীয়ে হুতাই হুতাই চোবাই অন্ত পেলালে।"

"বায়নটোয়ে প্ৰসাদ চুৰ কৰি কিমান দিন খাব?"

"তইনো লোটা-বাতি চুৰ কৰি কিমান দিন চলিবি?"

"বায়নৰ দৰে মাটি-বাৰি তুডৰামান থকা হলে ৰাতিখন টোপনি খতি কৰি লোকৰ কলতলে বাঁহতলে নুঘূৰিলোহেঁতেন।"

"বাৰু, থ থ, তোৰ বব কথা। বামুনী শুলেনে নাই গমটো লৈ আহগৈ।"

"বামুনটো ঘৰত নাই—ভাবিছিলো বামুননীয়ে ফুট গধুলিতে তুৱাৰৰ ডাং মাৰি শুব, তাই আকৌ আজিহে তুপৰ ৰাতিলৈকে পিঠাগুৰি ভাজিবলৈ ললে!"

"এতিয়ামানে শুলেচাগৈ, যাচোন, সহাঁৰি লৈ আহগৈ।"

বামুননী জনী হল বজা; বামুনটে হল কৰাইচ কৃপণ, সি কোৰোণাবে চপাইহে চপায়; কাৰো শৰাধ এটা বাদ নপৰে।

কাঁহী বাতি বয়বস্তুৰে ঘৰ ঠাহ খুৰাই থৈছে। কাকো এমুঠি চাউল নিদিয়ে।”

“যাচোঁন, যা; আজি ঘৰ কিছু খালি কৰোঁ; তেহেহে পুৰালৈ শৰাধৰ বস্তু সুমুৰাবলৈ ঠাই আজৰি হব।”

“আশা নাই; গিৰিয়েক নাই যেতিয়া আজি যখিনী জনীৰ টোপনি নাহে। বাৰু, এবাৰ চাই আহো ব।”

মানুহটোয়ে বহাৰপৰা উঠি কেইখোজমান দিওতেই নৰেশ্বৰ গাত উজুতি যাই পৰি পুনৰ ঘসহকৈ উঠি তুমতুমকৈ লৰ মাৰিলে; ভূতে খেদা মানুহৰ দৰে ইটোয়েও পিছে পিছে দৌৰিলে।

চোৰ দুটাই ৰাতিৰ অন্ধকাৰৰ মাজত তাক অনুমান কৰি কেনেকৈ লৰ মাৰিছিল—সেই ঘটনা মনলৈ অহাত নৰেশ্বৰৰ মুখত হাঁহি বিৰিঙিল।

ঘৰৰপৰা ওলোৱা দিন ধৰি তাৰ ভালকৈ টোপনি অহা নাই; যোৱা নিশাহে নিশ্চিন্তমনে শুইছে। গাৱঁৰ লগত সম্বন্ধ নোহোৱা সমাজ এখন পাই তাৰ ভালেই লাগিছে; গাৱঁৰ পৰিবেশত গাটো বিছাই ডকাদি ডাকে। চাহব-মেমৰ লগত যোৱা নিশা হোৱা সাক্ষাতৰ কথা সি আনন্দেৰেই সুৱঁৰিলে। যোৱা ৰাতি ৰহমতে তাক ভাত খাবলৈ অনুৰোধ কৰোতে —ভোক নাই বুলি একো নেখাই সি শুই থাকিব খুজিছিল। ৰহমতে বৰকৈ বুজোৱাত দুগৰাহমান মুখত দিলে। ৰহমত খানচামা মুছলমান; বয়সীয়া মানুহ। মৰমিয়াল; নিজৰ কানি-কাপোৰৰেই সি নৰেশ্বৰক বিছনা এখন কৰি দিছিল।

ভাতৰ থালখন আগবঢ়াই দি ৰহমতে কৈছিল,—“পেটটো প্ৰথম কথা; পেটক সন্তুষ্ট কৰিব পাৰিলেই জাতি-ধৰ্ম্ম ৰক্ষা কৰিব পাৰিবি। পেটৰ কাৰণেই সকলোৱে দেহা মাটী, তেজ পানী কৰি, ৰাতি-দিন খাটি মৰে। খাই বৈ লৈ কালিৰ-পৰা কামত লাগি যাবি।”

“আজি নেখাওঁ, ভাবি-চিন্তি কালিলৈ যি হয় কৰিম।” নৰেশ্বৰে কৈছিল।

ৰহমতে সৰুতে বহু দুখ কষ্ট অভাৱ অনাটন পাই আহিছে; পেটৰ পোৰণিৰ কি যন্ত্ৰণা সি জীৱনত বহুবাৰ উপলব্ধি কৰিছে। নৰেশ্বৰ তাৰ লগত একে কুঠৰীতে শুব অথচ ওৰে ৰাতি লঘোণে থাকিব—ৰহমতৰ সহ্য নহল। ভাতৰ থালখন নৰেশ্বৰৰ হাতত তুলি দি সি কৈছিল,—“মুছলমানৰ হাতৰ খালে জাত যাব বুলি ভয় কৰিছ? মুছলমান খৃষ্টান জানো মানুহ নহয়? কুকুৰ মেকুৰীয়েও নিজৰ জাতক ঘিণ নকৰে। মানুহে মানুহক ঘিণ কৰা জানো ভাল? তহঁতৰ হিন্দুৰ জাতটো ইমান দুৰ্ব্বলনে মুছলমানৰ ৰন্ধা খালেই নষ্ট হব?”

ৰহমতৰ যুক্তি তৰ্কলৈ নৰেশ্বৰৰ অৰণ্যে কাণ যোৱা নাছিল। সদায় মানি অহা বিশ্বাস এটা হঠাতে ভাঙিবলৈ তাৰ ভয় হৈছিল; অথচ মুহূৰ্ত্তৰ পৰিচয়তে ৰহমত ইমান আপোন হৈ পৰিছিল যে তাৰ অনুৰোধ ৰক্ষা নকৰিলে স্নেহৰ অমৰ্য্যাদা হব বুলি নৰেশ্বৰৰ সৰল মনে বুজিছিল। মানুহৰ অন্তৰত বীণাৰ দৰে কেইবাডালো তাঁৰ থাকে; কেতিয়াবা কোনোবা ডাল মৃদু

কঁপ্রনিত বাজি উঠে। ৰহমতৰ স্নেহ পৰশে নৰেশ্বৰৰ অন্তৰ কঁপাই তুলিলে ; নৰেশ্বৰে ভাতত মুখ দিলে।

ৰাতিৰ কথাবোৰ গুণা-গঁথা কৰি থাকোঁতেই হাতত চাহ-জলপান লৈ ৰহমত কোঁঠাত সোমাল। কান্ধত পেলাই অনা খাকী হাফ্‌পেণ্ট আৰু বগা কামিজ এটা নৰেশ্বৰৰ গালৈ দলিয়াই দি কলে, “মেম চাহাবে দিছে।”

নৰেশ্বৰে কাপোৰ কেইটা নতুননে পুৰণি লিৰিকি বিদাৰি চালে। পূৰ্ব্বৰ অৱস্থা নাই যদিও নৰেশ্বৰহঁতে লোকে পিন্ধা কাপোৰ আজিও নিপিন্ধে। প্ৰাচীন আভিজাত্য চূৰমাৰ কৰি সি নিজেই নতুনকৈ নিজৰ ভাগ্য ৰচনা কৰিবলৈ আহিছে। ভাগ্যৰ আৰু বা কিমান পৰিবৰ্ত্তন ঘটে? এটা এটাকৈ কত নিষিদ্ধ কাম কৰিব লাগিব? পুৰণি নীতি নিয়ম ভাঙিব লাগিব? সি ঘৰ এৰা নাই,—সংগ্ৰামলৈহে যেন ওলাই আহিছে। কথাটো ভাবি তাৰ হাঁহি উঠিল।

চাহ জলপানৰ কাপ-ঠাল জোৰা নৰেশ্বৰৰ হাতত তুলি দি ৰহমতে নিৰ্দ্দেশৰ সুৰত কলে, “পেণ্ট-কামিজ পিছত পিন্ধিবি, এতিয়া চাহ খাই ল।”

চকুৰ কোণেৰে হাঁহি যোগ দিলে, “ৰহমতৰ হাতৰ চাহ খালেও জাত যাবনে কি? এইয়া ৰুটি মেমচাহাবে পঠাইছে, তোৰ দেখিছোঁ বাদছাহী কপাল।”

ৰহমতৰ হাতৰপৰা কাপ-ঠালজোৰা লৈ নৰেশ্বৰে ৰুটি এটুকুৰা ছিঙি মুখত দিলে। নিজৰ বিছনাত তপিনাটো থৈ

চিগাৰেটটো জ্বলাই ৰহমতে পুনৰ কলে,—"মেম চাহাবে নাপিতলৈ খবৰ দিছে; নাপিত আহিলে চুলি কটাই লবি—একেবাৰে 'বয় কাট'।"

চাহৰ কাপৰপৰা মূৰ তুলি ব্যাখ্যা বিচাৰি নৰেশ্বৰে প্ৰশ্ন কৰিলে, "বয় কাট কি?"

"মেম চাহাবে তোক বয় কৰিছে; পিছে ভালুকৰ দৰে জপৰা চুলি মলিয়ন চুৰিয়াৰে মেম চাহাবৰ শোৱনী কোঠাত সোমাবলৈ দিব বুলি ভাবিছ হবলা? বয়ৰ দৰে চুলি ছাটি গা-পা ধুই ছাফা হৈ ল।" কথাষাৰ কৈ ৰহমতে গাটো হলাই চিগাৰেটত দীঘল হোপা এটি মাৰিলে।

"বয় হলে কি কৰিব লাগিব?"

"মেম চাহাবক সাত বজাত পালেং চাহ দিবি। মেমচাহাব বিছনাৰপৰা উঠিলে কাম্ৰা চাফ্ কৰিবি; আবেলি মশাৰি তৰিবি; টেবুলত লেম্প জ্বলাই থবি।" মুখৰ চিগাৰেটটো আঁতৰাই ৰহমতে কলে।

"এতিয়ানো এইবোৰ কাম কৰে কোনে?" নৰেশ্বৰে চাহৰ কাপত শেষ ঢোক দি সুধিলে।

"বুধুয়ে। সি চাহাব-মেম দুয়োৰে কাম কৰে। চাহাব ৰাতি দেৰিকৈ শোৱে। মেম-চাহাবৰ টোপনি ভাঙে দেখি আজি কালি দুয়ো বেলেগ বেলেগ কামৰাত শোৱে; মেম চাহাবক সেই দেখি সুকীয়া বয় লগা হৈছে।" কথাষাৰ কৈ ৰহমতে ইঙ্গিতপূৰ্ণ চাহনিৰে নৰেশ্বৰলৈ চালে।

"মই দেখোন এইবোৰ কাম একো নেজানো। মেমচাহাবৰ কোঠাত সোমাবলৈকে ভয় লাগিব।" ভয় হতাশৰ সুৰ নৰেশ্বৰৰ কথাত প্ৰকাশ পালে।

"কিহৰ ভয়? তুই এদিনতে সকলো কাম শিকি লবি। বুধুয়ে তোক কেইদিনমান কাম শিকাই দিলেই হব।"

খোৱা শেষ কৰি নৰেশ্বৰে কাপ-ঠালজোৰা মাটীতে থৈ পুনৰ সুধিলে, "এতিয়া মই কি কৰিম?"

বহাৰ পৰা উঠিবলৈ উপক্ৰম কৰি ৰহমতে উত্তৰ দিলে,—"আজি তোৰ কাম নাই। নাপিত আহিলে চুলি ছাটি গা ধুবি। বুধুয়ে কালিলৈ পুৱাৰপৰা কাম দেখুৱাই দিব।"

মাটীৰপৰা. কাপ-ঠালজোৰ হাতত তুলি নৰেশ্বৰলৈ চাই কলে,—"আজিৰপৰা তোৰ চোট হাজিৰা বৰ হাজিৰা ইয়ালৈ কঢ়িয়াব নোৱাৰোঁ; টাইম মতে ৰান্ধনী ঘৰত খাবিগৈ। দুপৰীয়া চাহাব-মেমৰ খোৱা শেষ হব এক বজাত—তাৰ পিছত আমাৰ খোৱা। ৰাতি চাহাব-মেমে খাব ছয় বজাত—আমাৰ খোৱা সাত বজাত শেষ হব। তাৰ পিছত কিচেনৰ দৰ্জ্জা বন্ধ। ঠিক সময়ত নগলে খাবলৈ নেপাবি—মনত ৰাখিবি।"

ৰহমত গুলাই যোৱাত নৰেশ্বৰে চাহাবৰ পুৰণা হাফ্‌পেণ্ট আৰু কামিজটো পুনৰ আঙুলিৰে লিৰিকি বিদাৰি চিন্তাত মগ্ন হল।

## পাঁচ

বুধুক লগ পাবলৈ পিছদিনা পুৱালৈকে নৰেশ্বৰ বাট চাব লগা নহল। সেইদিনা সন্ধিয়া ভাত খোৱাৰ পিছতে বুধু ৰহমতৰ কোঠালৈ আহিল। ৰহমত তেতিয়াও ৰান্ধনী ঘৰৰ কামৰপৰা আজৰি হোৱা নাই। ৰহমত খানচামাতকৈ বুধুৰ বয়স কম; ৰহমততকৈ কেইবা বছৰৰো পিছতহে বুধু বঙলাৰ কামত মকৰল হৈছিল। বুধু বাগিছাৰে কুলিৰ লৰা; গৰ্ণি-চাহাবেই প্ৰথমে তাক বঙলাৰ ফুলনিৰ কামত লগায়; তাৰ পিছতহে বঙলাৰ কামত ভৰ্ত্তি হয়। গৰ্ণিচাহাবৰপৰা বৰ্ত্তমানৰ মিলাৰ চাহাবলৈকে তিনি চাৰিজন মেনেজাৰৰ বয় কাম কৰি বুধুৰ আদ্ বয়স গ'ল। নিজৰ গাঁতৰ বাহিৰে অন্যৰ গাঁত অনুসন্ধান নকৰা পৰুৱাৰ দৰে বুধুৱে চাহাবৰ বঙলাৰ বাহিৰে আন এখন জগতৰ চিন্তা নকৰাকৈ অবিবাহিত হৈ জীৱনটো কটাইছে; বয়স বঢ়াৰ লগে লগে অতীত সুঁৱৰি সি আনন্দ পোৱা হৈছে। নৰেশ্বৰৰ লগত পৰিচয় হওঁতে নৌহওঁতেই সি যে বাগিছা স্থাপনৰ দিনৰপৰা চাহাবৰ লগত কাম কৰি আহিছে সেই কথা গৌৰবেৰে জনালে। গৰ্ণিচাহাবৰ দিনত আজিৰ নাহৰনি বাগিছাৰ এচোৱা জাৰণি আছিল; গৰ্ণি-চাহাবৰ দিনত নতুনকৈ খোলা বাগিছাৰ নাম নাহৰণি দিয়া হয়। বাপেক মাক দদায়েক মোমায়েকহঁতৰ সৈতে গৰ্ণিচাহাবৰ দিনতে ৰাঁচী জিলাৰপৰা সিহঁত বাগিছালৈ গিৰমিটিয়া হৈ

আহিছিল। নতুন বাগিছাৰ গছ গছনি, হাবি জঙ্ঘল কটা বন্নুৱাৰ মাজত বুধুৰ বাপেক চৰ্দ্দাৰ আছিল। নাহৰণি বাগিছা দৈত্যকায় গছেৰে জাব হৈ আছিল; পোন্ধৰ-কুৰিজন কুলিয়ে দিনটো লাগি এজোপা গছ বগৰাব পাৰিছিল। কোনো কোনো গছত দেও-ভূত লম্ভিছিল; কুকুৰা-ছাগলী বলি দি পূজা-পাতল আগবঢ়াইহে সেইবোৰ গছত কুঠাৰৰ ঘা মাৰিব পাৰিছিল। গৰ্ণিচাহাবে নিজেই পূজা পাতলৰ খৰচ দিছিল—বুধুৱ সেই বোৰ কথা কিছু কিছু এতিয়াও মনত আছে। এবাৰ এজোপা গছত কুঠাৰ মাৰোঁতে তেজৰ আছাৰেকনিয়ে কুঠৰীয়াহঁতৰ গা-মূৰ বাঙলি কৰিলে। ভয় খাই য'বে কুঠাৰ ততে এৰি গছ নেকাটো বুলি আটাইবোৰে লাইনলৈ লৰ দিলে। মহৰী বাবুয়ে বহুত বঢ়াই-বুজায়ো কাকো গছ কাটিবলৈ মান্তি কৰাব নোৱাৰিলে। বৰ বাবুয়ে নিজে আহি পূজাৰ খৰচ দহ টকা দিলে; গছ কাটিবলৈ ৰাজী নহৈ টকা ঘুৰাই দিলে। গৰ্ণিচাহাবে হাতত দুই নলীয়া বন্দুক লৈ বুধুৰ বাপেকৰ লগত নিজেই গছৰ গুৰিলৈ গ'ল; গছৰ গুৰিত তেজ ডোঙা বান্ধি থকা দেখি দুয়ো আচৰিত হ'ল। চাৰিওপিনে লতা-পাতেৰে আগুৰি থকা ঠাই, গছৰ তলত বেলিৰ পোহৰ পৰিবলৈ অন্ধি-সন্ধি নাই—ৰাতিৰ অন্ধকাৰ দিনতে। গৰ্ণিচাহাবে কলঘৰৰ লণ্ঠন জ্বলাই গছজোপাৰ গুৰিৰ পৰা মূৰলৈকে তন্ন তন্নকৈ চালে; প্ৰকাণ্ড অজগৰ সাপৰ মূৰটো তললৈ ওলমি থকা চকুত পৰিল; দেখা মাত্ৰকে চাহাবে

যীশুৰ নাম লৈ আঁতৰিল। বুধুৰ বাপেকে লৰালৰিকৈ চাহাবৰ হাতৰপৰা বন্দুকটো লৈ ঘোৰা টিপিলে। সাপ মৰিল; কিন্তু গছৰ গুৰিৰপৰা ওপৰলৈকে অকাই-পকাই মেৰাই থকা সাপটো অঁতৰোৱা মহা সমস্যা। বাঁহৰ জোঙেৰে খুঁচি খুঁচি কোনো মতেহে পাক এৰুৱাই দহ-বাৰজন মানুহে সাঙ্গি কৰি লাইনলৈ কঢ়িয়াব পাৰিছিল।

ভূতৰ সাধু শুনাৰ দৰে নৰেশ্বৰে ভয়-উৎসুকেৰে বুধুৰ কথা শুনিছিল। দাঁতৰ গুৰিৰ চাধাখিনি উলিয়াবলৈ বুধু ক্ষন্তেক ৰোৱাত নৰেশ্বৰে কৌতূহল হৈ শুধিলে,—

"সাপটো পিছে কি কৰিলে ?"

"কি কৰিব ? সাপ পূজা হ'ল ; চাৰিগাওঁৰপৰা বামুনে আহি ধুম-ধামেৰে পূজা পাতিলে। এসপ্তাহ কাম-কাজ বন্ধ ; নাচ-গান ভোজ। তেতিয়াৰপৰা বাগিছাত সাপ পূজাৰ আৰম্ভ হ'ল।"

"বাগিছাত সাপ এতিয়াও আছেনেকি ?" সৰুৰেপৰা সাপলৈ ভয় কৰা নৰেশ্বৰে সংশয়ত সুধিলে।

"সাপ-সুপ এতিয়া ক'ত থাকিব ? হাবি-জঙ্ঘলৰ কিবা চিনচাব আছে জানো ? দৰৱত দিবলৈকো ফেঁটি সাপৰ মূৰ এটা বিচাৰি পাবলৈ নাই। অথচ, উঁই হাফলুৰ মাজত এই বাগিছাতে কমবোৰ ফেঁটি সাপ নেমাৰিলোঁনে ? আমাৰ কত মানুহ ফেঁটি সাপৰ খোঁটত নমৰিল !" বুধুয়ে হাতৰ চাধা খিনি পুনৰ দাঁতৰ গুৰিত সুমুৱাই কলে,—"সাপ নেলাগে, বাঘ-হাতীৰ জানো কম উৎপাত আছিল ?"

ওচৰ চাপি শুনিলে অধিক উপভোগৰ হয়; উৎকৰ্ণ হৈ শুনি শুনি নৰেশ্বৰ বুধুৰ কাষ চাপি গ'ল। শুনোতাৰ আগ্ৰহত পূৰ্ব্ব কাহিনী বৰ্ণনাতো বুধুৰো আনন্দ বাঢ়িল। জিভাৰ আগেৰে চাধাখিনি দাঁতৰ গুৰিত ভালকৈ গুজি বাঘে দিনতে বস্তিত সোমাই কি উপদ্ৰৱ কৰিছিল তাৰ কাহিনী আৰম্ভ কৰিলে। পোৱালি পোৱা বাঘিনী এজনীয়ে এবাৰ মানুহ গৰু মাৰি উৎপাত কৰাৰ কথা বুধুৰ মনত আছে। বাঘৰ ভয়ত লাইনৰ মানুহে ফুট গধুলিতে দুৱাৰৰ দাং মাৰি ঘৰত সোমায়; সন্ধিয়া বাগানৰপৰা লাইনলৈ ওভোতা বনুৱাক কেইবাদিনো থপিয়াই-ছিল। এদিন এটাৰ কৰঙ্গনৰ এডোখৰ একুৱাই চাহগছৰ মাজেদিয়েই দীঘল দীঘল জাপ মাৰি নোহোৱা হ'ল। বাঘৰ ভয়ত বেলিৰ পোহৰ থাকোঁতেই বনুৱাই বাগিছাৰ কাম এৰি ঘৰ সোমোৱা হ'ল। লগত মানুহ লৈ গৰ্ণিচাহাবে ওচৰ-পাজৰৰ হাবিত বাঘ বিচাৰি চলথ কৰিলে। কিন্তু দিনৰ ভিতৰত বাঘৰ ক'তো ছাঁটোও নেদেখে, অথচ ৰাতি কাৰো নহয় কাৰোৰ চোতালৰপৰা গৰু-ছাগলী লৈ যায়। বাঘৰ উপদ্ৰৱত পাত-তোলা কাম বন্ধ হবলগীয়া হৈছিল; চাৰিও কাষে মুনিহ মানুহ নহলে তিৰোতাই পাত তুলিবলৈ আহিবলৈ সাহ নকৰে; লৰা ছোৱালীও যতে ততে এৰিব নোৱাৰা হ'ল। এদিন এজনীয়ে কোলাৰ কেচুৱা চাহ গছৰ পাহীৰ মাজত এৰি দি খচলৰ চাহপাত টুকুৰীত ভৰাবলৈ গৈছিল। ক'ৰপৰানো হনুমন্ত জাপ দি বাঘটোয়ে আহি কেচুৱাটো থিতাতে কামোৰ

মাৰি লৈ গ'ল, কোনেও উমানকে নেপালে। বাঘৰ মুখৰপৰা ৰক্ষা পাবলৈ হাত ভৰি আচাৰি কেচুৱাটোয়ে যেতিয়া চিঞৰিলে তেতিয়াহে কি ঘটিল পাত-তোলা তিৰোতাহঁতে বুজিলে। বাঘৰ মুখৰপৰা পুতেকক কাঢ়ি আনিবলৈ হাঐ বিঐকৈ চিঞৰি মাকে পিছে পিছে খেদি গলি। চাওঁতে চাওঁতে বাগিছাত কাম কৰা মতা-তিৰোতা সকলো গোট খালেহি। বাঘ নমৰালৈকে কাম নকৰিবলৈ থিৰাং কৰি সকলো লাইনলৈ গুচি গ'ল। দুদিন তিন দিন পাত তোলা বন্ধ, কলঘৰ বন্ধ। বাঘক মাৰিব পাৰিলে আঢ়ৈ কুৰি ৰূপ পুৰস্কাৰ দিব বুলি ওচৰৰ তিনি চাৰিখন গাৱঁত জনাই দিয়া হল। কেইবাজনো চিকাৰি আহিল; পিত-পিতাই ওচৰৰ হাবিত বিচাৰিলে—বাঘৰ গোন্ধ ভাপো নাই। গৰ্ণিচাহাবে বুধুৰ বাপেক দদায়েকক লৈ নিজেই বাঘ বিচাৰি ওলাল। বিচাৰি বিচাৰি গৈ কাৰৈ জানৰ কাষৰ হাবিত মৰা গৰু পোৱালি এটাৰ এছোৱা দেখিলে। সেই ঠাইতে গাছৰ ওপৰত চাং বান্ধি গৰ্ণিচাহাবে হাতত বন্দুক আৰু বুধুৰ বাপেক-দদায়েকে হাতত ধনু-কাড় লৈ ৰাতি খাপ পিতিলে। দুদিন দুৰাতি চাঙত খাপ পিতাৰ পিছত বাঘজনীক গৰু পোৱলিটোৰ ওচৰলৈ অহা গম পালে। গৰ্ণিচাহাবে উত্ৰাৱল হৈ আন্ধাৰে মুধাৰে উমানতে গুলি উৰুৱালে; গুলি বাঘিনীৰ কত লাগিল কোনেও বুজিব নোৱাৰিলে। বাঘিনীয়ে হাঁওৰিয়াই হাঁওৰিয়াই খেদি আহি চাঙলৈকে জঁপিয়ালে। গৰ্ণিচাহাব থৰ্-থৰ্কৈ কঁপিল; চাহাবৰ হাতৰ বন্দুক ভয়ত সৰি পৰিল।

বুধুৰ দদায়েকে হাতৰ লেম্পটোৰ ফিটাডাল বঢ়াই পোহৰাই ল'লে; বুধুৰ বাপেকে তাৰে পোহৰত বিহলগা কাঁড় মাৰি পঠিয়ালে; কাঁড়পাতে গৈ জাপ মাৰিবলৈ চেষ্টা কৰা বাঘিনীৰ বুকুপিঠি শালি পেলালে। হাওঁৰিয়াই হাওঁৰিয়াই বাঘিনীয়ে গছৰ তলতে দীঘল দিলে। মৰা বাঘটো বাগিছাত চকুৰ আগত দেখাৰ পিচতহে মতা-তিৰোতাৰ ভয় ভাগিল।

বুধুৰ দীঘল কাহিনী মাত-বোল নকৰাকৈ শুনি ভয়ৰপৰা ত্ৰাণ পোৱাৰ দৰে নিশ্বাস পেলাই নৰেশ্বৰে সুধিলে, "চাহ বাগিছাৰ লগত তোমালোকৰ মানুহৰ বহুত দুখ গৈছে?"

"কৈছহেনে? এই যে শাৰী শাৰী চাহ গছ দেখিছ—এই বোৰ আছিল জাৰণি; হাতী বাঘ কত যে বনৰীয়া জন্তু ইয়াত চৰিছিল। দেও-ভূতৰতো কথাই নাছিল। দেও-ভূত বনৰীয়া জন্তুৰ লগত যুঁজ বাগৰ কৰি আমাৰ কিমান মানুহ মৰিল; হাত ভৰি ভাঙি কিমানে কষ্ট খালে। মাকৰ বুকু খাই ডাঙৰ হোৱা কেচুৱাৰ দৰে, কুলিৰ তেজ চুহিহে চাহ গছ লহপহীয়া হয়। সেই কাৰণেইতো বাগিছাত এবাৰ সোমালে, বাগিছাৰ মোহ এৰি অন্য ঠাইলৈ যাবৰ মন নেযায়। প্ৰত্যেক জোপা চাহ গছৰ লগতে আমাৰ তেজ মঙহৰ সম্বন্ধ: আই-বোপাই দদাই খুড়াৰ জীৱনৰ সুখ-দুখ, আনন্দ পৰিশ্ৰম চাহ গছৰ গুৰিতেই সাৰ হৈ আছে।" পুৰণি কথাৰ সোঁৱৰণত বুধুৰ ভাষা আবেগময়ী হ'ল; তৃপ্তিত কথাখিনি শেষ কৰি বুধুৱে গাটো বিছানত শান্তিৰে হলাই হাত দুটা পিছলৈ মেলি দিলে।

"বুজিছ," বুধুয়ে ওপৰলৈ মুখ কৰি আকৌ আৰম্ভ কৰিলে,—"কিছুদিন থাকিলে তোৰো বাগিছা এৰিবৰ মন নোযোৱা হব। বাগিছাৰ সেউজীয়া ৰঙত কিবা নিচা আছে? ইয়াত পৰিশ্ৰম কৰিলেও মতা-তিৰোতাৰ ভাগৰ নেলাগে; পেট ভৰাই খাবলৈ নেপালেও দেহা ভালে থাকে; দুখীয়া হৈও মানুহে ৰং-ৰহইচ নাচ গান কৰে। অভাৱত থাকিলেও আনন্দ।"

অন্তৰৰ উচ্ছ্বাসত কোৱা বুধুৰ শেষৰ কথাখিনিয়ে নৰেশ্বৰক অভিভূত কৰিলে। অন্ধকাৰৰ মাজতে নৰেশ্বৰে শাল গছৰ দৰে বুধুৰ সবল দেহাটোলৈ লক্ষ্য কৰিলে; বুধুৰ মুখত শান্তিৰ আনন্দ। বুধুৰ কাহিনী শেষ হওঁ নৌহওঁতেই হাতত লেম্প লৈ ৰহমত কুঠৰীত সোমাল; বেৰৰ হাঁকোটাতে লেম্পটো আঁৰি মাত দিলে, "ভূতৰ দৰে আন্ধাৰত ফিচ্ ফিচ্ কৈ কি কথা পাতিছ? মেমচাহাবৰ মন যোগাবলৈ নৰেশ্বৰক দিহা পৰামৰ্শ দিছনেকি?" ৰহমতে মূৰৰ বগা টুপীটো সোলোকাই নিজৰ বিছনাত বহি মুখত চিগাৰেট এটা জ্বলালে।

"সেইবোৰ ওলোৱা নাই।" নৰেশ্বৰলৈ চকু ঘূৰাই বুধুয়ে সমৰ্থনৰ সুৰত সুধিলে,—"তোৰ নাম নৰেশ্বৰ?"

নৰেশ্বৰে মূৰ দুপিয়ালে।

"কালিৰ পৰা বাপেৰ মাৰে দিয়া নৰেশ্বৰ নাম নেথাকে। তই হবি মেমচাহাবৰ ছোট বয়।" মেলি দিয়া হাত দুখন মূৰৰ তলত সুমুৱাই বুধুয়ে কলে।

"কালিলৈ নেলাগে—আজিয়েই মেমচাহাবে ছোট বয়

বুলিছে ; ছোট-বয়ৰ কানি-কাপোৰ কিনিবলৈ মেমচাহাব শুকুৰবাৰে চহৰলৈ যাব—চাহাবক কোৱা শুনিলোঁ।” মুখৰ পৰা ধোঁৱা উলিয়াই ৰহমতে মাতিলে।

“ছোট-বয়ে পুৰা সাত বজাত কানি-কাপোৰ পিন্ধি তৈয়াৰ হৈ থাকিবি। চাহাবক পালেং চাহ, গোচলৰ পানী দি মই তোক মেমচাহাবৰ কামৰালৈ লৈ যামহি। চাহাবে ছোট হাজিৰা খাই কামলৈ গলেহে—মেমচাহাবৰ গোচল হব।”

“কুঠৰীত সোমায়ে মেমচাহাবক গুড্ মর্নিং দিবি।” ৰহমতে কলে।

নৰেশ্বৰে মনে মনে গুড্ মর্নিং গুড্ মর্নিং আবৃত্তি কৰিলে।

“মেমচাহাবে কিবা অর্ডাৰ দিলেই থেংকিউ মেমচাহাব বুলি মূৰ দুপিয়াই শলাগিবি—বুজিছ ?”

নৰেশ্বৰে ৰহমতৰ নির্দ্দেশটো সুবুজি তাৰ ব্যাখ্যাৰ প্রত্যাশাত বুধুৰ মুখলৈ চালে। বহুদিনীয়া অভিজ্ঞতাৰ সুৰত বুধুয়ে উত্তৰ দিলে, “এই ধৰ, কুঠৰীত সোমালেই প্রথমে মেমচাহাবে কব—ছোট-বয়, মেচিচ লাও। তেতিয়া থেংকিউ বুলি মেচিচ হাতত তুলি দিবি।”

“মেচিচ কি বুধু ?” এই প্রথম নৰেশ্বৰে বুধু উচ্চাৰণ কৰিলে—বিপদত পৰা মানুহে ঈশ্বৰৰ নাম লোৱাৰ দৰে।

“দূৰ, মেচিচ নেজানে ? এইটো”—জেপৰপৰা দিয়াচলায়টো উলিয়াই ৰহমতে নৰেশ্বৰক দেখুৱালে।

নৰেশ্বৰ নিজৰ অজ্ঞতাৰ কাৰণে বিব্রত হ’ল। ক্ষন্তেক বৈ

অসহায়ভাৱে ক'লে, "মই যে ইংৰাজী নেজানো—মেমচাহাবৰ কথা বুজিম কেনেকৈ ?"

বিছনাত পুনৰ পোন হৈ বহি নৰেশ্বৰৰ কান্ধত চপৰিয়াই বুধুয়ে উত্তৰ দিলে, "বহমতে কি ইংৰাজী জানে ? মই কি ইংৰাজী পঢ়িছিলোঁ ? শুনি শুনি শিকিছোঁ। চাহাব-মেমে মুখ মেলিলেই কি কব বুজি লওঁ ; চকুলৈ চালেই কি বস্তু বিচাৰে গম পাওঁ। ভাষাতকৈ মুখ-চকুৰ কথা বেচি বুজো। মেমচাহাবৰ মুখ-চকুৰ ভাষা তয়ো দুই চাৰি দিনতে বুজিবি। ভয় নাই, মেমচাহাবে অসমীয়া মাতো ভালকৈ বুজে ; কবও পাৰে আমাৰ দৰে।"

"কালিলৈ হলে কিন্তু তুমি মোৰ লগে লগে থাকিব লাগিব।" বুধুৰ গাত গা ঘঁহাই নৰেশ্বৰে কলে।

"একো ভয় নকৰিবি। দুদিনতে ওস্তাদ হৈ পৰিবি। মিলাৰ চাহাবৰ মেমৰ লগত কাম কৰাত দিগদাৰ নাই। বেচ্ মৰমিয়াল মেম্। দাবি-ধম্‌কি নিদিয়ে। কিবা নুবুজিলে হাঁহে।" কথাষাৰ কোৱাৰ লগে লগে ৰহমতৰ সৈতে বুধুয়ে চকুয়ে চকুয়ে কথা পাতিলে। বুৰ্বকৰ দৰে একো বুজিব নোৱাৰি নৰেশ্বৰে প্ৰশ্ন কৰিলে, "চাহাবটো কেনেকুৱা ?"

বুধুয়ে উত্তৰ নৌ দিওঁতেই ৰহমতে মাতিলে—"চাহাবৰ কথা তই ভাবিব নেলাগে। চাহাবে তোক নিবিচাৰে। চাহাব ৰাতিপুৱাই ওলাই যাব, বাৰ বজাত আহি ডিনাৰ খাই শুব। আকৌ তিনি বজাৰপৰা পাচ বজালৈ অফিচ কৰিব। ৰাতি

হয় অকলে, নহয় মেমচাহাবক লৈ ক্লাবলৈ যাব। চাহাবক তই দেখাই নেপাবি।”

“বুজিছ নৰেশ্বৰ, চাহাবৰ মতাবোৰেহে খাটি খাটি মৰে। তিৰোতাবোৰৰ একো কামেই নাই। কিতাপ পঢ়িব, উল গুথিব, ৰংবেৰঙৰ কাপোৰ পিন্ধি ক্লাবত নাচিবলৈ যাব।” ৰহমতে কলে।

“আমাৰ কলা মানুহৰ দৰে পাইছনে? আমাৰ মানুহে গোসানী পূজা কৰে; ইপিনে তিৰোতাজনী ঘৰলৈ অনা দিনৰেপৰা বেটীৰ দৰে খটুৱাব; ফলীয়া বাঁহৰ কোবত হাড় ডাল ডাল কৰিব।” বুধুয়ে একে উশাহে শেষ কৰিলে।

“বিয়া নকৰাই আমাৰ ভালেই হল দে, দেৱী গোসানী অনাও নহল, বেটী কৰাও নহল।” ছাইখিনি গুচাবলৈ চিগাৰেটটো জোকাৰি ৰহমতে কলে।

“এতিয়া আপচোচ্ হৈছেনে কি?”

“কিহৰ আপচোচ্? ভালকৈ খুৱাব-পিন্ধাব নোৱাৰিলে তিৰোতা এজনী আনি ৰাতি দিন দন খবিয়ালৰহে বাঁহ হল-হেঁতেন। বুজিছ ৰহমত, বিয়া টোপনি অহাব পিল নহয়; বিয়াগুলি গিলি দিলেই জীৱনত সুখৰ টোপনি নাহে।”

“বিয়া নকৰাকৈয়ে তিৰোতাৰ লগত শুবলৈ পাইছ যেতিয়া বিয়াৰ জঞ্জাল লবলৈ যাবি কি পাপত?”

কথাবাৰ শেষ কৰিয়েই বুধু বাহিৰলৈ যাবলৈ উঠিল।

"তোৰ ওলাবৰ হলেই হবলা ?" মুখৰ ধোঁৱাখিনি ফু-কৈ উকুৱাই ৰহমতে সুধিলে।

পুৱাৰ লখুৰ নিমন্ত্ৰণৰ কথা সুঁৱৰি নৰেশ্বৰে মাত দিলে, "কলৈনো যোৱা ?" নৰেশ্বৰৰ প্ৰশ্নৰ উত্তৰ নিদিয়াকৈ বুধু ওলাই গ'ল। নৰেশ্বৰে ঘূৰাই প্ৰশ্নটো ৰহমতকে সুধিলে, "ৰাতিখন বুধুনো কলৈ ওলাল ?"

"বাগিছাত ভৰি দিছহে মাথোন ; আজিয়েই তোক উৰহি গছৰ ওৰটো লাগিছে কেলৈ ? এতিয়া শুই থাক। দোক-মোকালিতে উঠিব লাগিব। প্ৰথম দিনাই পলম কৰিলে মেমচাহাবৰ ঘোচা হব।"

ৰহমতে বিছনাৰপৰা উঠি গাৰ বগা কোট-পেণ্ট সোলোকাই অন্য কাপোৰ পিন্ধিলে। বেৰৰ হাঁকোটাৰপৰা লেম্পটো হাতত লৈ নৰেশ্বৰৰ পিনে চাই কলে,—"ময়ো ওলাই যাওঁ ; আহোঁতে ৰাতি হব। তই দুৱাৰত ভেজা দি শুই থাক।"

ৰহমত ওলাই যোৱাৰ লগে লগে নৰেশ্বৰে দুৱাৰখন জপাই বিছনাত দীঘল দি পৰি শুবলৈ চেষ্টা কৰিলে। ভয়লগা কাহিনী বুধুৰ পৰা ভালে কেইটা শুনিছিল, কুঠৰীটো অন্ধকাৰ। ভয় লাগিছিল—সি চকু জপাই মধুৰ সপোনৰ অপেক্ষা কৰিলে।

## ছয়

মিলাৰ চাহাবৰ খাকি হাফ্‌পেণ্ট বগা কামিজ পিন্ধি বহমতৰ ফণিৰে বয়কাটৰ চুলি আছুৰি নবেশ্বৰ সাজু হৈ আছিল; বুধুয়ে মাত দিওঁতেই বাহিৰ ওলাল। নৰেশ্বৰৰ সাজ-পোছাক পৰীক্ষকৰ চাহনিৰে চাই বুধুয়ে কলে,—“সাজটো ভালেই হৈছে; তাতে তোৰ গাৰ ৰংটোও আমাতকৈ চাফা। মেমচাহাবে ভালেই পাব। ভৰিত জোতা মূৰত পাগুৰিটো হোৱা হলে পূৰাই হলহেঁতেন।” কথাৰ লগে লগে নিজৰ মূৰৰ পাগুৰিটো বুধুয়ে দুই হাতেৰে টানি ললে।

বঙলাৰ পিচ বাৰাণ্ডাৰ পিনে খোজ লৈ খটখটিৰ পা-পোছত কেনেকৈ ভৰি মছিব লাগিব, খোজৰ শব্দ নোহোৱাকৈ কুঠৰীৰ দৰ্জ্জা কেনেকৈ মেলি আৰু বন্ধ কৰি ভৰি টিপি টিপি ভিতৰ সোমাব লাগিব, উমানতে মেমচাহাব সাৰ পাই আছে বুজি কেনেকৈ গুড্-মৰ্নিং দিব লাগিব, যদিহে মেমচাহাবৰ টোপনি—খোজ টিপি টিপি ওলাই আহি মেমচাহাবে বয় বুলি নমতালৈকে বাহিৰত বৈ থাকিব লাগিব—এইবোৰ দিহা বুধুয়ে নবেশ্বৰক দি গ'ল।

বুধুৰ পিছে পিছে সন্তৰ্পণে নবেশ্বৰ মেমচাহাবৰ শোৱনী কোঠাত সোমাল। কোঠালিৰ ভিতৰৰ মধুৰ সৌৰভত তাৰ মন আপ্লুত হৈ পৰিল; বকুল ফুলতকৈও তীব্ৰ গন্ধ। দুৱাৰ মেলাৰ শব্দৰ লগে লগে মেমচাহাবে আগন্তুকৰ পিনে চকু মেলি

পিৰিক-পাৰাককৈ চালে ; গাটো ইকাটি সিকাটি কৰাত বিছনাত মেৰ মেৰ শব্দ হ'ল। কান্ধত পেলাই অনা বগা কাপোৰ খনেৰে বুধুয়ে মেমচাহাবৰ বিছনাৰ কাষৰ সৰু মেজখনৰ ধূলা জোকাৰি কলে, "গুড্ মৰ্নিং মেমচাহেব।" দুৱাৰৰ ওচৰৰপৰা নৰেশ্বৰেও শুনা-নুশুনাকৈ মাত দিলে,—"গুড্মৰ্নিং মেমচাহেব !"

মিচেচ মিলাৰে জালৰ আঠুৰাৰ ফুটাৰ মাজেদি গাৰুৰ ওপৰতে ডিঙিটো বেঁকা কৰি নৰেশ্বৰলৈ চালে। বুধুয়ে চাহাব মেমৰ চকু-মুখ-হাতৰ সামান্য ঈঙ্গিতৰ অৰ্থ বোবাৰ দৰে বুজে। সি ততালিকে উত্তৰ দিলে—"এইটো নতুন বয়, মেমচাহেব।"

"কি নাম ?"

"নৰেশ্বৰ।"

বুধুয়ে ওচৰ চাপি গৈ মেমচাহাবে নুশুনাকৈ কলে—"কথা কওঁতে মেমচাহাব বুলি কবি।"

"আমি তোমাক নৰেশ্বৰ বুলি মাতিম।"

"নিজৰ নাম ধৰি মাতিলে গাৱঁৰ লৰা ছোৱালীয়ে বৰ ভাল পায়, মেমচাহাব" : নৰেশ্বৰৰ হৈ বুধুয়েই উত্তৰ দিলে। নৰেশ্বৰলৈ চাই কলে,—"তুমি মেমচাহাবৰ আঠুৰা তোলা ; মই পালেং চাহ আনোগৈ।"

"বয়, চাহাবৰ ছোট হাজিৰি হৈ গৈছে ?" দুৱাৰ দলিৰ পৰা কেই খোজমান ঘূৰি আহি বুধুয়ে উত্তৰ দিলে—"ছোট হাজিৰি শেষ কৰি চাহাব কামলৈ গ'ল, মেমচাহাব। চাহাবৰ সকলো কাম ঘড়িৰ কাঁটাই কাঁটাই চলে, মেমচাহাব ; এক

মিনিট হেৰফেৰ হবৰ নাই। চাহাবক ওলোৱা সোমোৱা দেখিলেই লাইনৰ মানুহে কেই ঘণ্টি পৰিছে বুজি পায়। কাম, কাম,—এই ৰকম কাম কৰা চাহাব আগেয়ে এই বাগানত নাই অহা মেমচাহাব।" মেমচাহাবৰপৰা পুনৰ কোনো প্ৰশ্ন আশা নকৰি বুধু ওলাই গ'ল। বুধুৰ কথাত মিচেচ মিলাৰৰ ৰাতিৰ সমগ্ৰ পৰিশ্ৰমৰহে লাঘৱ হল; এঙামুৰি এটাৰে হাত দুখন মূৰৰ তলত গুজি ওপৰলৈ চকু মেলি চাই ৰল।

বুধু যোৱাৰ লগে লগে নৰেশ্বৰ বিছনাৰ কাষ চাপি আহিল; ভয়ে ভয়ে ভৰিপথানৰপৰা আঠুৰাখন দাঙ্গিবলৈ উপক্ৰম কৰিলে। গোটেই বিছনাতে পতুম পাহীৰ দৰে শুভ্ৰ বৰণৰ কোমলতা আছেনে নাই সি নেজানে; কিন্তু বিছানাখনৰ বগা বৰণৰ মাজত মধুৰ কোমলতা সি উপলব্ধি কৰিলে। নৰেশ্বৰে দুদিনৰ আগতে মিচেচ মিলাৰক লগ পাইছিল যদিও ভালকৈ চাবলৈ সাহস হোৱা নাছিল; সময়ো তেতিয়া সন্ধিয়া। সি এবাৰ আঠুৰাখনৰ একাষ আঠুৱা-মাৰিৰ ওপৰত তোলে, এবাৰ মিচেচ মিলাৰলৈ চায়—সৰস্বতী গোসানীৰ দৰে গাৰ ৰং। ৰাতিপুৱাৰ ক্ষীণ পোহৰতো চকুৰ নীলা বৰণ, পলাশফুলীয়া ওঠ দুটাৰ ৰঙচুৱা ৰং অস্পষ্ট, সোণালী চুলিবোৰ বগা গাৰুটোৰ ওপৰত সিঁচৰতি হৈ শুই আছে; সাক্ষাৎ সাধুকথাৰ ৰাজকন্যা।

নৰেশ্বৰৰ তন্ময়তা ভাঙিল মিচেচ মিলাৰে আগৰ প্ৰশ্নটোকে দোহৰাত, "তোমাৰ নাম নৰেশ্বৰ?"

"হয়, মেমচাহাব।"

"ইংৰাজী জান ?"

"নেজানো মেমচাহাব।"

"স্কুলত পঢ়া নাই ?"

"অলপ চৰপ পঢ়িছিলো, মেমচাহাব।"

"অসমীয়া লিখিব পঢ়িব জান ?"

"জানো, মেমচাহাব।" অলপ বৈ পুনৰ কলে—"পাঠশালা পাচ কৰিছিলো, মেমচাহাব।"

"মোক অসমীয়া শিকাব পাৰিবি ?"

মেমচাহাবে পৰীক্ষাই লৈছেনে ঠাট্টাই কৰিছে বুজিব নোৱাৰি নৰেশ্বৰে মূৰৰ পিনৰ আঠুৰাৰ কাষটো তুলিবলৈ লাগিল। নৰেশ্বৰ অপ্ৰতিভ হৈছে অনুমান কৰি মিচেচ মিলাৰে বিষয়বস্তু সলনি কৰিলে।

"তোমাৰ ঘৰত কোন কোন আছে ?"

"আই নাই, মেমচাহাব।"

"বাপেৰ আছে ?"

অভিশাপৰ দৰে অহা এই প্ৰশ্নটোৰ কি উত্তৰ দিব সেই চিন্তাই নৰেশ্বৰ ক্ষন্তেকলৈ বিপদত পেলালে…।

"নাই মেমচাহাব।" নৰেশ্বৰে অস্পষ্টকৈ উত্তৰ দিলে—মুখৰ কথা কাণে নুশুনাকৈ।

মিচেচ মিলাৰে অনুকম্পাৰে কলে—"মোৰ মা বাপ নাই।" মূৰৰ শিতানত থিয় দি থকা নৰেশ্বৰলৈ মূৰ বেঁকা কৰি চাই কলে, —"মা বাপ নহলে বৰ কষ্ট হয় ?"

মেমচাহাবৰ সহানুভূতি নৰেশ্বৰে মাথোন মূৰ দুপিয়াই সমৰ্থন কৰিলে।

এনেতে বুধুৱে চাহ আনি বিছনাৰ কাষত থলেহি। তাৰ পিছত খিড়িকিৰ কাষলৈ গৈ পৰ্দ্দাবোৰ দুফাল কৰি কোঠাত ৰাতিপুৱাৰ সোণালী কিৰণ সোমাবলৈ বাট সুগম কৰি দিলে। মিচেচ মিলাৰে পাটীত পৰিয়েই চাহৰ কাপত চুমুক দিলে; গাৰুৰ তলৰপৰা ৰূপালী কেচটো উলিয়াই চিগাৰেট এটা মুখত লৈ কলে,—“নৰেশ্বৰ, মেচিচ।

দিয়াচলাই বাঁহটো টেবুলৰ ওপৰতে আছিল; নৰেশ্বৰে মেমচাহাবৰ পিনে আগবঢ়াই দিলে। তেওঁৰ কথাৰ অৰ্থ নুবুজাত হাঁহি মাৰি হাতৰ ভঙ্গিমাৰে বুজাই মিচেচ মিলাৰে কলে, “জ্বলাই দিব লাগে।”

থৰকবৰককৈ দিয়াচলাই কাঠীটো জ্বলাই মিচেচ মিলাৰৰ ওঠৰ আগলৈ ভয়ে ভয়ে আগবঢ়াই নিলে—বুকু কঁপিবলৈ ধৰিলে, কিজানিবা চিগাৰেটত নালাগি তেজাল ওঠত লাগেগৈ। মিচেচ মিলাৰে গাৰুৰপৰা ওপৰলৈ মূৰ তুলি নিজেই নৰেশ্বৰৰ হাতত জ্বলিথকা কাঠীটোত চিগাৰেটৰ আগটো লগাই দিলে। কাঠীৰ জুইৰ পোহৰত মেমচাহাবৰ মুখমণ্ডল পুৱাৰ সূৰুযৰ দৰে উজ্জ্বল হৈ উঠিল। চিগাৰেটত জুই জ্বলা স্বত্ত্বেও নৰেশ্বৰে কাঠীটো কিছু সময় ধৰি আছিল। নৰেশ্বৰৰ ভয়-বিস্মিত মুখখনলৈ হাঁহি মাৰি চাই “হৈ গেছে” বুলি মিচেচ মিলাৰে গাৰুত মূৰটো সম্পূৰ্ণকৈ পেলাই মুখৰপৰা এমোকোৰা ধোঁৱা উলিয়াই দিলে।

নৰেশ্বৰৰ ধ্যান ভাঙিল ; বিছনাৰ কাষৰপৰা আঁতৰি বুধুৰ কাষ চাপিল গৈ। খিড়িকি মেলি পৰ্দ্দাবোৰ সামান্যভাৱে কোঁচাই দিয়াৰ কাম শেষ হৈছে। নিজৰ কান্ধৰপৰা জাৰনখন নৰেশ্বৰৰ হাতত দি বিছনা চকী মেজ আলমিৰা মছিবলৈ নিৰ্দ্দেশ দি গুণগুণাই কলে,—"তই চকী মেজ চাফ্ কৰ ; মই মেমচাহাবৰ গোচলৰ গৰম পানী আনোগৈ।" কথাৰ লগে লগে কাষৰ সৰু কোঠালিৰ দুৱাৰ মেলি বুধু সোমাই গল। নৰেশ্বৰে সেই সৰু কোঠাৰপৰা বাল্টিৰ ঘটং ঘটং শব্দহে শুনিলে।

হাতত জাৰন লৈ প্ৰথমতে কি মছিব নমছিব নৰেশ্বৰে ভাবিলে ; কুঠৰীত সা-সৰঞ্জাম সৰহ নাই। দুখন চকী, তাৰে এখন সৰু হেলনীয়া ; বিছনাৰ কাষৰ ঘূৰণীয়া মেজখনৰ ওপৰত কিতাপ আৰু চিগাৰেটৰ ছাই পেলোৱা বাটিৰদৰে ঘূৰনীয়া টেমা এটা। বেৰত লাগি থকা মেজখনত সৰু চাবিচুকীয়া কাঠৰ বাকচ এটা, তাৰে ওচৰতে খলপা কটা মেজ এখন। প্ৰত্যেক খলপাতে কিতাপ পৰিপাটিকৈ সজোৱা আছে। বিছনাৰ ভৰি পথানৰ পিনে বুধু সোমোৱা কুঠৰীৰ দুৱাৰখনৰ ওচৰতে ওখ আলমিৰা এটা ; আলমাৰিৰ দুৱাৰ গোটেইখন আইনাৰ। তাৰ অলপ আঁতৰতে আৰু এখন ঘূৰণীয়া আইনা সৰু মেজ এখনত লগোৱা আছে ; সেই আইনা লগোৱা মেজৰ ওপৰত সৰু সৰু বটল, নানা ৰঙৰ টেমা শাৰীকৈ সজোৱা ; চাৰিও পিনৰ বস্তুবোৰ সন্তৰ্পণে নিৰীক্ষণ কৰি নৰেশ্বৰে লাহে লাহে আহি চকী দুখনকে

মছিবলৈ লাগিল। তাৰ সাধাৰণ বুদ্ধিয়ে সেই ছুখন মছাই সহজ বুলি অনুমান কৰিলে।

গাৰ মখমলীয়া কম্বলখন আঁতৰাই মুখত আধা শেষ হোৱা চিগাৰেটৰ সৈতে মিচেচ মিলাৰে বিছানাৰপৰা উঠিয়েই ছটি জোতাজোৰত ভৰি সুমুৱালে। চকী মছি থকা নৰেশ্বৰে কেৰাহিকৈ তেওঁলৈ চালে। গাত নক্সাকটা পাতল কাপোৰৰ পেণ্ট-কোট; কোটৰ মাজেদি বুকুখন জোঙা হৈ জিলিকি পৰিছে। মিচেচ মিলাৰ ওখ আলমাৰিটোৰ আইনাখনৰ সম্মুখত থিয় হল: মূৰৰ চুলি হাতৰ আঙুলিৰে সজাই আলমাৰি মেলি চিত্ৰ-বিচিত্ৰ হলৌ চোলা এটা উলিয়াই গাত সুমুৱাই আগৰ চিগাৰেটটোৰ গুৰি ডোখৰ টেবুলৰ বাটিটোত পেলাই অন্য এটা চিগাৰেট মুখত জ্বলাই বাহিৰ ওলাল। ইতিমধ্যে নৰেশ্বৰেও চকী মছা শেষ কৰি আইনাৰ আলমাৰিটোৰ আগত থিয় হলহি। ভৰিৰপৰা চুলিলৈকে শৰীৰটো চাব পৰা আইনা আগেয়ে সি দেখা নাছিল। নিজৰ শৰীৰৰ আকৃতি-প্ৰকৃতি, গঢ়-গঠন কেনেকুৱা নৰেশ্বৰৰ নিজৰে সুস্পষ্ট ধাৰণা নাছিল; নিজৰ সম্পূৰ্ণ শৰীৰটো আইনাত ওলোৱাত তাৰ চকুয়ে মুখে হাঁহিৰ ৰেখা বিৰিঙিল। প্ৰথমেই সি চুলিকোছালৈ চালে; নাপিতে কালি বৰ চুটিকৈ কাটিলে; গাৱঁত কেতিয়াও ইমান চুটিকৈ কটা নাছিল। বাওঁ হাতখন চুলিৰ চাৰিওপিনে ফুৰালে; চুলি কটাৰ ফেচনটোও ভাল নেলাগিল; কাণৰ তলত দুই গালৰ পিনে অলপ নোম গজিছিল। বাপেকৰ নিষেধতহে ইমান

দিন খুব লগোৱা নাছিল ; বাওঁহাতৰ আঙুলিৰ আগেৰে ঠাই-খিনি লিবিকিলে ; নাপিতে নোমৰ সঁচ ৰখা নাই। ওঠৰ ওপৰত সৰু সৰু নোম উঠিছে ; অহা বাৰলৈ নাপিতৰ ইতুৰাই খুৰাব নেকি ? হাত আৰু মুখৰ ৰং মিলাই চালে, মুখৰ ৰং বেছি উজ্বল। গাৱঁত মানুহে তাব গাৰ বৰণ বগা বুলি কয় ; বগা ৰং কাক কয় মিচেচ মিলাৰক দেখি সি এতিয়াহে বুজিলে। বৰণৰ জ্ঞান নোহোৱা গাৱঁলীয়া মানুহৰ অজ্ঞতাৰ কথা ভাবি তাৰ হাঁহি উঠিল। আইনাখনত ওলোৱা চেহেৰাটোৰপৰা ওখ কিমান হৈছে, চিন্তা কৰিলে ; কেই আঙুলিমান বাঢ়িলেই বাপেকৰ সমান ওখ হব ; বাপেক গাঁৱৰ ভিতৰত ওখ-পাখ মানুহ। বাপেকৰ কথা মনত পৰাৰ লগে লগে অনেক কথাই তাৰ অন্তৰত জুমুৰি দি ধৰিলেহি ; বুধুয়ে কান্ধত হাত দিয়াত চক খাই উভতি চাই নিজৰ তন্ময়তাত নিজৰে হাঁহি উঠিল।

"আইনাত ঘূৰি ঘূৰি কি চাইছ ? নিজৰ চেহেৰা পছন্দ হৈছে ?"

নৰেশ্বৰে তলমূৰকৈ আলমাৰি মছাত মন দিলে—বুধুয়ে যাতে তাৰ মুখখনৰপৰা একো অৰ্থ কৰিব নোৱাৰে। খুন্দা খোৱা মানুহে দুখ লুকুৱাবলৈ ইচ্ছা কৰাৰ দৰে সিও জোৰ কৰি মুখলৈ হাঁহি আনিলে।

"তোৰ চেহেৰা বেয়া ; ভালকৈ চলিবি, বাগিছাৰ গাভৰু এই চেহেৰাৰ পিছে পিছে ঘূৰিব হলে।"

নৰেশ্বৰে মাথোন গৰ্ব্বত হাঁহিলে।

বুধুয়ে কৈ গ'ল, গৰম পানী গোচল কামৰাত সি থৈছে। মেমচাহাব বাহিৰলৈ ওলাই গৈছে কেৱল তাহাঁতক কুঠৰীটো পৰিষ্কাৰৰ সুযোগ দিবলৈ। তেওঁ ভিতৰ সোমোৱাৰ আগেয়ে সা-সজুলি পৰিষ্কাৰ কৰি য'ত যি বস্তু সজাই থোৱাৰ নিয়ম সেইদৰে থব লগিব। মেমচাহাব গোচলৰপৰা ওলাওঁতে এঘণ্টা লাগিব। সেই সময়তে জামাদাৰে আহি কুঠৰী সাৰি মচি যাব। কথাৰ লগে লগে বুধুয়ে বিছনাখন পৰিপাটিকৈ পাৰিলে। দীঘল আলমাৰিৰ পৰা ফুল তোলা কাপোৰ এখন বিছনাৰ ওপৰত পাৰিলে। নৰেশ্বৰে ফুলাম শয্যাৰ কথা পঢ়িছিল ; আজি স্বচক্ষে দেখিলে। বিছনাৰ খুটি কেইটাৰপৰা আঠুৰাখন আঁতৰাই বুধুয়ে নৰেশ্বৰক ক'লে, "কোঠালিৰ কাম হল। আঠুৰাখন কোন কোঠাত থব লাগে আহ চাই লহি। মেমচাহাবক 'গোচল ৰেডি' বুলি কৈ যাম। এই বেলালৈ বঙলাৰ কাম শেষ। আবেলি তিনি বজাত আহিব লাগিব।"

খাটৰ খুৰাত জাৰনখন আছাৰি নৰেশ্বৰে সুধিলে, "তুপৰীয়া বঙলাত কাম নাই ?"

"তুপৰীয়া বঙলাত চাহাব মেমৰ কাম ?" অৰ্থব্যঞ্জক হাঁহি এটা মাৰি বুধুয়ে কলে। নৰেশ্বৰে অৰ্থ নুবুজি পুনৰ সুধিলে,—

"মেমচাহাবে কিবা কাৰণে যদি বিচাৰে ?"

"বুৰ্বক, তুপৰীয়া চাহাব লগত থাকিলে মেমচাহাবে তোক বিচাৰিব কিয় ? বঙলাত আমাৰ দৰ্কাৰ হলে টিলিঙা বজাই দিব, টিলিঙা নবজালে তুপৰীয়া বঙলালৈ কাৰো অহাৰ নিয়ম

নাই। বৰ জৰুৰি কামতহে আহিব পাৰি, তাকো বাহিৰৰ বাৰাণ্ডাত খটখটাই দিলে চাহাবে আহিবলৈ অনুমতি দিলেহে।"

নৰেশ্বৰৰ আটাইবোৰ কথা কেনেবা কেনেবা লাগিল। হাতত আঠুৰাখন লৈ বুধুয়ে কোঠালিৰ বাহিৰলৈ যাবলৈ উপক্ৰম কৰাত সি নিজেও জাবনখন কান্ধত পেলাই তাক অনুসৰণ কৰিলে।

মুখৰপৰা চিগাৰেটৰ ধোঁৱা উলিয়াই দূৰলৈ উদাস দৃষ্টি নিক্ষেপ কৰি মিচেচ মিলাৰ বাৰাণ্ডাৰ ৰেলিঙত ধৰি থিয় দি আছিল। বুধুয়ে ওচৰ চাপি চালাম জনাই কলে,—"গোচল ৰেডি, মেমচাহাব।"

মুখৰ চিগাৰেটটো দুই আঙুলিৰ মাজত ধৰি মেমচাহাবে অমনোযোগেৰে উত্তৰ দিলে, "ঠিক হ্যায়।"

## সাত

কেইদিনমানৰ পিছৰপৰা বুধুৰ সহায় নোলোৱাকৈয়ে নৰেশ্বৰে মেমচাহাবৰ কোঠালিৰ কাম পৰিপাটিকৈ কৰিব পৰা হল। মেমচাহাবে আঁ কৰিলেই কোন সময়ত কি বস্তু বিচাৰে বুজি পায়; বস্তুবোৰৰ ইংৰাজী হিন্দী নাম বোৰো আয়ত্ব কৰিছে; কোন বস্তু ক'ত থব লাগে তাৰ ঠাই জানে; থেংকিউ, ভেৰিগুড, অলৰাইট, ৰেডি, মেমচাহাব,—ইংৰাজী শব্দবোৰ কোন প্ৰসঙ্গত আওৰাব লাগে বঢ়িয়াকৈ বুজা হৈছে; আৰু নলগাকৈ উচ্চাৰণো কৰে। মিচেচ মিলাৰে অসমীয়া শিকিছে;

অসমীয়া ইংৰাজী মিহলি সৰু সৰু পুথি কেইখনমান কিতাপ থোৱা ৰেকত নৰেশ্বৰে দেখিছে। মেমচাহাবে তাৰ লগত অসমীয়া কয়। সৰু-লৰা-ছোৱালীৰ আধা-ফুটা মাতৰ দৰে কথাবোৰে কাণত সোৱাদ লগায়। বহু ক্ষেত্ৰত মেমচাহাবে প্ৰয়োজনৰ বেলিকা যথাৰ্থ অসমীয়া শব্দ বিচাৰি নেপাই আকাৰ-ইঙ্গিতৰ লগত ইংৰাজী হিন্দী প্ৰয়োগ কৰে। কুঠৰীৰ কামত সোমোৱাৰ তৃতীয় দিন মিচেচ মিলাৰে আবেলি ফুৰিবলৈ ওলাওঁতে চান গ্লাচ জোৰ বিচাৰি চকুত হাত দি—"স্পেক্ স্পেক্" চিঞৰিলে। নৰেশ্বৰে ভাবিলে মেমচাহাবৰ চকুত কুটা সোমাল। কি কৰিব নকৰিব বুজিব নোৱাৰি মূৰ্খৰ দৰে ভেবা লাগি সি তেওঁৰ মুখলৈ চাই ৰল।

"গ্লাচ, গ্লাচ, বিচাৰিব লাগে।"

নৰেশ্বৰে তথাপিও বুজা নাই, ভাবিছে কিজানি পানী খোৱা গিলাচ বিচাৰিছে। মিচেচ মিলাৰে চকুৰ সমুখত আঙুলি কেইটা ঘূৰাই চিত্ৰ এটাৰ সংকেত দিলে। কি বিচাৰিছে নৰেশ্বৰে পিছ মুহূৰ্ত্তে বুজিলে। ৰাতিপুৱা ফুলনিত চকী মেজ পাবি বহি মেমচাহাবে উল গুথিছিল; মেজত পৰি থকা কলা চচমাজোৰ সি দেখিছিল। ফুলনিলৈ লৰ মাৰি গৈ নৰেশ্বৰে যথা স্থানৰপৰা চচমাজোৰ উদ্ধাৰ কৰি আনি মেমচাহাবৰ হাতত দিলে। কৃতজ্ঞতাৰ হাঁহিৰে মেমচাহাবে কলে,—"থেংকিউ, ভেৰি ক্লেভাৰ।"

শনিবাৰে পুৰা কুঠৰী পৰিষ্কাৰ কৰিবলৈ আহোঁতে নৰেশ্বৰৰ

হাফ্‌পেণ্ট আৰু কামিজটোলৈ চাই মিচেচ মিলাৰে কলে,—“তোমাৰ কাপোৰ ময়লা; কাপোৰ ধুই লব লাগে।” তাৰ পিছত অন্যদিনৰ দৰে টেবুলৰ ঔষধৰ বটলটোৰপৰা পিল এটা ডিঙিত পেলাই লগতে পানী এঢোক খাই, গিলাচটো নৰেশ্বৰৰ হাতত দি কলে,—“ময়লা কাপোৰ পিন্ধি ভাল লাগে?”

নৰেশ্বৰে গিলাচটো হাতত লৈ একো উত্তৰ নিদি শৰীৰ খীণাবলৈ মেমচাহাবে সদাই পুৱাতে কিয় দৰবৰ পিল খাই তাকেহে চিন্তা কৰিলে।

“আজি টাউনলৈ যাম। তোৰ কাপোৰ কৰিব লাগিব। দহ বজাত চোফাৰক গাড়ী হাজিৰ কৰিবলৈ কৈ দিবি।”

নৰেশ্বৰে ‘ভেৰিগুড মেমচাহাব’ বুলি ৱাৰ্ড-ৰ’বৰ আইনা মছাত লাগিল। দীঘল আইনাখনত তাৰ গাৰ পিন্ধা কাপোৰ অধিক-মলিয়ন দেখিলে। সেই পৰিষ্কাৰ পৰিবেশত নিজৰ লেতেৰা কাপোৰত নিজৰে ঘিণ লাগিল। নতুন সাজ কাপোৰে মানুহক কিমান সুন্দৰ কৰে, সি এই কেইদিনতে উপলব্ধি কৰিলে। দিনটোৰ বিভিন্ন সময়ত মিচেচ মিলাৰে বিচিত্ৰ ৰঙৰ কানি-কাপোৰ পিন্ধা সি লক্ষ্য কৰিছে। বেলিৰ পোহৰৰ উজ্জ্বলতাৰ তাৰতম্যৰ লগত ৰজিতা খুৱাই দিনটোৰ বেলেগ বেলেগ সময়ত তেওঁ কানি কাপোৰ সলায়। কাপোৰৰ বৰণ আৰু পিন্ধাৰ ধৰণৰ পৰাই মেমচাহাব ফুলনিত ফুৰিবলৈ যাবনে চাহগছৰ মাজে মাজে খোজ কাঢ়িব অথবা মটৰ গাৰীত ওলাব বুজিব পাৰি। ফুলনিত ফুৰিবলৈ যাওঁতে পিন্ধা পোছাক দেখি অনুমান হয়

ফুলবোৰে যেন তেওঁৰ চিত্ৰ বিচিত্ৰ ফ্ৰকত চুমা খাইছে; চাহ গছৰ মাজত খোজ কাঢ়োতে পিন্ধা গছ পাতৰ ছবি থকা ফ্ৰকটো দেখি অনুমান হয় তেওঁ জানিবা পাত ছিঙিব লগা হোৱা সেউজীয়া চাহ গছ জোপাহে। মটৰত ফুৰিবলৈ যাওঁতে পিন্ধা সাজটোত উৰণীয়া পখিলাজনী যেন দেখি।

যথা সময়ত গেটত মটৰ থিয় হলহি; নৰেশ্বৰো ওচৰ চাপিল। চকুত সেউজীয়া চচ্‌মা, মূৰত পাতৰ মেলাহি টুপি, হাতত বেগ লৈ মেমচাহাব বঙলাৰ খট্‌খটিয়েদি নামি আহিল। ড্ৰাইভাৰে মটৰৰ দৰ্জ্জা মেলি কঁকাল বেঁকাকৰি 'গুডমৰ্ণিং' বুলি চালাম জনালে। মিচেচ মিলাৰে গদীত টপিনাটো থৈ চাৰিওপিনে উৰি যোৱা ফ্ৰকটোৰ কাষবোৰ তপিনাৰ তল আৰু দুই কৰঙনৰ মাজলৈ হেচি দিলে। চচ্‌মাজোৰ চকুৰপৰা খহাই বেগৰপৰা আঙুলিৰ মাজতে লুকুৱা আইনাখন উলিয়াই মুখখন চালে; হাতৰ সৰু ৰুমালখনেৰে ওঠ দুটাত বহল হৈ পৰা ৰংখিনি মছি চুটি কৰিলে; আধানিমান ফণিখনেৰে চকুৰ চেলাউৰি ফণিয়ালে। আটাইবোৰ বস্তু পুনৰ বেগত সুমুৱাই কলে—"চল"।

ড্ৰাইভাৰে দৰ্জ্জা বন্ধ কৰি সুধিলে— "নৰেশ্বৰ ভি যায়েগা মেমচাহেব?

ড্ৰাইভাৰটো বাগিছাতে ডাঙৰ হোৱা; নিজৰ ভাষা নেজানে। অসমীয়া, উজনীয়াতকৈ লেনীয়াইহে কয়—যেন কমলাবৰীয়া সত্ৰৰ শিষ্যহে। কিন্তু চাহাব মেমৰ সমুখত

পাহৰিও সি এষাৰ অসমীয়া নেমাতে; তেওঁলোকৰ আগত অসমীয়া কোৱা অসম্মানজনক বুলি ভাবে। হিন্দী ভাষাই সম্ভ্রম মৰ্য্যাদা উভয়কে সূচায় বুলি তাৰো ধাৰণা। সেইহে মটৰৰ ষ্টিয়েৰিঙত হাত দিয়েই গহীন হোৱা ড্ৰাইভাৰৰ মুখৰ পৰা মটৰৰ হুবহুৰ শব্দৰ লগত মিলখোৱা হুটামুটা হিন্দী বাতহে ওলায়।

"ইয়েচ্, ইয়েচ্।" চানগ্লাচ লগোৱা সেউজীয়া চকুৰে নৰেশ্বৰলৈ চালে।

নৰেশ্বৰলৈ পোন্দোৱাকৈ চাই ড্ৰাইভাৰে কলে, "হা কৰকে কিয়া দেখতা; দেৰ হ যায়েগা। উঠ।"

আগৰ চিটৰ দৰ্জ্জাখন মেলিব নেজানি নৰেশ্বৰ কাষতে থিয় দি আছিল; ড্ৰাইভাৰে খুলি দিয়াত সি কুচি-মুচি কোনো পিনে নোচোৱাকৈ ড্ৰাইভাৰৰ কাষ চাপি বহিল। গিয়েৰ টানিবলৈ অসুবিধা পাই, ড্ৰাইভাৰে খঙত তাৰ আঠুটো ঠেলামাৰি দিলে: তাৰ খংটো ঠেলাটোত মূৰ্ত্ত হৈ উঠিল। নৰেশ্বৰে দুৱাৰৰ ওচৰলৈ আঁতৰি মেল খোৱা আঠু দুটাক দুই হাতেৰে মেৰাই ধৰিলে। চেলফ্ ষ্টাৰ্টত ছাবি ঘূৰাই চুইচ দিলে,...এটাৰ পিছত সিটো গিয়েৰ সলনি হল; স্পিডো-মিটাৰৰ কাঁটাডালে দহ মাইল, পোন্ধৰ মাইল, কুৰি মাইল, পয়ত্ৰিচ মাইল, তাৰ পিছত অগা পিছাকৰি চল্লিছ মাইলৰ সংখ্যাটো স্পৰ্শ কৰিলে।

মটৰৰ দৌৰত নৰেশ্বৰৰ মূৰ ঘূৰিবলৈ ধৰিলে; দুৰ্ঘটনাৰ

আশঙ্কাত সি মাজে মাজে চকু জপালে। মনে মনে ভাবে—এই মাত্ৰ হয় মটৰ বাটৰপৰা উফৰি গৰখাৰৈত পৰিব, নহয় কাষৰ গছজোপাত খুন্দা খাই মেমচাহবৰে সৈতে চূৰমাৰ হব। দূৰত গৰু গাড়ী অথবা বাটৰুৱা দেখিলেই তাৰ বুকুয়ে টিপ্লিং টিপ্লিং কৰে। সি ভাৱে,—গৰু গাৰীখনে মাজ বাটটো এৰি কাষেদি নেযায় কিয়? কেইবাবাৰো বাটত যোৱা মানুহৰ কাষেদিয়েই ভোঁ ভোঁ কৰে মটৰখন লৰি গল—খুন্দা মাৰে মাৰে; ভয়ত নৰেশ্বৰৰ মুখৰ পৰা চিঞৰ ওলাওঁ ওলাওঁ—কিন্তু ড্ৰাইভাৰে শেষ সময়ত মটৰৰ চকা এনেভাৱে ঘূৰাই দিলে মানুহজনে মটৰখনলৈ কেৰেপকে নকৰি যোৱা বাটেই গৈ থাকিল। মটৰৰ যন্ত্ৰটোৰ ওপৰত ড্ৰাইভাৰৰ অলৌকিক কৰ্তৃত্বৰ কথা ভাবি ভাবি নৰেশ্বৰ আচৰিত হল; ড্ৰাইভাবৰ শক্তি কৌশলত তাৰ নতুনকৈ শ্ৰদ্ধা হল। কেইমিনিটমান যোৱাত ড্ৰাইভাৰৰ যন্ত্ৰ চালনাৰ শক্তিত নৰেশ্বৰৰ বিশ্বাস জন্মিল; অন্তৰৰ উৎকণ্ঠা কমিল। ভৰিহাল আগলৈ আৰু মূৰটো আওজাই স্বস্তি লভিলে। মাজে মাজে ইচ্ছা হৈছিল মেমচাহাবেনো কি কৰিছে মূৰ ঘূৰাই চাবলৈ। সংকোচ হ'ল; ভয়ো লাগিল। সভ্য হবলৈ হলে সহজ আনন্দ বহু বৰ্জ্জন দিব লাগে—এই কেইদিনৰ মেমচাহাবৰ সান্নিধ্যতে সি বুজিব পৰা হৈছে। দিনে দিনে কত নতুন কথাকে যে সি নিশিকিছে?

অতি কৌতূহল মৃত্যুৰ কাৰণ। 'কোমল পাঠত' পঢ়া নিগনি পোৱালিৰ সাধুটোলৈ নৰেশ্বৰৰ হঠাতে মনত পৰিল; মাকে

নিষেধ কৰা স্বত্বেও পোৱালি কেইটাই ভিতৰতনো কি আছে চাবলৈ সজাত সোমাইছিল। নিগনিৰ লগত নিজেকে তুলনা কৰি হাঁহি উঠিল। ড্ৰাইভাৰে তাৰ কাৰণ বিহীন হাঁহি-মুখলৈ অপ্ৰসন্নভাৱে চোৱাত নৰেশ্বৰ পুনৰ গহীন হল। পিছ পিনৰ পৰা অহা কামিনীফুলৰ গোন্ধৰ নিচিনা ইউডিকলোনৰ ফুৰফুৰিয়া গোন্ধটো লবলৈ তাৰ নাকে দীঘল উশাহ টানিলে। ফুলৰ গোন্ধ মানুহৰ গাৰপৰা কেনেকৈ ওলায়, সিও তাৰ চিন্তাৰ মাজত সোমাল। মানুহক আকৰ্ষণ কৰিব পৰা সংসাৰত যিবোৰ বস্তু আছে তাৰ ভিতৰত বৰ্ণ আৰু গোন্ধ প্ৰধান। বসন্ত কালত ফুলৰ ওচৰত জাক পাতি মৌ-মাখিয়ে কিয় গুণগুণায়—তাৰ প্ৰকৃত অৰ্থ এতিয়াহে সি বুজিলে। হেড্-পণ্ডিতে মৌ-গুটিয়ে ফুলৰ-ৰস চুহিবলৈ আহে বুলি যি ব্যাখ্যা কৰিছিল সেই ব্যাখ্যা তাৰ মানত ভুল প্ৰমাণিত হল। হেড্-পণ্ডিতক কেতিয়াবা লগ পালে আচল কথাটো বুজাবলৈ মনে মনে সি পাঙিলে। পণ্ডিতে এনেকৈ ক'ত ভুল কথাকে স্কুলৰ লৰা ছোৱালীক শিকাই আহিছে!

নৰেশ্বৰৰ চিন্তাত ব্যাঘাত জন্মিল—মটৰখনে যেতিয়া অকস্মাতে এটা পাক ললে; মৰণমুখী কুকুৰ এটাৰ ঘোং ঘোং চিঞৰ তাৰ কাণত পৰিল। সি বাহিৰলৈ মুখ উলিয়াই চালে; মটৰৰ গতি নিমিষলৈ হ্ৰাস কৰি ড্ৰাইভাৰে পুনৰ বেগেৰে চলালে। মেমচাহাবে বিচলিত হৈ নৰেশ্বৰৰ পিনে চাই সুধিলে,—"মৰিল?" নৰেশ্বৰে উত্তৰ দিবলৈ নৌ পাওঁতেই

ড্ৰাইভাৰে কলে,—“নেহি মেমচাহেব, থোৰা সে ছোট লাগা; ৰাস্তাকে কূৰ্ত্তাকা এইস্যাই হাল হোয়।” মটৰৰ বেগ ড্ৰাইভাৰৰ উত্তৰৰ লগে লগে দুগুণে বাঢ়িল।

বহুত পৰলৈকে বাহিৰলৈ মূৰ উলিয়াই নৰেশ্বৰে কুকুৰটোলৈ চাই গ'ল। চাৰিওটা ভৰি ওপৰলৈ তুলি ঘোং ঘোং কৰি বাটৰ মাজতে পৰি আছে; পেটৰ নাৰী-ভূৰি ওলাই চাৰিওপিনে তেজৰ ডোঙা বান্ধিছে। মটৰৰ গাটো নিশ্চয় তেজৰ চেকা লাগিছে; তাকে চাবলৈ বাহিৰলৈ মূৰ উলিয়া দেখি ড্ৰাইভাৰে হুকুমৰ সুৰত কলে, “মাথা বাহিৰ মত কৰনা; চোট লাগেগা।”

নৰেশ্বৰে মূৰ ভিতৰলৈ সুমুৱাই আওজি চকু জপালে; বহুত সময়লৈকে কুকুৰটোৰ ঘোং ঘোং আৰ্ত্তনাদ স্কুলৰ বলিয়া ঘণ্টাৰ দৰে তাৰ কাণত বাজি আছিল। “ৰাস্তাকা কূৰ্ত্তাকা এইসা হাল হোয়”—এইষাৰ কথায়ো নতুন তাৎ-পৰ্য্যায়েৰে তাৰ অনুভূতিত ক্ৰিয়া কৰিলে। সিও বাটৰ কুকুৰহে। মেমচাহাবৰ মনত এই দুৰ্ঘটনাই কি ক্ৰিয়া কৰিলে, তাৰ ঘূৰি চাবৰ মন হ'ল; নোৱাৰিলে। আগত যোৱাৰ এয়ে দুৰ্কপাল; পিছত কি হৈছে চাব নোৱাৰি; তথাপি মানুহে আগবাঢ়িবলৈহে বিচাৰে।

চহৰৰ আলিত সোমোৱাৰ লগে লগে মটৰৰ গতি সংযত হ'ল; বাটৰুৱাক সাৱধান কৰিবলৈ ড্ৰাইভাৰে ঘনে ঘনে হৰ্ণ বজালে। দুয়ো পিনে শাৰী পাতি থকা দোকানবোৰৰ আহল-বহল এখনৰ সমুখত মটৰ ৰখাই ড্ৰাইভাৰে দুৱাৰ মেলি দিলে।

মেমচাহাবে নামি, উবোঁ উবোঁ কৰা টুপিটো মূৰত হেচি দোকানৰ পিনে খোজ ললে। নৰেশ্বৰক ড্ৰাইভাৰে মেমচাহবৰ পিছে পিছে যাবলৈ নিৰ্দ্দেশ দিলে। পিছ পিনে ভৰিৰ শব্দ শুনি মূৰ ঘূৰাই চাই নৰেশ্বৰক দেখি মিচেচ মিলাৰে হাঁহিলে। দোকানৰ তুৱাৰ দলিত ভৰি দিওঁতে নিদিওঁতেই কৰ্ম্মচাৰী দুজন-মানে ওলাই আহি 'গুডমৰ্নিং' বুলি হাঁহিৰে মিচেচ মিলাৰক অভ্যৰ্থনা জনাই ভিতৰলৈ আগবঢ়াই নিলে। দোকান সোমোৱাৰ লগে লগে মিচেচ মিলাৰে কৌতূহলপূৰ্ণ চকুৰে দোকানৰ চাৰিও পিনে চালে; যি কেইজন বস্তু বেচি থকা কৰ্ম্মচাৰীৰ চকুত তেওঁৰ চকু পৰিল সেই সকলোলৈকে চাই পৰিচয়ৰ হাঁহি হাঁহিলে। বস্তুৰ দাম দৰাই থকা গ্ৰাহকসকলেও ঘূৰি ঘূৰি চাই হাঁহিত যোগ দিলে। গম্ভীৰভাৱে দাম-দৰ নিৰ্দ্ধাৰণত ব্যস্ত হৈ থকা গ্ৰাহক আৰু দোকানৰ কৰ্ম্মচাৰীসকলৰ মাজত মুহূৰ্ত্ততে এক মধুৰ উত্তেজনা, এটা আনন্দৰ স্নিগ্ধ শিহৰণৰ ঢৌ খেলি গল। মিচেচ মিলাৰে হাঁহিমুখে যি পিনেই চালে—সেই দিশেই উজ্জ্বল হ'ল। বসন্তৰ বা লাগি হঠাতে গছত পত্ৰ পুষ্প সুশোভিত হোৱাৰ দৰে সুন্দৰী ৰমণীৰ উজ্জ্বল হাঁহিয়ে তুখ-কষ্ট জৰ্জ্জৰিত মানুহৰ মুখত সেন্দুৰীয়া ৰহন বোলায়।

মেনেজাৰৰ টেবুলৰ কাষ চপা মাত্ৰেই কলা-নোমাল মেকুৰী এজনীয়ে মিচেচ মিলাৰৰ ভৰি তুটাৰ মাজত মেওঁ মেওঁ কৰি লেতুসেতু ললেহি। মেমচাহাবে জোতাৰ মাজৰ আঙুলিৰ ওপৰত ভৰ দি অপূৰ্ব্ব ভঙ্গীত বহি মেকুৰীটোৰ গাত

আল ফুলকৈ হাত ফুৰাই কলে,—“ভেৰি লাভ্‌লি।” গৰ্ব্ব উল্লাসত মেকুৰীজনীয়ে গাৰ নোম ভোহোঁৰাই নেজডাল বৃত্তাকাৰত ফুলাই দিলে। চাৰিও পিনৰ মানুহে সেই দৃশ্য এনেভাৱে চালে যেন জীৱনত তেওঁলোকে মেকুৰী সেই প্ৰথম দেখিলে।

“দেখিছে, দেখিছে, মেকুৰীজনীয়ে মিলাৰ চাহাবৰ মেমক কেনেকৈ চিনি পাইছে? তেওঁ আহিলেই মেকুৰীজনীক মৰম কৰে; তায়ো কেনেবাকৈ তেওঁ অহা গম পাই—য'তে নেথাকক মেওঁ মেওঁকৈ ওলাইহি।” কিনা বস্তুৰ দাম দিবলৈ সম্মুখত থিয় হোৱা গ্ৰাহকজনলৈ চাই মেনেজাৰে কলে।

ইতিমধ্যে মেকুৰীজনী দুই হাতেৰে বুকুত সুমুৱাই মিচেচ মিলাৰ থিয় হ'ল। মেকুৰীজনীয়ে মেওঁ মেওঁ কৰি তেওঁৰ পাতৰ টুপিটোত আঁচুৰিলে। এইবাৰ চাৰিওপিনৰ মানুহৰ মুখৰ হাঁহি কলৰৱত পৰিণত হ'ল। মিচেচ মিলাৰে মেকুৰীজনীৰ গাত থপৰিয়াই পুনৰ মাটিত এৰি দি কলে, “বি নাইচ—বৰ ভাল আছে; অন্য দিন আহিম।” বেগৰপৰা কমাল উলিয়াই হাত মচি মচি মেনেজাৰৰ সমুখ হল। মেনেজাৰৰ হাতত প্ৰয়োজনীয় বস্তুৰ তালিকাখন দিলে। তালিকাখন পঢ়ি এটা-দুটা পেঞ্চিলেৰে দাগ দি মেনেজাৰে কলে,—“মেমচাহাব, য়ৰ্কচায়াৰ পৰ্ক নাই। কিন্তু কানাডিয়ান আছে—একেবাৰে নতুন কনচাইনমেণ্ট; এই মাহত বিলাতৰপৰা আহি পাইছে, ফাৰ্ষ্ট ক্লাচ বস্তু। দশ পাউণ্ড দি দিম?” কানাডা আৰু বিলাত যে দুখন বিভিন্ন দেশ, মেনেজাৰৰ ভূগোল-জ্ঞানত নাছিল। কথাবাৰ কৈয়ে

চিঞৰিলে, “এই ইউচুফ, মেমচাহাবৰ নিমিত্তে নতুন চচেজৰ টিন লৈ আহ।” কোৱা মাত্রকে চচেজৰ টিন মেমচাহাবৰ হাতত পৰিলহি। অলপ পৰটিনটো লিৰিকি বিদাৰি তাৰ গাত মৰা কাগজখন পঢ়ি মিচেচ মিলাৰে সুধিলে—“পাউণ্ডত দাম ?”

“দাম মেমচাহাব হৈ যাব ; বস্তু পছন্দ হলেই—হ'ল।”

“পাঁচ পাউণ্ড দিব লাগে।” মিচেচ মিলাৰৰ শিকা অসমীয়া ব্যাকৰণ মতে ‘লাগে’, ‘আছে’, ‘হয়’ এই ধাতু নলগালে বাক্য শুদ্ধ নহয়।

তালিকাখনত দাগ দিয়া শেষ কৰি ওচৰতে থিয় হৈ থকা ইউচুফৰ হাতত গতাই দি কলে, “ইউচুফ, এই লিষ্টৰ বস্তু ঠিক ঠিক মতে বাহিৰ কৰ। পুৰণা মাল নিদিবি। সব নতুন কনচাইনমেণ্টৰ বস্তু বাহিৰ কৰিবি।” ইউচুফ আঁতৰি যোৱাৰ লগে লগে অতি বিনয়ীভাৱে মূৰটো সোঁফাল বাওঁফাল কৰি মেনেজাৰে কলে, “মেমচাহাব, ডেনিচ হেম, একেবাৰে টাট্‌কা জিনিচ, দি দিওঁ পাঁচ পাউণ্ড।”

কথা শেষ হোৱাৰ লগে লগেই পুনৰ চিঞৰিলে, “এই পৰিত্ৰ হেমৰ টিন।”

হাত মোহাৰি মোহাৰি কলে, “দুই পাউণ্ড চীজ দিওঁ, মেমচাহাব; পেৰিচৰ পৰা অহা বস্তু।” মেমচাহাবৰ সম্মতি নৌ পাওঁতেই চিঞৰিলে, “ইউচুফ, দুই পাউণ্ড চীজ ভালকৈ পেক কৰি আন।”

মুহূৰ্ত্তৰ ভিতৰতে মেনেজাৰৰ সমুখৰ দীঘল মেজখনৰ ওপৰত

এটা-দুটাকৈ বিভিন্ন আলমাৰিৰপৰা সংগ্ৰহ কৰি অনা বস্তুৰে ইউচুফহঁতে নতুন এখন পোহাৰ মেলিলে। মিচেচ মিলাৰে তাৰে কোনোটো হাতত তুলি লৈ চালে, কোনোটোত চকু ফুৰালে, কোনোটো ডিঙি মেলি দূৰৈৰপৰা লক্ষ্য কৰিলে। সমুখত হাজিৰ কৰা বস্তুবোৰৰ কেইটামান দিবলৈ নিৰ্দ্দেশ কৰিলে। মেমচাহাবে দেখুৱাই দিয়া বস্তু কেইপদ ৰাখি বাকীবোৰ কৰ্ম্মচাৰিহঁতে যথাস্থানলৈ ঘূৰাই নিলে। ইতিমধ্যে ইউচুফে কাগজেৰে মেৰোৱা টোপোলাবোৰ আনি মেনেজাৰৰ সম্মুখত এটা দুটাকৈ থলেহি।

"এই ইউচুফ ইয়াত জমা কৰিলি কেলৈ? একেবাৰে মেমচাহাবৰ গাৰীত তুলি দেগৈ।" মেনেজাৰে হুকুম দিলে।

নৰেশ্বৰে ওচৰতে তন্ময় হৈ ইটো সিটো বস্তু চাই আছিল; কিমান ধৰণৰ যে বস্তু? কি বস্তুৰ কি ব্যৱহাৰ সেই কথা বুজা তাৰ দুসাধ্য। মিচেচ মিলাৰে নৰেশ্বৰলৈ চাই কলে,—

"নৰেশ্বৰ, মাল গাৰীত উঠাব লাগে।"

নৰেশ্বৰে নিজৰ তৎপৰতা দেখুৱাবলৈ মেনেজাৰৰ সম্মুখত থকা ৰঙা বগা ৰঙৰ আকৰ্ষণীয় বটল কেইটা একেলগে সাবটি ললে। মেনেজাৰে তাৰ কাণ্ড দেখি লৰালৰিকৈ বাধা দি কলে, "এই, এই কি কৰ, কি কৰ? সব ভাঙি চুৰমাৰ কৰিবি দেখিছোঁ। এটা বটলৰ কিমান দাম নেজান? দুটা দুটাকৈ লৈ যা।" মিচেচ মিলাৰ লজেঞ্চ টফি থোৱা বৈয়ামবোৰ নিৰীক্ষণ কৰিছিল; মেনেজাৰৰ চিঞৰত মুখ ঘুৰাই নৰেশ্বৰৰ হাতত

মদৰ বটল দেখি হাঁহিলে। লাজত ম্ৰিয়মান হৈ নৰেশ্বৰে দুই হাতত দুই বটল লৈ বাহিৰলৈ ওলাল।

বস্তু-বাহানি তোলা শেষ হল বুলি ইউচুফে মেনেজাৰক জনালে; নৰেশ্বৰো বাজৰপৰা ঘূৰি আহি মেমচাহাবৰ কাষ চাপিল।

"টফি এক পাউণ্ড।"

মেনেজাৰে আসনৰপৰা উঠি নিজেই টফি জুখিবলৈ লাগিল। এক পাউণ্ড ওজন হোৱাত আৰু কেইটামান লগাই দি কাগজৰ টোপোলাৰে বান্ধি মিচেচ মিলাৰৰ হাতত দিলে। মিচেচ মিলাৰে তাৰেপৰা কেইটামান টফি ওচৰতে থিয় দি থকা ইউচুফ আৰু নৰেশ্বৰৰ হাতত দিলে। কি কৰিব নকৰিব বুজিব নোৱাৰি নৰেশ্বৰে মেমচাহাবৰ মুখলৈ কৃপাপ্ৰাৰ্থী হৈ চাই ৰল।

"টফি আছে খাব লাগে।" মেমচাহাবৰ হাঁহিত সি আকৌ এবাৰ অপ্ৰতিভ হল। মেনেজাৰৰ সৈতে মেমচাহাব কেই খোজমান আগবঢ়াত মেৰোৱা কাগজৰ সৈতে টফি এটা নৰেশ্বৰে মুখত সুমুৱা ইউচুফে চাই আছিল। নৰেশ্বৰৰ অনভিজ্ঞতাত নিজে গৌৰৱ অনুভৱ কৰি ইউচুফে মাত দিলে "ধ্যেং, জংঘলী কৰবাৰ! কাগজটো এৰুৱাই খাব লাগে বুলি নেজান? কেতিয়াবা খাই পালেহে?"

কাগজেৰে সৈতে চোবোৱা টফিটো উলিয়াই পেলাবলৈ সুচল নোহোৱাত মুখৰ ভিতৰতে অঁকোৱা-পকোৱাকৈ কামুৰি চোবাই নৰেশ্বৰো গাৰীৰ কাষ চাপিল। মেনেজাৰে দুৱাৰ মেলি

দি মিচেচ মিলাৰ মটৰত উঠাত হাত জোৰ কৰি শেষবাৰলৈ গুড্ মর্নিং কৰিলে। নৰেশ্বৰক পিছ পিনে থিয় হৈ থকা দেখি কলে, "বেহেৰা, সব্ মাল তুলি দিছ ?"

নৰেশ্বৰে মূৰ দুপিয়াই যাত্ৰাৰ সময় হল বুজি লৰালৰিকৈ মটৰৰ পূৰ্ব্বৰ আসন অধিকাৰ কৰিলেগৈ।

ড্ৰাইভাৰে ক্লাট্চত ভৰি দিলে। "আৰ কাহা জানা হায়, মেমচাহেব ;" ড্ৰাইভাৰে পিছলৈ মুখ নুঘূৰোৱাকৈয়ে প্ৰশ্ন কৰিলে।

"নিউ ষ্টাইল টেইলৰিং।"

বহল আলিটো এৰি বাওঁপিনৰ ঠেক বাটটোয়েদি অলপ দূৰ গৈ নিউ ষ্টাইল টেইলাৰিঙৰ দোকানৰ সম্মুখত মটৰ ৰলগৈ। ড্ৰাইভাৰে হৰ্ণ দিলে ; দুজনমান মানুহে দোকানৰ দুৱাৰ মুখৰ পৰা ভুমুকা-ভুমুকি কৰিলে। এজন ওলাই আহি মটৰৰ ওচৰ চাপিল ; গাড়ীত মেমচাহাবক দেখি নমস্কাৰ জনালে।

মিচেচ মিলাৰে গাৰীৰ দৰ্জ্জাৰ মাজেদি মুখ উলিয়াই কলে, "ড্ৰেচ দুটা কৰিব লাগে।"

"কাৰ মেমচাহাব ?"

"বয়ৰ" ; আগত বহা নৰেশ্বৰলৈ চকুৰ সংকেতেৰে দেখুৱাই কলে, "নৰেশ্বৰ, দোকানত মাপ্ দিব লাগে।"

ড্ৰাইভাৰে দৰ্জ্জা খোলালৈহে বাট চাই আছিল ; নৰেশ্বৰ নামিল।

"মেমচাহাব কি বনাব লাগিব ?"

"দুটা পেণ্ট আৰু জেকেট। বগা জিনকাপোৰ।"

জেকেট নামটো শুনি নৰেশ্বৰে উচপ খাই মেমচাহাবৰ মুখলৈ চালে।

"ভেৰি গুড মেমচাহেব।" নিউ ষ্টাইলৰ দৰ্জ্জিয়ে শলাগিলে; দৰ্জ্জিৰ পিছে পিছে নৰেশ্বৰ দোকানত সোমাল। ড্ৰাইভাৰো লগতে গ'ল।

ফিটা লৈ দৰ্জ্জি নৰেশ্বৰৰ ওচৰত থিয় হল। নৰেশ্বৰৰ ডিঙিত ফিটা পেলাই কলে, "চোজা হৈ থিয় দে।" নৰেশ্বৰৰ পেটটোত হেচা মাৰি গাটো সৰল ৰেখাৰ দৰে সমান কৰি দিলে। ডিঙিৰ পৰা আঠুলৈকে ফিটাডাল এৰি দি চিঞৰিলে, "লম্বা চাৰে চৈধ্য গিৰা।"

পাটীত বহি কেচিৰে কাপোৰ কাটি থকা এজনে কাগজ পেনচিল লৈ মুখেৰে সেই একে কথাকে দোহাৰি লিখি গ'ল— "লম্বা চাৰে চৈধ্য।"

ওচৰতে থকা ড্ৰাইভাৰে মাফলোৱা দৰ্জ্জিলৈ চাই কলে, "লম্বা কিছু বঢ়াই দিয়া।"

"আৰু লম্বা কৰিলে কোট নহৈ কুৰ্ত্তা হৈ যাব।" ড্ৰাইভাৰৰ নিৰ্দ্দেশ অৱজ্ঞা কৰি দৰ্জ্জিয়ে সহকাৰী জনক উদ্দেশ্য কৰি কলে, "পিয়াৰ, লেখ—বুকু ১৩।" বুকুখন ফিটাৰে মেৰাই নৰেশ্বৰক কলে, "বুকুখন ফুলাই দে।" ফিটাডালৰ আঁক কেইটা গণি-পুনৰ কলে, "১৩ নহয় ১৩॥ গিৰা লেখ।" কঁকালত ফিটাডাল মেৰাই কলে, "কোমৰ ১৩। ইয়াৰ বুকু কমৰৰ চিনেই নাই;

ডুয়োটাৰে একে মাপ্।" পিছৰবাৰ নৰেশ্বৰক লক্ষ্য কৰি কোৱা।

"চাওঁ হাতটো মেলি দে।" হাতৰ সৰু গাঁথিৰপৰা বাহুলৈকে জোখ লৈ কলে, "হাত ১২॥।" থুতৰিত ধৰি মূৰটো পোনাই ডিঙিৰ জোখ লৈ কলে—"গলা।" কথাষাৰ শেষ নকৰিয়েই নৰেশ্বৰক সুধিলে, "হাই চিংগেল কলাৰ হবনে, ডাবোল কলাৰ হব ?"

নৰেশ্বৰে উত্তৰ দিবলৈ নৌ পাওঁতেই ড্ৰাইভাৰে আঙুলিৰে নিজৰ কোটৰ কলাৰটো দেখুৱাই কলে, "এই ৰকম হলে ভাল হব।"

ড্ৰাইভাৰে টপ্‌টপাই থকাত নৰেশ্বৰৰ খং উঠিছিল। ড্ৰাইভাৰ, বুধু, ৰহমতৰ নিচিনা কাঁনি-কাপোৰ পিন্ধিৰ লগা হোৱাত সি পেটে পেটে বৰ পছন্দ কৰা নাছিল। এই মানুহবোৰৰ দৰে একে "বয়-বেহেৰা" ধৰণৰ সাজ-পোছাক পিন্ধি তাহাঁতৰ লগত মিলিযাবৰ তাৰ ইচ্ছা নাই ; তাহাঁতৰপৰা সি সুকীয়া হৈ থাকিব খোজে। তাৰ মনৰ কথা বুজিয়েই মেমচাহাবে তাক বয় নুবুলি নৰেশ্বৰ বুলি মাতে—নৰেশ্বৰে ভাবে। ড্ৰাইভাৰৰ ওপৰত নৰেশ্বৰৰ খং উঠিল।

"পিয়াৰ, পেণ্টৰ মাপ লেখ।" কঁকালৰপৰা ভৰিৰ সৰু গাঁথিলৈকে পুনৰ ফিটাডাল এৰি দি ড্ৰাইভাৰৰ পিনে চাই সুধিলে, "লম্বা কিমান দিম ? এই হ'ল ১৫ গিৰা। এই ঠিক হব নহয় ? জিন কাপোৰ পিছত কোচ খাব। কিছু বেচি দিয়াই ভাল।"

উচ্চতা অনুমানৰ কাৰণে ভৰিৰপৰা মূৰলৈকে নৰেশ্বৰৰ দেহটোলৈ এবাৰ চাই ড্ৰাইভাৰে সমৰ্থন কৰি কলে, “হয়, হয়, মোৰ এই পেণ্ট ছয় মাহত চুটি হৈ গ'ল।” উত্তৰৰ লগে লগে ড্ৰাইভাৰে তাৰ নিজৰ পেণ্টটোৰ দীৰ্ঘতালৈ আঙুলিয়ালে।

দৰ্জ্জিয়ে তাচ্ছিল্যেৰে ড্ৰাইভাৰৰ ভাজ নোহোৱা পূৰণি পেণ্টটোলৈ নাকসিকতাই চাওঁ নেচাওঁকৈ চাই কলে. “সেইটো অৰ্ডিনেৰি দেশী জিন। আমি মাঞ্চেষ্টাৰি জিন দিম; খুব লাষ্টিং কৰিব।”

দেশী বস্তু যে সাধাৰণ, মূল্যহীন, নৰেশ্বৰেও বুজি পায়। দৰ্জ্জিৰ প্ৰত্যুত্তৰত ড্ৰাইভাৰৰ মুখত চুঙা চাই সোপা পৰাত নৰেশ্বৰে মনে মনে কৌতুক অনুভৱ কৰিলে। জোখ-মাপ শেষ কৰি কলে, “সাত দিনৰ পিছত ৰেডি কৰি থম, দৰ্কাৰ হ'লে আমাৰ মানুহে বাগিছাত চাহাবৰ বঙলাত দি আহিবগৈ।”

ডেলিভাৰি ক'ত দিব লাগিব সুধিবলৈ দৰ্জ্জি মেমচাহাবৰ ওচৰলৈ আহিল। অহা সপ্তাহত মেমচাহাবে নিজেই লৈ যাবহি বুলি জনালে।

তাৰ পিছত বাগিছামুৱা ওভোটা যাত্ৰা আৰম্ভ হ'ল।

## আঠ

"এই মোৰ পইচাটো বিচাৰি দিবি ?"

মেমচাহাবৰ কুঠৰিলৈ যাবলৈ বহু সময় আছে দেখি নৰেশ্বৰ শুই উঠি বাটলৈ ওলাইছিল। অন্যমনস্কভাৱে অলপ দূৰ আগ বাঢ়োতেই কথাষাৰ শুনি ঘূৰি চালে। ভৰিৰ আঙুলিৰে কাষৰ বন লিৰিকি বিদাৰি ছোৱালী এজনীয়ে কিবা বিচৰা যেন অনুমান হ'ল। সিদিনা পুৱা লগ পোৱা সেই বগী ছোৱালীজনী— চনিয়া। নৰেশ্বৰে মুখ ঘূৰাই চোৱাত ছোৱালীজনীয়ে আকৌ মাতিলে, "এই খিনিতে পইচা এটা পৰিল, বিচাৰি দিবি ?"

তাতকৈ বয়সত সৰু ছোৱালী এজনীয়ে তই বুলি সম্বোধন কৰাত নৰেশ্বৰে প্ৰথমে অপমান বোধ কৰিছিল। গোঙোৰা মুখ খনেৰে অলৰ-অচৰ হৈ থিয় দি থকা দেখি ছোৱালীজনীয়ে পুনৰ অনুনয় কৰিলে, "এই, আহ্ না বিচাৰি দে ; নহলে ঘৰত মাৰিব !"

ছোৱালীজনীৰ করুণ আহ্বানত নৰেশ্বৰৰ ভেম ভাগিল। তাইৰ অকণ অকণ হাঁহি থকা চকু দুটাই নিজৰ ভনীয়েক আলতীলৈ মনত পেলাই দিলে। মুহূৰ্ত্ততে মুখৰ বৰণ শিমলু- ফুলীয়া কৰি নৰেশ্বৰে চনিয়াৰ কাষ চাপি সৰল বিশ্বাসেৰে সুধিলে, "কোন খিনিত পৰিল ?"

"এই খিনিতে।" ভৰিৰ আঙুলিৰে চনিয়াই ঠাই ডোখৰ দেখুৱাই দিলে।

মূৰ তুলি থকা বনবোৰৰ গৰ্ব্ব ভৰিৰে মোহাৰি তললৈ মূৰ কৰি নৰেশ্বৰে বিচাৰিলে।

"ভৰিৰে গছকি কত পাবি ?" চনিয়াই নিজে বনৰ ওপৰত আঠু লৈ হাতেৰে বনৰ মাজত খেপিয়াবলৈ লাগিল। চনিয়াৰ নিৰ্দ্দেশত নৰেশ্বৰেও তাইক অনুসৰণ কৰিলে।

ক্ষন্তেক পিছতে বহা অৱস্থাত থকা নৰেশ্বৰক চনিয়াই পিছপিনৰ পৰা হঠাতে ঠেলা মাৰি দিলে; নৰেশ্বৰৰ মুখটোৱে মাখনৰ দৰে কোমল তুবৰিদৰাক স্পৰ্শ কৰিলে। হি হি কৰি চনিয়াই হাঁহিলে; নৰেশ্বৰে চকু পোন্দোৱাকৈ থিয় হ'ল। চনিয়াই ওচৰ চাপি সুধিলে, "দুখ পালিনেকি ?"

নৰেশ্বৰে মৌন ব্ৰত আৰম্ভ কৰিলে।

"বল বল, মাছ চাওঁ গৈ।"

নৰেশ্বৰে ঘূৰি বঙলাৰ পিনে খোজ বঢ়ালে। চনিয়াই তাৰ হাতত আজুৰি কলে, "খং নকৰিবি। বল বল দলঙা চাওঁগৈ। ৰাতি বৰষুণ হৈ গৈছে; আজি চাগৈ বহুত মাছ লাগিছে।" চিনাকী মানুহৰ দৰেই তাৰ হাতখনত বলেৰে আজোৰ এটা মাৰিলে। চকুত ছোৱালীজনীৰ যাদু—নৰেশ্বৰে যাওঁ নেযাওঁকৈও পিছে পিছে গল।

"লখু আজি নাহিল ?"

"তাৰ জ্বৰ।"

"ভায়েৰহঁত কলৈ গল ?"

"স্কুলত পঢ়িবলৈ।"

"ইমান ৰাতি পুৱাই স্কুল হয়নে ?"

"বাগিছাৰ স্কুল খুব ৰাতি পুৱাই বহে।"

"তই স্কুলত নপঢ় ?"

"ধ্যেৎ, ছোৱালীয়ে স্কুলত কিয় পঢ়িব ? তহঁতৰ গাৱঁত পঢ়েনে কি ?"

কথা পাতি পাতি দুয়ো নৈৰ ঘূঁৰলি পালেগৈ।

"আহ, সাতোৰো।"

"ওঁহো।"

"তই সাতুৰিব নেজান ?"

"নেজানিম কেলৈ ?"

"ভয় কৰিছ ? নদীৰ সোঁতে উটাই লৈ যাব ? ভয় নাই, মই লগত থাকিম।" হি হি কৈ হাঁহিলে।

"ভয় কিয় কৰিম ? তই লগ নহলেও মই সাতুৰিব পাৰো।"

"অকলে সাতুৰিবলৈ বৰ সাহ দেখোন ?"

নৰেশ্বৰে তলকিবই নোৱাৰিলে—চনিয়াই তাক পানীত গতা মাৰি নিজেও ধপচকৈ পৰিল। অলপ দূৰ সাঁতুৰি আগুৰাই গৈ নৰেশ্বৰক চিঞঁৰিলে—"কাপোৰ তিতিলেই; বৈ আছ কিয় ? আহ আহ, চাওঁ কোনে সিপাৰৰপৰা আগেয়ে সাতুৰি ঘূৰি আহিব পাৰে।"

নৰেশ্বৰ আগ নবঢ়া দেখি চনিয়াই পুনৰ মাতিলে, "এই কলৰ পানীত চাহাবেহে গা ধোৱে। জেঠিৰ দৰে চাহাবৰ বঙলাত বগাবলৈ পাই একে দিনে চাহাব হৈ গলি ?" চিলনী সাঁতোৰ দি চনিয়া পিছুৱাই আহিল।

নদীৰ পাৰত জন্ম; নদীৰ লগত নৰেশ্বৰৰ নাড়ীৰ সংযোগ।

চনিয়াৰ উপহাসে তাৰ অন্তৰত প্ৰতিযোগিতাৰ ভাব জন্মালে। ভাল সাঁতুৰিব পাৰে বুলি গাৱঁত নৰেশ্বৰৰ নাম যশ আছে। সাধাৰণ কুলি ছোৱালী এজনীয়ে তাক প্ৰতিযোগিতালৈ আহ্বান কৰাত, তাৰ শুই থকা পৌৰুষত্ব সাৰ পাই উঠিল; দুই হাত পানীত পেলাই সি চনিয়াক পিছ পেলাবলৈ গা এৰি দিলে। বৰশীত পুঙা ওপঙিল; চনিয়াই ডুব মাৰি বহু দূৰৈত গৈ সিন্দুৰ দৰে মূৰ তুলিলে। নৰেশ্বৰ চনিয়াৰ ওচৰে ওচৰে গ'ল, কিন্তু অলপ পিছত সিপাৰৰপৰা সাঁতুৰি আহি নৰেশ্বৰ পাৰত উঠিলহি।

চনিয়াই এখামোচ বালি তাৰ গালৈ দলিয়াই দিলে। সাক্ষাত মুহূৰ্ত্তৰপৰা ছোৱালীজনীয়ে তাক অপমান আৰু মলিয়ন কৰিবলৈকে চেষ্টা কৰি আছে। ক্ৰোধ অপমান বিৰক্তিত নৰেশ্বৰে তাইলৈ পোন্দোৱাকৈ চালে; জ্যামিতিৰ চিত্ৰৰ দৰে তিতা কাপোৰৰ মাজেদি ওলাই পৰা চনিয়াৰ দেহাৰ ৰেখাত চকু পৰাত নৰেশ্বৰ অপ্ৰতিভ হ'ল। সদ্য প্ৰসৱা তিৰোতাৰ স্তনৰ দৰে স্নেহেৰে ভৰপূৰ ছোৱালীজনীৰ চকুৰ দৃষ্টিয়ে নৰেশ্বৰৰ গোমোথাভাব উৰুৱাই দিলে। ওন্দোলাই অনা দুচপৰা মেঘৰ সংঘৰ্ষত বিজুলীৰ চিক্‌মিকনিয়ে দেখা দিলে; হাঁহি হাঁহি নৰেশ্বৰ পুনৰ নদীত জপিয়াই পৰিল; সিয়ো বালি এখামোচ লৈ চনিয়াৰ গালৈ ফাকুগুৰি ছটিওৱাৰ দৰে ছটিয়ালে। আঘাত পায়ো দুগুণে চনিয়াৰ মুখৰ হাঁহি উজ্বলিল—পুৱাৰ বেলিটোৰ দৰে উজ্জ্বল, অথচ উত্তাপহীন। দুয়ো আকৌ পাৰত উঠিল। গাৰ পানী

নিগৰি শেষ হোৱাৰ লগে লগে নৰেশ্বৰে উভতিবলৈ খোজ দি চনিয়াক সুধিলে, “দলঙা মুতুলিলি দেখোন ?”

“ধ্যেৎ, মাছ চাবলৈ এতিয়াও বাকী আছে ? কোন ৰাতিতেই চাই নিলোঁ।।”

অনৰ্থক টানি আনি লঘু-লাঞ্ছনা কৰাত নৰেশ্বৰৰ পুনৰ চকুয়ে-মুখে ক্ৰোধৰ চিন ওলাল। সি দ্ৰুতগতিৰে খোজ ললে; চনিয়াও কিন্তু তাৰ কাষে কাষে গ'ল—গাৰপৰা বাগৰি অহা পানী টোপালৰ দৰে।

“এই, তই খং কৰিছনেকি ? ৰাতিপুৱাই নৈত সাঁতুৰিলে গা গৰম লাগে।” নতুন তথ্য এটাহে যেন তাই প্ৰকাশ কৰিলে।

অলপ দূৰ নীৰৱে গৈ নৰেশ্বৰে সুধিলে, “মাছ চাবলৈ লখুও আহিছিল ?”

“আহিছিলতো; নহলে কোনে দলঙা টানিব ?”

“লখুৰ জ্বৰ হোৱা নাই ?”

“কুলি লৰাৰ ইমান সোনকালে জ্বৰ হলে পইচা কামাই কৰিব কেনেকৈ ?”

“তই মোক ফাঁকি দিছিলি কিয় ?”

“ধেমালি কৰিলোঁ; নহলে তই মোৰ লগত সাঁতুৰিবলৈ আহিলিহেঁতেন জানো ?”

“তোৰ ভায়েৰহঁতো আহিছিল ?”

“মোৰ ভাই নহয়; দুখু টিপু লখুৰ ভাই; তাহাঁতো আহিছিল।”

"স্কুললৈ যোৱা নাই ?"

"ধ্যেৎ, কুলিৰ লৰা স্কুললৈ যাব কিয় ? স্কুললৈ গলে মাক-বাপেকক ঘিণাবলৈহে শিকিব।"

"তোৰ যে পইচা হেৰাইছে বুলিছিলি—মিছা ?" সন্দেহৰ চকুৰে নৰেশ্বৰে সুধিলে।

"পইচা থাকিলেহে হেৰাব, পইচা পাম কত ?"

"তেনেহলে কি বিচাৰিছিলি ?"

"তই একেবাৰে গাৱঁলীয়া ; একো নুবুজ।"

অলপ বৈ মিচিককৈ হাঁহি মৰি কলে, "তোকেই বিচাৰিছিলো।"

মহৰ দৈৰ দৰে বগা দাঁত কেইটা উলিয়াই হি হি কৈ হাঁহি চনিয়াই দুপ-দাপ কৈ লৰ মাৰিলে ; দুদিনৰ চিনকি ছোৱালী জনীৰ অদ্ভুত কথা-কাণ্ড দেখি নৰেশ্বৰ বিবুধি হল।

সিও লৰালৰিকৈ তিতা গাৰেই বঙলাৰ পিনে খোজ ললে।

—মনটো তাৰ চনিয়াৰ স্মৃতিৰে তিতিল। নদীৰ সৰু সৰু ঢৌবোৰে পাৰ চুই যোৱাৰ দৰে কোমল মনৰ সকলো ভাব-ঢৌ চনিয়াত বাগৰি পৰাত নৰেশ্বৰৰ এক নতুন আত্মীয়তাৰ অনুভূতি জন্মিল। সেই নিচিনা নজনা ছোৱালীজনীৰ কাষ নচপা মুহূৰ্ত্তলৈকে সি মাত্ৰ আছিল এটা অমাৰ্জ্জিত গাৱঁলীয়া লৰা। ছোৱালীজনীৰ আত্মীয়তাই তাৰ দেহ-মনত মৰম-জেতুকা ঘঁহিলে।

## নয়

নৰেশ্বৰে ঘৰ ত্যাগ কৰা তিনি মাহৰ পিছৰ কাহিনী—

গাৱঁৰ নামঘৰৰ সমুখত বেলগছ জোপা; বেলজোপাৰ চাৰিওকাষত ওখকৈ পকাৰে ঘূৰণীয়া বেদী এটা সজাই দিছিল গাৱঁৰ মধু দোকানীয়ে—পুণ্য সঞ্চয় কৰিবলৈ। বিলাতি মাটি লেপোতেই পাঠশালাৰ লৰাৰ হাতৰ আখৰেৰে ডাঙৰ ডাঙৰকৈ লিখা হৈছিল স্বৰ্গীয় আদৰ কলিতানীৰ উদ্দেশ্যে। মানুহে কয় গিৰিয়েকৰ খুন্দা-কিল খায়ে খায়ে মধুদোকানীৰ ঘৈণীয়েক মৰিল। বেদীৰ ওপৰৰ বিলাতি মাটি ঠায়ে ঠায়ে এৰাইছে গাৱঁৰ লৰা-ছোৱালীয়ে পকা বেল থকথকাই ভঙাত। কোনো কোনো দুষ্ট লৰাই ইচ্ছা কৰিয়েই তাৰেপৰ পকা এক্ৰাই চৰাইলৈ দলিয়ায়। কোনোবাই বাধা দিলে কয়, "এস্ মধু দোকানীয়েও আকৌ পুণ্য সঞ্চয় কৰে। তাৰ জীৱনটো গল কম ওজনত বস্তু বেচি, গাৱঁৰ মানুহক গেলা-পচা খুৱায়।"

কেইদিনমানৰপৰা সেই বেদীতে ডেকা বৈৰাগী এজনে আশ্ৰয় লৈছেহি। দুখন মান মলিয়ন কাপোৰ, এটা টোকাৰী—এয়ে বৈৰাগীৰ সম্বল। বৈৰাগীৰ টোকাৰীৰ টুং টাং শুনি প্ৰথমে গাৱঁৰ লৰা ছোৱালীয়ে উৎসুক হৈ ওচৰ চাপিছিল। ইটো সিটোক কৈ বৈৰাগীয়ে চাহ এবাটি, কলকুঁহিয়াৰ দুটামানৰ যোগাৰ কৰি প্ৰথম দিনটো কটালে। কিন্তু এটা দিন পাৰ নৌ হওঁতেই বৈৰাগীৰ গুণ-কীৰ্ত্তন গোটেই গাৱঁতে প্ৰচাৰিত হল;

গাৱঁৰ ডেকা-বুঢ়া হৰিনাম শুনিবলৈ বৈৰাগীৰ কাষ চাপিল। লাহে লাহে বুঢ়ী-ডেকেৰী, বোৱাৰী-জীয়ৰী সকলোৱে অৱসৰ বুজি বৈৰাগীৰ ওচৰত হৰিকথা শুনিবলৈ আহিল।

লগৰ দুই-চাৰিটা লৰা লগত লৈ প্ৰেমই বেলজোপাৰ তলত কল-পাতেৰে সৰুসুৰাকৈ ৰভা এখন সাজি দিলে—গৃহত্যাগী বৈৰাগীয়ে নামঘৰত বহি নাম-কীৰ্ত্তন কৰিবলৈ ইচ্ছা নকৰিলে; জাতি-কুল নজনা বৈৰাগীক নাম ঘৰত সোমাবলৈ দিবলৈ কোনো কোনেয়ে আপত্তিও কৰিলে। প্ৰতিদিন দুপৰীয়া সন্ধিয়া বৈৰাগীলৈ কাৰ ঘৰৰপৰা সাজ-প্ৰসাদ আহিব—প্ৰেম আৰু তাৰ লগৰীয়াহঁতে দিহা লগাই দিলে। নিতৌ সন্ধিয়া গীত-মাতৰ অন্তত বৈৰাগীয়ে শাস্ত্ৰৰ আলোচনা কৰে। বৈৰাগীৰ সমুখত শাস্ত্ৰ এখন থাকে হয়—কিন্তু পুথিৰ পাত নেমেলাকৈ বৈৰাগীয়ে ধৰ্ম ব্যাখ্যা কৰিব পাৰে।

নৰেশ্বৰে ঘৰ এৰাৰপৰা দেৱেশ্বৰৰ মনত শান্তি নাই। বিশেষ প্ৰয়োজন নহলে দেৱেশ্বৰে গাৱঁত ওলাই সোমাই নুফুৰে, আগৰদৰে নামঘৰ, ৰাজহুৱা সবাহলৈকো বৰকৈ নেযায়। বৈৰাগীৰ শাস্ত্ৰ ব্যাখ্যা শুনিবলৈ প্ৰেমই খাটনি ধৰাত দেৱেশ্বৰেও এদিন সন্ধিয়া যোগ দিলেহি। বৈৰাগীয়ে নিমাই-সন্ন্যাসৰ গীত এটা গোৱাৰ পিছত ধৰ্ম্ম কথা আলোচনা প্ৰসঙ্গত কলে,—"সংসাৰী মানুহে শান্তি বিচাৰেনে সুখ বিচাৰে? ধনী-দুখী সকলোৱেই সুখহে বিচাৰে—লৰা-ছোৱালীৰ সুখ, মাটী-বাৰীৰ সুখ, টকা-পইচাৰ সুখ বিচাৰোঁতেই সংসাৰী জনৰ জীৱনটো

হেলাতে নেযাইনে ?” বৈৰাগীয়ে চাৰিওপিনে চকুফুৰাই চালে ; যাৰ যাৰ চকুত তেওঁৰ দৃষ্টি পৰিল, তেওঁলোকে মূৰ জোকাৰি 'হয় হয়' কৰিলে।

“পিছে, সংসাৰত কেইজন মানুহে প্ৰকৃত সুখৰ মুখ দেখিছে ? সুখ বিচাৰি সকলো বলিয়া হৈছোঁ। কিন্তু সুখ পাইছোঁ কত ? কোনোৱে সুখ হেৰুৱাইছে অকালতে স্বামীতিৰোতাৰ বিয়োগত ; কাৰোবাৰ সন্তান থাকিও নথকা—কুষ্ঠৰোগীৰ দৰে কুলাঙ্গাৰ পুত্ৰই মাক-বাপেকৰ জীৱন অসুখী কৰিছে ; কাৰোবাৰ ভোগ কৰিবৰ ইচ্ছা আছে অথচ টকা-পইচাৰ সংস্থান নাই ; কাৰো অৰ্থ-সম্পত্তিৰে ভৰপূৰ ঘৰ—কিন্তু দুখ ; খাওঁতা কোনো নাই। সেইহে শাস্ত্ৰত কৈছে সুখ আকাশৰ চন্দ্ৰটোৰ দৰে ; কেচুঁৱাই জোনটো হাত মেলি পাবলৈ চেষ্টা কৰে—কিন্তু পাব নোৱাৰে। সংসাৰী মানুহে কেচুৱাৰ দৰে সুখ সুখ বিচাৰি মিছাতে হামৰাও কাঢ়ি মৰে।” শুৱলা উপমাটোৰ প্ৰয়োগত শুনোতাসকলৰ মুখত তৃপ্তিৰ চিন বিৰিঙিল। “হৰি, হৰি, কেনে ৰজিতা খুৱাই কথাযাৰ ব্যাখ্যা কৰিছে।” প্ৰশংসাত গদ-গদ হৈ আগশাৰীত বহা দেৱেশ্বৰে মূৰ দুপিয়ালে।

“সুখ মায়া-মৃগৰ পিছত লৰোঁতে লৰোঁতে আমি পাওঁ কি ? মায়া-মৃগৰ মৃত্যুৰ লগতে আমাৰ জীৱনলৈ আহে দুখ। সেইহে কৈছোঁ জীৱৰ জীৱন দুখেই আচ্ছন্ন কৰি থৈছে। জন্মৰপৰা মৃত্যুলৈকে সকলোৱে দুখকেই পাইছো। মহাভাৰত-ৰামায়ণ শাস্ত্ৰই মানুহৰ জীৱনত দুখেই যে প্ৰধান সত্য তাকে দেখুৱা

নাইনে ? সসাগৰা পৃথিৱীৰ ৰজা হৈয়ো কৌৰৱৰ দুখ ; ঈশ্বৰ পুৰুষ শ্ৰীকৃষ্ণক সখা পায়ো পাণ্ডৱৰ দুখ ; অৱতাৰ পুৰুষ ৰামৰ দুখ ; পৃথিৱীৰ জননী আই-মাতৃ সীতাৰ দুখ। দুখ নাই পোৱা বুলি আপোনালোকৰ কোনো জনে কব পাৰিবনে ?”

বৈৰাগীয়ে কঠোৰ মাতেৰে প্ৰশ্নটো কৰি শুনোতাসকললৈ পুনৰ চকু তুলি চালে ; কাৰো মুখত তু-তা শব্দ নাই ; সেই অস্বস্তিকৰ নিস্তব্ধতায়ে যেন প্ৰশ্নটোৰ সমিধান দিলে। মুখৰ আগত উঁ উঁ কৈ ঘূৰি থকা মউ-গুটিটো কান্ধৰ গামোছাৰে খেদাই মাতটো কোমলাই বৈৰাগীয়ে আৰম্ভ কৰিলে, “সেয়েহে সুখ-দুখৰপৰা পৰিত্ৰাণ পাবলৈ গীতা শাস্ত্ৰই বৈৰাগ্য ধৰ্ম্ম অৱলম্বনৰ উপদেশ দিছে। ঈশ্বৰ পুৰুষৰ নিজা অমৃত মুখনিসৃত গীতাৰ বাণীত আছে”—মুখখন গীতাৰ অনাসক্তি ভাবেৰে যোগাৰম্ভাত পৰিণত কৰি বৈৰাগীয়ে এটাৰ পিছত এটা গীতাৰ শ্লোক আওৰাই তাৰ দীঘল ব্যাখ্যা জুৰিলে। ৰাতি পলম হোৱাত এজন দুজনকৈ ৰাইজ ঘৰলৈ যাবলৈ উঠিল। ওৰে ৰাতি শাস্ত্ৰ ব্যাখ্যা শুনি থাকিলে কিজানিবা পুৱা হাললৈ ওলোৱা পলম হয়—এয়ে আশঙ্কা।

বৈৰাগীৰ মাতটো শুৱলা নহয়। কথাখিনিও পৰিপাটিকৈ কব পৰা নাই—তথাপি ব্যাখ্যা শুনি দেৱেশ্বৰৰ ভাল লাগিল। ঠিক যেন তেওঁৰ অন্তৰৰ অশান্তি দূৰ কৰিবলৈহে বৈৰাগীয়ে ব্যাখ্যা কৰিছিল ; বৈৰাগীয়ে যি কলে, দেৱেশ্বৰে তাতোকৈ অধিক অৰ্থ সংযুক্ত কৰি হৃদয়ঙ্গম কৰিলে। সেই দিনাৰপৰা

দেৱেশ্বৰ সদায় সন্ধিয়া বৈৰাগীৰ হৰি-কথা শুনিবলৈ যোৱা হ'ল। সন্ধিয়া অকলশৰীয়াকৈ ঘৰত এৰি থৈ আহিবলৈ টান পাই আলতীকো পিছদিনা লগত আনিলে। আলতী আইসকলৰ শাৰীত বহিল—একেবাৰে সমুখৰ শাৰীত। বৈৰাগীৰ চেহেৰা দেখিয়েই আলতীৰ গাটো বিছাই ডকাৰ দৰে বিজ-বিজাবলৈ ধৰিলে। গোনামহ'ৰ দৰে শৰীৰ; ডবহা ডবহা হাত ভৰি, নাকটো ওপৰমুৱা—দূৰৈৰপৰা নাকৰ ফুটা দুটা দেখি। চেলাউৰিৰ ভোবোকাৰ নোমবোৰ দীঘলেই নহয়, ঘন ডাঠ। এই বলিষ্ঠ মানুহটোৱে গলধনত পাহকটা দীঘল চুলি মেলি গীত গাওঁতে তিৰোতাৰ মাত অনুকৰণ কৰিবলৈ যোৱাত আলতীৰ বিসদৃশ লাগিল। গীত গাওঁতে বৈৰাগীৰ চকু দুবাৰ এবাৰ আলতীৰ চকুত নপৰাকৈ থকা নাছিল। প্ৰত্যেক বাৰেই বিৰক্তিত আলতীয়ে চকু ঘূৰাই নিলে।

হৰি-কথাৰ অন্তত ঘৰলৈ ওভোতোতে বাটত আলতীক বাপেকে প্ৰশান্ত মনৰে সুধিলে, "আলতী, কেনে শুনিলি? শুৱলা ব্যাখ্যা কৰে নহয়? ডেকা বয়সতে ইমান তত্ত্বকথা বুজে। সি জন্মত নিশ্চয় সাধক পুৰুষ আছিল।"

আলতীয়ে একো নেমাতিলে। বাপেকৰ কথাত আলতীৰ মুখখন ৰাতিৰ অন্ধকাৰৰ লগত এক হৈ গ'ল। জীয়েকৰ প্ৰত্যুত্তৰ নেপাই দেৱেশ্বৰে ভাবিলে ছোৱালী মানুহ, শাস্ত্ৰ-কথা তাই কি বুজিব। লগত অনাই ভুল হ'ল।

সাতদিন মানৰ পিছত এদিন পুৱাতে প্ৰেম ওলালহি।

বৈৰাগীৰ ৰাতিৰপৰা জ্বৰ; বেলৰ তলতে বেহুচ হৈ পৰি আছে। কন্দৰ্প কবিৰাজে আহি চাই গৈছে—নেমুনিয়া চেমুনিয়া হব পাৰে; কাৰোবাৰ ঘৰলৈ নিব লাগে। প্ৰেমৰ নিজৰ ঘৰলৈকে নিবৰ ইচ্ছা; কিন্তু জাতি-কুল নজনা মানুহক বাপেকে ঘৰ সুমুৱাবলৈ নিদিয়ে। বেলৰ তলতে পৰি থাকিব লগা হলে বৈৰাগী নিজীয়ে। তেতিয়া ৰাইজকহে শাওয়ে ভুৰ। মুখৰ কথা প্ৰেমক শেষ কৰিবলৈ নিদি দেৱেশ্বৰে লৰালৰিকৈ কলে,—"এস্, কিয় চিন্তা কৰিব লাগিছে? তহঁত ডেকাহঁতে ডাং-ডোলা কৰি আমাৰ ঘৰলৈ এতিয়াই লৈ আহগৈ।"

হাতত সোতাটো লৈ কাষেদিয়েই আলতী গৈছিল—"আলতী তই কি কৰ?" বাপেকে আলতীৰ পিনে মূৰ তুলি সুধিলে।

"কিহৰ?" আলতী থিয় দি ৰ'ল।

"বৈৰাগীৰ বোলে বৰ জ্বৰ। প্ৰেমক কৈছো বৈৰাগীক আমাৰ তালৈকে লৈ আহক। ককায়েৰৰ পৰি থকা বিছনাতে থাকিব পাৰিব।"

"সেইবোৰ বাটৰ জেং ঘৰত সুসুমুৱাই ভাল।" কথাষাৰ কৈয়ে প্ৰেমৰ চকুলৈ খন্তেক চাই ৰ'ল।

"নহয়, নহয়, আলতী; মইহে তহঁতৰ ঘৰলৈ অনাৰ কথা কৈছো।"

"তুমিনো আকৌ নলগা জেঙত লাগিবলৈ গৈছা কিয়? ইয়ালৈ আনিলে বেমাৰী মানুহ জনক সেৱা-শুশ্ৰূষা কৰিব কোনে?" আলতীৰ উত্তৰত কঠোৰতা।

"সেইবোৰ কথা তই ভাবিবই নেলাগে। গাঁৱৰ লৰাবোৰ কিবা নোহোৱা হলনে? সকলোৱে পাল পাতি পৰ দিব। তোৰ গাতে সকলো বোজা পৰিব বুলি ভয় নেখাবি।"

"আই, তিৰোতাৰ সেৱাই ধৰ্ম্ম। ছোৱালী হৈ শুশ্ৰূষা কৰিব লাগিব, স্ত্ৰী হৈ সেৱা কৰিব লাগিব, মাক হৈ যতন কৰিব লাগিব। অসহায় অনাশ্ৰয়ক সেৱা কৰিবলৈ পোৱা ভাগ্যৰ কথাহে।" দেৱেশ্বৰে সেৱাধৰ্ম্মৰ প্ৰবচন আওৰালে।

অনুমতি প্ৰাৰ্থনাৰ দৃষ্টিৰে আলতীলৈ চাই প্ৰেমই ক'লে,— "আলতী তই একোৱেই কৰিব নেলাগে; আমিয়েই সকলো কৰিম। তই কেৱল বিছনাখন যত্নাই থবি।"

বৈৰাগীক আনি নবেশ্বৰৰ বিছনাত শুওৱা হ'ল। বৈৰাগীৰ মাজতে হেৰোৱা পুতেকক ঘূৰাই পোৱাৰ আনন্দই দেৱেশ্বৰক মুহি পেলালে। দেৱেশ্বৰে কন্দৰ্প কবিৰাজক আনি চিকিৎসাৰ ব্যৱস্থা কৰালে; ঔষধ-পাতি যি লাগে নিজৰ পইচাৰে সংগ্ৰহ কৰিলে। প্ৰেমই লগৰীয়াহঁতৰ লগত পাল পাতি ৰাতি-ৰাতি পৰ দিয়ে। ঔষধ-পাতি, পথ্য খুওৱা ভাৰ অনিচ্ছা সত্বেও আলতীৰ গাতে পৰিল। প্ৰেমই মাজে মাজে সোধেহি,— "আলতী, দুপৰীয়াৰ বড়িটো মাৰিছিলিনে; নাই যদি মাৰি খুৱাবি।"

"এইমাত্ৰ বেমাৰীৰ গু-মূত পেলাই গা-তিয়াই ৰান্ধনী ঘৰত সোমাবলৈ আহিছোঁহে, এতিয়া বড়ি-চড়ি মাৰি খুৱাবৰ মোৰ সময় নাই। তুমিয়েই খুৱাই যোৱা।" বিৰক্তিত আলতীয়ে কয়।

"পিতায়ে গৰু কেইটা পালত সুমুৱাই দি আহিবলৈ কৈছে ; পলম হলে বুঢ়াৰ খঙে মূৰৰ চুলিৰ আগ পাবগৈ। তই হেলা নকৰিবি, খুৱাবি। চাউল খচা পানীহে তেও অনুপান।"

আলতীৰ সমৰ্থনলৈ বাট নেচাই প্ৰেম অন্তৰ্দ্ধান হয়। আলতীয়েয়ো বাধ্য হৈ ৰান্ধনী ঘৰৰপৰা গৈ বাহী বিছনাত বেমাৰীক ঔষধ-পাতি খুৱাই আকৌ গা তিয়াই ৰন্ধা—বঢ়াত লাগেহি! বেমাৰীৰ পথ্য সুকীয়া। ৰান্ধিবও লাগে সুকীয়া চৰুত। পুৰণা জহা চাউলৰ ভাত, মগু মাহৰ ডাইল, মাগুৰ মাছৰ লগত কোৰোলালতি পাতৰ-জোল। নিজে হাতত ধৰি খুৱাই মুখ ধুৱাই দিব লাগে। সন্ধিয়াৰ লগে লগে বেমাৰীৰ কোঠাত ধুনা জ্বলাব লাগে, বৈৰাগীয়ে বিছনাতে শুই শুই জপ কৰে। আলতীয়ে নিজেই বুজিব নোৱাৰে, কেনেকৈ আপোনা-আপুনি আহি এই কামবোৰ তাইৰ দৈনন্দিন কৰ্ত্তব্যৰ অন্তৰ্ভুক্ত হল। বেমাৰীক আল-পৈচান ধৰিবলৈ প্ৰেমই দি থকা নিৰ্দ্দেশ-বোৰে তাইৰ মন তিক্ততাৰে ভৰাই পেলায় ; তথাপি বেমাৰীৰ ঔষধ-পাতি খুওৱাত, পথ্য তৈয়াৰত, শুশ্ৰূষা কৰাত আলতীয়ে তিলমানো ব্যতিক্ৰম নকৰে। বাপেকৰ উপদেশ—"সেৱাই তিৰোতাৰ ধৰ্ম্ম।

আদেশ দিয়া ছোৱালী আলতী নাছিল, আদেশ পালন কৰিহে তাই সুখী। মাকৰ মৃত্যুৰপৰাই তাই সম্পূৰ্ণভাৱে বাপেকৰ ওপৰত নিৰ্ভৰশীল। কেৱল সেৱা-শুশ্ৰূষা কৰি বাপেকৰ মন যোগাই চলাতে তাইৰ আনন্দ নাছিল, বাপেকৰ

আদেশ নিৰ্দ্দেশ সন্তোষ দিয়াকৈ পালন কৰিব পাৰিলে নিজকে সৌভাগ্যৱতী বুলি ভাবিছিল। দেৱেশ্বৰৰ যি বিষয়ত ৰাপ, তায়ো তাতেই ৰাপ বহুৱাইছিল; দেৱেশ্বৰে যাক ভাল পাইছিল তায়ো তাকে ভাল পাবলৈ শিকি বাপেকৰ লগত সমসুখী হৈছিল। প্ৰথম সাক্ষাতৰ পৰাই বৈৰাগীৰ শাস্ত্ৰ-জ্ঞানত দেৱেশ্বৰ মোহিত হৈছিল; বৈৰাগী আৰোগ্য হোৱাৰ লগে লগেই দেৱেশ্বৰে তেওঁৰ কাষত বহি ধৰ্ম্ম কথা আলোচনা কৰিছিল। দিনে দিনে বাপেকৰ মুখত প্ৰশংসা শুনি আলতীৰ বিপৰীত-ধৰ্ম্মী মনটো অনিচ্ছুকভাৱেই এখোজ দুখোজকৈ বৈৰাগীলৈ আকৰ্ষিত হোৱা স্বাভাৱিক; মধ্যাকৰ্ষণ নিয়মৰ দৰে নৰ-নাৰীৰ আকৰ্ষণ-বিকৰ্ষণ সহজ ধৰ্ম্ম। পাটীত পৰি থকা বৈৰাগীৰ মুখত তাই শান্ত গহীন দেৱেশ্বৰৰ মুখখনৰ ছবিটো দেখিছিল। চাওঁতে চাওঁতে বাপেকৰ দৰে বৈৰাগীৰো কঠোৰ আদেশ—অনুৰোধ নহয়, পালন কৰিবলৈ পাই আলতী মহা সুখী হল!

বৈৰাগী বিছনাতে আওজি বহিব পৰা হৈছে। আলতীয়ে গাখীৰৰ বাটিটো হাতত তুলি দি মুখ মছিবলৈ গামোছাখন ধৰি আছে; ওচৰতে টুল এখনত বহি প্ৰেমই ইটো সিটো কথা সুধি আছে।

"বৈৰাগী, এইবাৰ আলতীয়েহে তোমাক ৰক্ষা কৰিলে। আলতীৰে মোৰে বিয়ালৈকে তুমি হলে থাকিব লাগিব; গাওঁ এৰি যাব নোৱাৰা।" আলতীয়ে অপ্ৰসন্নভাৱে প্ৰেমলৈ

চালে ; প্ৰেমই গৰুৰ দৰে হাঁহিলে। কথাটোলৈ ভ্ৰূক্ষেপ নকৰি বৈৰাগীয়ে গাখীৰ খিনি কোঁট কোঁটকৈ পি খংমুৱাকৈ মাতিলে, "আলতী, বাটিটো ধৰ্।

আলতীয়ে স্থৰ-স্থৰকৈ আহি বাটিটো হাতত লৈ নিজৰ গাৰ চাদৰৰ আচলেৰে আপোন মানুহৰ দৰে সৰ লাগি থকা বৈৰাগীৰ ডাঠ ওঠ দুটা মচি দিলে। বিষণ্ণ মুখেৰে প্ৰেমই নিঃশব্দে বৈৰাগীলৈ চালে ; সেই চাহনিয়ে গালি পাৰি কব খুজিছিল, "নিমকহাৰাম কৰবাৰ ; ইমান আলপৈচান ধৰাতো ভাল মুখেৰে তাইক মাত এবাৰ মাতিব নোৱাৰ ! ল বাৰু, এই কেইদিনেই সুখ কৰি ল ; বিয়াৰ পিছত তোৰ আগত আলতীক ওলাবলৈকে দিম হবলা ?"

বৈৰাগী লাহে লাহে আৰোগ্যৰ পথলৈ আহিল ; বাহিৰ ভিতৰ ওলাই সোমাই ফুৰিব পৰা হৈছে। বৈৰাগীৰ আৰোগ্যত দেৱেশ্বৰৰো আনন্দ ; গাৱঁৰ নামঘৰত শৰাই আগবঢ়োৱা হৈছে। সকলোৱে কোৱাকুই কৰে—দেৱেশ্বৰৰ ওপৰত ভগৱানৰ অশেষ কৰুণা, সেইহে কুলাঙ্গাৰ পুতেকৰ ঠাইত দামোদৰ সাক্ষাত পুত্ৰ লাভ কৰিলে। আইসকলৰ মুখে মুখে আলতীৰো প্ৰশংসা। দিন নাই ৰাতি নাই, বিৰাম নাই বিশ্ৰাম নাই—বেচেৰী বৈৰাগীৰ আলপৈচানতে লাগি আছে। ঘিণ-ঘাণ নোহোৱাকৈ গু-মুতৰ চৰিয়া পেলায়, হগা-মুতা কাপোৰ ধোৱে। আই-বোপাইকো আজিকালি পেটৰ পোৱালীয়ে এনেদৰে সেৱা-শুশ্ৰূষা প্ৰতিপাল নকৰে। অপদাৰ্থ প্ৰেমৰো

ভাগ্য কম নহয়—আলতীৰ দৰে গুণী-জ্ঞানী ছোৱালী এজনীক তিৰোতা বাবলৈ পাব।

বৈৰাগীৰ শৰীৰ পূৰ্ব্বৰ দৰে টনকিয়াল হ'ল; বেমাৰৰ দুৰ্ব্বলতা নাই। গাৱঁৰ মানুহৰ ইচ্ছা বৈৰাগী যেন গাৱঁতে থাকে। গৃহী মানুহ দেৱেশ্বৰৰ ঘৰত থাকিবলৈ যদি আপত্তি, গঞাঁই মিলি জুলি ঘৰ এটা বান্ধি দিব। বৈৰাগী মান্তি হোৱা নাই; একে ঠাইতে সৰহ দিন থকা বৈৰাগীৰ ধৰ্ম্ম নহয়; একে ঠাইতে সৰহ দিন থাকিলে সংসাৰলৈ মায়া বাঢ়ে। এই গাৱঁত তেওঁ অধিক দিন থাকিল; সেয়েহে প্ৰভুয়ে বেমাৰৰ যোগেদি গাওঁ এৰিবলৈ নিৰ্দ্দেশ দিলে।

"বন্ধন মুক্ত হৈ অহা পুৰুষ; ইয়াত পুনৰ কিয় বন্ধনত জৰিত হব। মহাপুৰুষে কৈ যোৱা নাইনে?

এ ভৱ গহন বন আতি মোহপাশে ছন্ন
তাতে হামু হৰিণ বেঢ়াই।
ফন্দিলো মায়াৰ পাশে কাল ব্যাধে ধায়া আসে
কাম-ক্ৰোধ কুত্তা খেদি খাই॥
হৰাইলো চেতন হৰি নজানো কি মতে তৰি
গুণিতে দগধ ভৈল জীৱ।
লোভ মোহ দুহো বাঘ সততে নছাড়ে লাগ
ৰাখু ৰাখু সদাশিৱ॥"

এজন ভক্তই গলগলীয়া মাতেৰে মহাপুৰুষৰ গীত আওৰালে—বৈৰাগীৰ আপত্তি সমৰ্থন কৰি।

বৈৰাগীয়ে গাওঁ এৰি যাব শুনি গঞাঁৰ মনত দুখ; গোটেই গাৱঁত বিষাদৰ প্ৰতিচ্ছবি।

* * * *

বৈৰাগীৰ ওচৰলৈ আহোঁতে পুৱা প্ৰথমতে প্ৰেমই বাতৰিটো পালে। দেৱেশ্বৰে পিছ চোতালত পীৰা এখন পাৰি মূৰে কপালে হাত দি বহি আছিল। দেৱেশ্বৰ স্বল্পভাষী, নিলিপ্ত মানুহ—অসীম ধৈৰ্য্য শক্তি, আশ্চৰ্য্যভাৱে কঠোৰ। চকুত তেওঁৰ পানী এটোপা নাই।

"ভগৱানৰ অভিশাপ, পূৰ্ব্বপুৰুষৰ দুষ্কৃতিৰ ফল মই ভোগ কৰিব লগা হল। প্ৰভু, কিমান কষ্ট দিয়া, দি থাকা; এই জন্মতে সকলো পাপৰ প্ৰায়শ্চিত্ত হওক। অহা জন্মত আৰু শাস্তি ভোগ কৰিবলৈ নথবা।"

প্ৰেমই হুক্-হুক্কৈ কান্দিছে, দেৱেশ্বৰৰ কোনো কথাই তাৰ কাণত পৰা নাই।

"তই কান্দিছ কিয়? প্ৰেম, তই নেকান্দিবি; তোৰ পিতায়েৰে মোৰ ছোৱালী নিবলৈ আপত্তি কৰিয়েই আছিল। ভালেই হ'ল, এতিয়া পিতায়েৰৰ পছন্দমতে ছোৱালী এজনী আনি ঘৰ-সংসাৰ কৰ। আলতীক নিয়াহেঁতেন বুঢ়া বয়সত পিতায়েৰে মিছাতে মনোকষ্ট পালেহেঁতেন।" দেৱেশ্বৰে দীঘল নিশ্বাস পেলালে।

কান্দি কান্দিয়েই প্ৰেমই কলে, "নাই, নাই, নিজ ইচ্ছাৰে আলতী কেতিয়াও যোৱা নাই। নিশ্চয় তাইক মন্ত্ৰ-তন্ত্ৰ

কৰিলে। নিদ্ৰা-বাণ মাৰি কব নোৱাৰাকৈ তাইক টোপনিতে পলুৱাই লৈ গৈছে।”

দেৱেশ্বৰে মাথোন, প্ৰভু, প্ৰভু বুলি হা-হুতাশ ত্যাগ কৰিলে।

“তুমি চিন্তাই নকৰিবা; মই তাইক ঘূৰাই আনিমেই আনিম। আলতী নহলে মই কাৰ সৈতে ঘৰ সংসাৰ কৰিম?” সৰু লৰাৰ দৰে প্ৰেমই ফেঁকুৰিলে।

“নেকান্দিবি, নেকান্দিবি, যি হব লগা হ'ল; তাই ঘূৰি আহিলেও মই ঘৰ সোমাবলৈ নিদিওঁ।” কথাষাৰ সঁচাকৈয়ে কৈছেনে—দেৱেশ্বৰৰ নিজৰে সন্দেহ হ'ল।

লোকৰ বেয়া বতৰা বতাহৰ লগত উৰে। প্ৰেমৰ মুখৰ পৰাই মুহূৰ্ত্তৰ ভিতৰতে গোটেই গাৱঁতে ঘটনাটো ৰাষ্ট্ৰ হ'ল। প্ৰেমই মানুহৰ ঘৰে ঘৰে কেনেবাকৈ কোনোবাই বৈৰাগী আৰু আলতীক পুৱতি নিশা কৰবাত দেখিছিল নে সুধি ফুৰিলে। সহানুভূতি দেখুৱাবলৈ মানুহে দেৱেশ্বৰৰ ঘৰ উবুৰি খাই পৰিল; প্ৰেমৰ বাপেক মহীধৰেই প্ৰথম ওলালহি—ঔৎসুক্যত।

“চেহেৰা-পাতি দেখিয়েই মনে ধৰিছিল—কৰবাৰ ভণ্ড, বিৰাল-তপস্বী; মতলবতহে ইয়ালৈ আহিছিল। তুমিও ভাল তাক ঘৰ লগায়ে বিপদ চপাই ললা।” মহীধৰে উপযাচি মন্তব্য কৰিলে।

নিজৰ ভুলৰ কাৰণেই যে এই মাৰাত্মক বিপদ ঘটিল—

দেৱেশ্বৰে বঢ়িয়াকৈ উপলব্ধি কৰিছিল। গতিকে কাৰো প্ৰতি তেওঁৰ খং-ক্ষোভ নাই; কাৰোৰপৰা সহানুভূতিয়েও আশা কৰা নাই। দৰাচলতে মানুহে সহানুভূতি দেখুৱাবলৈ বিপদত পৰা জনৰ ওচৰলৈ নাহে; আহে দুৰ্ভগীয়া জনক পুতৌ কৰি নিজে আনন্দ অনুভৱ কৰিবলৈ; নিজৰ বিপদহীন সৌভাগ্যৰ অৱস্থাৰ গৰ্ব্বই এই সহানুভূতিৰ মাজেদি আত্মপ্ৰকাশ লভে। চাৰিওপিনে আগুৰি থকা মতা-তিৰোতাই নিজৰ ভিতৰতে নিজে আলোচনা কৰিলে—মন্তব্যও দিলে। দেৱেশ্বৰে কাৰো কথাত কোনো উত্তৰ নিদি তলমূৰকৈ সকলো শুনি থাকিল। সকলোৰে সকলো কথালৈ কাণ দিলে জীৱন ধাৰণেই অসম্ভৱ।

"মাক নোহোৱা গাভৰু ছোৱালী থকা ঘৰত সেই বঙ্গালটোক সুমুৱাবই নেলাগিছিল! ঢাকোন নোহোৱা চৰু, বতাহত জুই এৰি থোৱা, ঘৰত গাভৰু ছোৱালী অকলশৰীয়াকৈ এৰা—এই তিনিওটা সমান।" এজনে মন্তব্য কৰিলে।

"হয়েতো, বৈৰাগীকনো কি দোষ দিবা? জুইৰ লগত ঘী থাকিলে গলিবই।" পূৰ্ব্বজনক সমৰ্থন কৰি কলে।

"ঠিকেই কৈছা? তিৰোতাই সৃষ্টিও কৰে, প্ৰলয়ো ঘটায়। তিৰোতাৰ সঙ্গত ঋষি মুনিৰো তপোভঙ্গ হয়। সেই কিবা ঋষি জন?" ঋষিৰ নামটো মনলৈ নহাত ইপিনে সিপিনে চালে।

এজনে টপৰাই মাত দিলে,—"ঋষ্যশৃঙ্গ ঋষি।"

চাৰিও পিনৰপৰা হয় বুলি সমৰ্থিত হ'ল। ঋষিৰ নাম

আওৰোৱা জনে উৎসাহ পাই লোমপাদ ৰজাৰ ৰাজ্যত বাৰিবৰ্ষণ নোহোৱাত ঋষ্যশৃঙ্গ ঋষিক বাৰবনিতাই কেনেকৈ প্ৰলোভন দেখুৱাই অঙ্গদেশলৈ আনিছিল তাৰ কাহিনী আপোনা-আপুনি বৰ্ণাই গ'ল।

দেৱেশ্বৰৰ আকস্মিক দুৰ্ভাগ্যৰ কথা পাহৰি সকলোৱে কৌতূহলেৰে পুৰাণৰ কাহিনী শুনাত মন দিলে। বহুত পৰ কিবা কওঁ কওঁ কৈ উচ্ পিচাই থকা এজনে পুৰাণৰ সাধু শেষ হোৱাৰ লগে লগে মাত দিলে, "তিৰোতাৰ চৰিত্ৰ দেৱতাৰো দুৰ্ব্বোধ।" শাস্ত্ৰবচন আওৰোৱাৰ গৌৰৱত পাতি কাঁহৰ দৰে ডিঙিটো দীঘলাই চাৰিওপিনে চালে।

"কি দুৰ্ব্বোধ-সুবোধৰ কথা কোৱাহে। পুৰুষ ভুলোৱা তিৰোতাৰ স্বভাৱেই; বিষ্ণুয়েও মোহিনী ৰূপতহে হৰক মুহিবলৈ গৈছিল,"—মেঘনাদৰ দৰে জুমৰ আঁৰৰপৰা এজনে বাণ বৰষিলে।

"প্ৰভুয়ে যাক যি স্বভাৱ দি সৃষ্টি কৰিছে—তাকনো এৰাব কেনেকৈ, তাৰ বাবে দোষৰ ভাগীকেই বা কৰিবা কাক? মানুহ খাই বুলি বাঘক নিন্দা কৰিবা, নে বাঘৰ হাত সাৰিবলৈ আঁতৰপৰা আঁতৰি থাকিবা,"—প্ৰত্যুত্তৰ আহিল ডেকা এজনৰপৰা।

"এ পাণ হলেই বগাবলৈ গছ বিচাৰে—তেহেলে তামোল গছেই হওক, মদাৰ গছেই হওক।"

"প্ৰেমৰ লগতে ইমান দিনে সেঁঠাটো ছিঙি পেলোৱা হলে এইবোৰ ঘটিবলৈ নেপালেহেঁতেন! উঠন ছোৱালী; তাতে

দিন নাই ৰাতি নাই ডেকা মানুহটোৰ লগত ছাঁৰ দৰে লাগি আছে—তাইৰনো তালৈ ভাব এটা নহব কিয় ?" যাৰে মুখত যি ওলাল, বাচ-বিচাৰ নোহোৱাকৈ কৈ গ'ল।

"থোৱাহে, প্ৰেমৰ দৰে দেৱতাটো এৰি সেই অসুৰটোলৈ তাইৰ মন যাব পাইনে ?" জিকাৰ খাই উঠি এজনে মাঁতিলে।

"তিৰোতাই অসুৰহে বিচাৰে, দেৱতা নিবিচাৰে"—অন্য এজন ডেকাই মুখ ভেঙুচালি কৰি কোৱাত, ওচৰৰ কিজনে ঢেক্‌ঢেক্‌কৈ হাঁহিলে। তিনি আঙুলীয়া জিভাৰেই যেয়ে যিমান পাৰে মনৰ হেপাহেৰে দেৱেশ্বৰক ঘপিয়ালে।

দূৰৈত থকা মহীধৰে সেই উখনা-উখনিত তুই তিনিবাৰ পুতেকৰ নামটোৰ উল্লেখ শুনি, কিবা অপ্ৰিয় প্ৰসঙ্গ ওলাইছে বুলি উগ্ৰ প্ৰতিবাদেৰে মূৰ মুখ জোকাৰি জোকাৰি কলে, "প্ৰেমই সেইজনী ছোৱালী কি ৰূপ গুণ চাই বিয়া কৰাব বুলি ভাবিছিলাহঁক। মোৰ লৰালৈ গাঁৱত কিবা ছোৱালীৰ আকাল হৈছেনে ? মাক নোহোৱা ছোৱালী ; শাসন নাই ; বয়সতো বুঢ়ী—সেই জনীক বোৱাৰী কৰিবলৈ নেপাইহে আমি মৰিছোঁ।" কথাৰ সুৰ পৰিবৰ্ত্তন হল ; ইমান পৰ কাৰো গাত নলগাকৈ যাৰে যি ইচ্ছা তাৰে আলোচনা চলিছিল, যাৰে যি মন গৈছিল সঙ্গতি থাককেই বা নেথাকক কাৰ্পণ্য নকৰাকৈ উপদেশ দিছিল। উপদেশ অযাচিতে আৰু মুক্ত হস্তেই মানুহে দান কৰে। মহীধৰৰ উত্তৰত ব্যক্তিগত কথা পৰিস্ফুট হ'ল। দেৱেশ্বৰৰ এই বিপদৰ সময়ত, মহীধৰ দেবেশ্বৰৰ মাজত কুৰুক্ষেত্ৰ এখন সৃষ্টি

হোৱা কোনেও বাঞ্চা নকৰিলে। প্ৰকৃত কথাৰ সম্ভেদ লোৱাৰ লগে লগে লোকৰ অপবাদ শুনাৰ উৎসুকো অন্ত পৰিল। লাহে লাহে এজন দুজনকৈ সকলোৱে হাঁ-হুতাশ এৰি দেৱেশ্বৰৰ বাহী চোতাল এৰিলে। লোকৰ ঘৰৰ কলঙ্কৰ কাৰণে অধিক সময় থিয়াথি কৰি চিন্তা কৰিবলৈ অৱসৰ ক'ত?

দেৱেশ্বৰৰ চোতালৰ পৰা প্ৰেমে পোনে পোনেই জ্যোতেশ্বৰ অধ্যাপকৰ ঘৰ পালেগৈ। অধ্যাপকে পঞ্জিকাৰ পাত লুটিয়াই বগৰাই চাই পালে যে দোক মোকালিতে বৈৰাগীয়ে ঘৰ এৰিছে, উত্তৰ মুখে গৈছে। উত্তৰ দিশ চহৰকেই নিৰ্দ্দেশ কৰে। নিশা গতে ২৩।৩০।১২ৰ পৰা আলতীৰ শনিৰ দশা; প্ৰেমই যি সন্দেহ কৰিছে অৰ্থাৎ নিদ্ৰাবাণ মাৰি টোপনিতে আলতীক পলুৱাইছে—সি সঁচা। কালবেলা দোষ; সিদ্ধিতন্ত্ৰযোগে সেই সময়ত বশীভূত কৰণ ক্ৰিয়াৰ উত্তম সময় বুলি পঞ্জিকাত উল্লেখ আছে। আজিৰ পৰা তৃতীয় দিনত পলৰীয়া ছোৱালীৰ লগত আত্মীয়-স্বজনৰ দেখা-সাক্ষাতৰ লক্ষণ আছে; হয়তো ঘৰলৈ উভতি আহিবও পাৰে। পণ্ডিতৰপৰা উভতি অহা সম্ভাৱনা শুনি প্ৰেমৰ শোক-জৰ্জ্জৰিত মুখ কিছু শান্ত হ'ল।

বাপেক মাকৰ নিষেধ নেমানি প্ৰেমই আলতীক বিচাৰি ঘূৰাই আনিবলৈ পিছদিনা পুৱাই ওলাল। মহীধৰে বাটলৈকে খেদা মাৰি গৈ শাসনৰ নিৰ্দ্দেশত কলে,—"খবৰদাৰ, দেৱেশ্বৰৰ ছোৱালী এই ঘৰত আনি সুমুৱাব নোৱাৰিবি? দুইটাকে ঘপিয়াম।"

বাপেকলৈ ঘূৰি নেচাই প্ৰেমই বেগেৰে খোজ দিলে।

চৰকাৰী আলিৰ পৰা চহৰলৈ বাছত নগৈ খোজ কাঢ়ি গলে বাটে বাটে মানুহক সুধি যাব পাৰিব—এই ভাবি সি খোজ কাঢ়ি যাবলৈকে ঠিক কৰিলে। কুৰি মাইল বাটহে; গাৱেঁ গাৱেঁ বা-বাতৰি লৈ গলেও সন্ধিয়াৰ লগে লগে চহৰ ওলাবগৈ পাৰিব। প্ৰেমই দিয়া বৰ্ণনাৰ ডেকা গাভৰুক বাটত লগ পোৱা কোনো মানুহে যোৱা দুদিনৰ ভিতৰত দেখা নাই। চহৰ পাওঁতে পাওঁতে প্ৰেমৰ বাতি হ'ল। চহৰৰ বজাৰৰ গাতে লগা বাচ-ষ্টেণ্ড; ভাগবত ক্লান্ত হৈছিল যদিও ষ্টেণ্ডত বৈ থকা বাচবোৰত সি লৰালৰিকৈ ভুমুকি মাৰিলে। নাই, সকলো বাচ খালি, কোনো যাত্ৰী নাই। বজাৰত চাহ একাপ নিমকি দুখনমান খাই ৰাতিটো বাচ-ষ্টেণ্ডৰ অফিচ-ঘৰৰ বাৰাণ্ডাতে পৰি থাকিবলৈ ঠিক কৰিলে। াতেই তাতকৈ বয়সত সৰু লাইন বাচত কাম কৰা লৰা এটাৰ লগত পৰিচয় ঘটিল। কোনো মানুহ মুহূৰ্ত্তৰ চিনা পৰিচয়তে বন্ধু হৈ পৰে—বিশেষকৈ অকল-শৰীয়া অসহায় অৱস্থাত। লৰাটোৰ লগত প্ৰেমৰ ক্ষন্তেক কথা-বতৰাতে মিল হ'ল। প্ৰেমই লৰাটোক নিজৰ বিপদৰ কথা দুখেৰে জনালে। লৰাটোৱে প্ৰেমৰ পিঠিত ঢকা এটা মাৰি দেহত নতুন প্ৰেৰণাৰ সঞ্চাৰ কৰিবলৈ গাটো জোকাৰি দি কলে, "ধোত, তুমি কি মানুহ হে, লোকে পলুৱাই নিয়া তিৰোতাজনী বিচাৰি বলিয়া হৈ ফুৰিছা ?"

"তুমি বুজা নাই; তাই নিজে যোৱা নাই—তন্ত্ৰ-মন্ত্ৰ কৰি ফুচুলাই নিলে।"

"কি বুৰ্ব্বক মানুহ হে। তিৰোতা পলুৱাবলৈ তন্ত্ৰ-মন্ত্ৰ কৰিব লাগে? তাই ভাল পাইছে, তাৰ লগত গুচি গৈছে। এই সাধাৰণ কথাটো বুজিবলৈ তোমাৰ মগজ নোহোৱা হলনে?" ৰহস্যময় হাস্ত-মুখৰ ভঙ্গীৰে উত্তৰ দিলে।

"তাইক যে মই বৰ ভাল পাইছিলোঁ।"

"ভাল পাইছিলা? ভাল পাইছিলা যদি ধৰি ৰাখিব নোৱাৰিলা কিয়? তিৰোতাক জোৰ কৰি ভাল পাব নোৱাৰি, বুজিছা?"

"তাই নিজেও যে মোক ভাল পাইছিল।"

"তোমাক ভাল পোৱা বুলি মিছায়ে ভাবিছা! তোমাৰ লগত তাই লৰা-ধেমালি খেলিছিল; তোমাক নচুৱাই চাইছিল। সঁচাকৈ কোৱাচোন, তাইক তুমি তিৰোতা কৰিবলৈ বিচাৰি ছিলানে, নাই তাইৰ অন্তৰত উঠা যৌৱনটো জগাবলৈ চেষ্টা কৰিছিলা? পিয়াহত থকা মানুহক মুখৰ কথাৰে সন্তোষ লগাব নোৱাৰি, বুজিছা?"

"বৈৰাগীক তাই দুই চকু পাৰি দেখিবই নোৱাৰিছিল……।" "আহা হা; বৈৰী ভাবত বৈৰাগীক লাভ কৰিলে, বঢ়িয়া কৈছা, বঢ়িয়া কৈছা," হে-হে-কৈ হাঁহিবলৈ ধৰিলে।

"তুমি নুবুজিবা, তাইৰ দৰে ছোৱালী……"

প্ৰেমৰ কথাযাৰ শেষ নৌহওঁতেই লৰাটোৱে মুখ ভেঙুচালি কৰি কলে,—"তাইৰ দৰে ছোৱালী! গুলোৱা মোৰ লগত— তাইৰ দৰে ছোৱালী ৰাতিটোৰ ভিতৰত কেইগুণ্ডা তোমাক

গটাব পাৰোঁ। আহিবা মোৰ লগত? জেপত পইচা আছে তো?" নিজৰ জেপৰ পইচা কেইটা জুনজুনাই বজালে। বাওঁ চকুটো জপাই বিড়িটোত টানকৈ হোপা এটা মাৰি কলে।—

"আ-হা, আ-হা, কি বুকেৰ জালা গো!"···ব্যঙ্গপূৰ্ণ বিষাদৰ শব্দ কৰি প্ৰেমৰ বুকুত হাতখন দি ভাটিয়ালি সুৰত গীত জুৰিলে, "হে বন্ধু ৰে···

আশা লৌকায় ঝামুৰ ঝুমুৰ পাছা লৌকায় ছায়া।
ধীৰে সুস্থে বাইও লৌকা আমি বন্ধুৰ কান্দোন শুনি ৰে।
কাইন্দ না কাইন্দ না বন্ধু ৰে, না কান্দিও আৰ।
ঘৰে আছে অলঙ্কাৰ বন্ধু আৰেক বিয়া কইৰ ৰে।
শুন শুন বন্ধু।
আমাৰ কইথা শুন ৰে।"

বেৰত মূৰটো আওজাই ভৰি দুখন আগলৈ মেলি প্ৰেমই তন্ময়েৰে গান শুনিলে। লগৰীয়াবোৰে লৰাটোৰ গানৰ এটা দুটা কলি শুনিলেই "থাক্ থাক্, গাধই চিঞৰিব নেলাগে—" বুলি জোৰ কৰি বন্ধ কৰায়। প্ৰেমই গোটেই গানটো মনোযোগেৰে শুনাত লৰাটোৰ স্ফূৰ্ত্তি বাঢ়িল; সঙ্গীৰ প্ৰতি পুতৌও হ'ল। মেলি দিয়া প্ৰেমৰ ভৰি দুখন জোকাৰি দি নাটকীয় সুৰত কলে; "কি গাৱঁলীয়া প্ৰেমত পৰিলাহে? একেজনী ছোৱালী ভাল পাবা, তাইক বিয়া কৰাবা, ঘৰ-সংসাৰ পাতিবা, লৰা-ছোৱালী ফুকাবা—বচ্, প্ৰেম খতম হৈ গল।"

কথাখিনি স্পষ্টভাৱে শুনিবলৈ প্ৰেমই লৰাটোৰ পিনে

সুৰটো দোৱাই দিলে; প্ৰেমৰ আগ্ৰহ দেখি সি উৎসাহেৰে কলে,—"ঘৰ-সংসাৰ কৰিলে প্ৰেম নহয়; প্ৰেম তেতিয়া মৰি যায়; তাৰ দুৰ্গন্ধহে সৌ নৰ্দ্দমাটোৰ দৰে ওলায়।" বিড়িটোত আৰু এটা হোপা মাৰি কলে,

"ময়োতো গাৰঁৰে লৰা আছিলোঁ; দেখিছোঁ নহয় কত ডেকাই সাধ্য সাধনা কৰি মন যোগাবলৈ কত বস্তু উপহাৰ দি ছোৱালী পলুৱায় আনে। কিন্তু পিছত কি হয়? বিয়া কৰোৱা বছৰ ছমাহ নৌহওঁতেই ঘৰত বন-বাবি নকৰাৰ দোষত, মুখে মুখে উত্তৰ দিয়াত—প্ৰেমৰ ওপৰত ঔ-কিল পৰে। বুজিছা, দাসী-বৃত্তিত প্ৰেম নেথাকে।"

অলপ বৈ আকৌ আৰম্ভ কৰিলে—"প্ৰেম একচনীয়া মাটিৰ দৰে উৰ্ব্বৰা; যি ইচ্ছা যায়, সেই শস্যকে কৰা—কিন্তু বছৰটোলৈহে। ম্যাদি কৰিলেই চিৰকাল তাত এক খেতিহে হব। সাধাৰণ মানুহে ম্যাদি মাটি বিচাৰে; সহজে হস্তান্তৰ নোহোৱাৰ ভয় নেথাকে। বেচি খাজানা দিয়ে, নিৰ্দ্দিষ্ট উৎপন্নৰ আশাত। কিন্তু একচনীয়া মাটিত খেতি কৰিবও পাৰা—মন গলে ইস্তফা দিবও পাৰা; নিজৰ ইচ্ছামতে এৰিব ধৰিব পৰা ব্যৱস্থা ভাল নহয় বুলি কোৱানে?"

লৰাটোৰ বক্তৃতা প্ৰেমৰ শুনিবলৈ ইচ্ছা নাছিল; যি শুনিছিল তাৰ অৰ্থও বুজিবলৈ চেষ্টা নকৰিলে। তথাপি বিপদৰ বন্ধু; এষাৰো কথা নকলে কিজানি লগ হেৰুৱাৰ লাগে—তাকে ভাবি কলে,—"ইমান ডাঙৰ ডাঙৰ কথা কোন স্কুলত শিকিলা?"

"চব্ কথা কি মানুহে স্কুল-কলেজত পঢ়ি শিকে? ভক্তমল কেঞাঁই যে লাখ লাখ টকাৰ বেপাৰ চলায়—সি কেইখন ধাৰাপাত মুখস্থ কৰিছে? আমাৰ নিচিনা বজৰুৱা লৰাই হাট-বজাৰ, থিয়েটৰ-বায়স্কোপ, বাট-ঘাট, বাচ-মটৰতে নতুন নতুন অনেক কথা শিকেঁ। এই যোৰ প্ৰেমকথা স্কুলৰ কিতাপত নিলিখে, মাষ্টৰেও নপঢ়ায়।" বিড়িটোৰ আগৰ ছাইখিনি জোকাৰি পুনৰ কলে, "কিছু শিকোঁ লোকৰপৰা, কিছু নিজৰ জীৱনৰ পৰা। মোৰ জীৱনৰ কথা শুনিবা?"

প্ৰেমই শুনিবলৈ আগ্ৰহেৰে কাষ চাপিল।

"ময়ো তোমাৰ দৰে গাৱঁলীয়া আছিলোঁ, গৰু চৰাই, হাল বাই খিক্কাৰ লাগিছিল। তাতে বোপাইৰ কথাই কথাই খং। গৰু পোৱালি এটা ঘৰলৈ নাহিলেই, বাৰী লুৰুকি খৰি একোছা নানিলেই, পিঠিত বাবৰি বাছে। ঘৰৰপৰা সেই কাৰণেই পলালোঁ। পিছে টাউনলৈ আহিও সেই একে গতি হৈছিল। উকিল এজনৰ ঘৰত মাহে তিনি টকাকৈ চাকৰ সোমালোঁ; দোক-মোকালিৰপৰা মাজ নিশালৈকে জিৰণি নাই। বাচন-বৰ্ত্তন মজা, ঘৰ সৰাৰপৰা বাৰীত কোৰ মৰালৈকে কোনো কাম কৰিবলৈ বাকী নাই। চাকৰৰ যেন লোহাৰ শৰীৰহে—একোতে পোটোকা নপৰে। উকিলনী জনীও বাঘিনী—মুহূৰ্ত্ত মুখৰ খতি নাই; হোৱাই-নোহোৱাই গালি-শপনি। এদিন গিৰিয়েকক লগাই জোতাৰে মৰালে; বোপাইৰ হাততো এনে মাৰ-খোৱা নাছিলো। সেই দিনাই উকিলৰ ঘৰ এৰিলোঁ;

কুৰি দিনৰ দৰ্ম্মহা পাব লগা আছিল, তাকো নিবিচাৰিলোঁ। আহি সোমালোঁহি উধম সিঙৰ মটৰ কাৰখানাত। মহাজনে অৱশ্যে মৰমেই কৰিলে; তিনি মাহৰ মূৰত। লাইন বাচত হেণ্ডিমেনৰ কাম দিলে।”

মুমোৱা বিড়িটোত দিয়াচলাই কাঠীটো মাৰি পুনৰ আৰম্ভ কৰিলে—“উধম সিঙৰ তাত থাকোঁতেই গাত শনিয়ে লম্ভিলে। মহাজনৰ কাপোৰ অনা-নিয়া কৰিবলৈ দেওছন, ধুবীৰ ঘৰলৈ অহা-যোৱা কৰিব লাগে। তাতে দেওছনৰ ছোৱালী লছিমিয়াৰ লগত চিনাকি হ’ল। তোমাৰ ছোৱালীতকৈও ধুনীয়া, বুজিছা।” চকু টিপিয়াই প্ৰেমলৈ চালে।

“সন্ধিয়া লাইনৰপৰা আহিয়েই দেওছনৰ ঘৰলৈ যাওঁ; লছিমিয়াৰ লগত মিলা-মিছাত দেওছনে আপত্তি নকৰে; দেওছনক মাজে মাজে মদৰ বটল নি দিওঁ। উধম সিঙৰ ঘৰত খাওঁ; হাত খৰচৰ বাহিৰে অন্য খৰচ নাই। যি কেইটা দৰ্ম্মহা পাওঁ—দেওছনৰ মদ, লছিমিয়াৰ ইটো-সিটো বস্তু কিনোতেই খৰচ হয়। দেওছন আৰু ঘৈণীয়েকে লছিমিয়াক মোক বিয়া দিবলৈ ঠিকেই কৰিলে; কথাই কথাই মোক জোৱাই বুলি কোৱাও হল! লছিমিয়াই কুতুৰিলে তাইক এজোৰ সোণৰ কাণফুল গঢ়াই দিবই লাগে। প্ৰফুল্ল স্বৰ্ণকাৰৰ তাত খবৰ ললোঁ, সোণৰ দাম ধৰি গঢ়নিৰে সৈতে কুৰি টকাৰ কমে নহব। ইমান টকা একেলগে পাওঁ কত? উধম সিঙ ধাৰ দিয়া মহাজন নহয়। কপাল ভাল থকিলে সুবিধাও এটা ওলায়। মৰিয়নি

ষ্টেচনত বাচৰপৰা নামি ৰেল ধৰিবলৈ পেচেঞ্জাৰ এটাই খৰ-খেদা লগাওঁতে মনি-বেগটো বাছতে পেলাই থৈ গ'ল। কিছু সময় বেগটো ভৰিৰে গচকি ঢাকি ধৰিলোঁ; পেচেঞ্জাৰ নামি শেষ হোৱাত সাউতকৈ হাতত তুলি চাহৰ দোকানলৈ বেগ দিলোঁ। জীৱনত সেইটোৱেই প্ৰথম চুৰি; বেগটো ৰখাওঁ নে 'ওভোতাই দিওঁ বহুত পৰ ভাবিলোঁ। কিন্তু লছিমিয়াক কাণ-ফুল জোৰা গঢ়াই দিয়া বেচি দকাৰ। চাহৰ দোকানত বহি বেগটো মনে মনে মেলি চাই গন্তি কৰিলোঁ—সোতৰ টকা দহ অনা ছুপইচা আছে। বহুত পৰলৈকে ভয় লাগি আছিল—কিজানিবা গৰাকীয়ে আহি গা খানা-তালাচ কৰে; ৰেল এৰাতহে ভয়তো ভাগিল।"

মুখৰ বিড়িটোৰ ছাইখিনি আকৌ জোকাৰি ললে।

"লছিমিয়াক যি দিনা কাণৰ ফুল উপহাৰ দিলোঁ সেইদিনা মাক বাপেক জীয়েক তিনিওৰে স্ফূৰ্ত্তি চাই কোনে? দেওছনলৈ মদ এবটল লৈ গৈছিলোঁ, মদ খাই সি কথাই কথাই হাঁহে। মাকে ৰাতি তাঁহাতৰ তাতে খাবলৈ কলে—একেবাৰে কন্যা-দানৰ ভোজ ৰান্ধিলে। মাজ ৰাতিলৈকে লছিমিয়াৰ লগত হাঁহি-খিকিন্দালি কথা পাতি পাতি দেওছনৰ কাপোৰ ইস্ত্ৰি কৰা বাহিৰৰ বাঁহৰ চাংখনতে শুই থাকিলোঁ; মোৰ লগতে লছিমিয়াও টোপনি গ'ল। পুৱা মাঁকে আহি জগাওঁতেহে ছুয়ো ধৰমৰ কৰি উঠিলোঁ। সেই দিনাৰপৰা দেওছনৰ সঁচাসঁচিকৈ জোঁৱাই হলো।"

হেণ্ডিমেন লৰাটোৰ কথাৰ সুৰ সলনি হ'ল; সমুখত থকা

কোনোবা জনলৈ চাই দাঁত কৰছি কলে, "ছালা, আমি বজৰুৱা লৰা, আমি বদমাইচ ; অবাইচ মাত মাতো ; বেয়া কাম কৰোঁ, মদ খাই বজাৰত পৰি থাকোঁ। ছালা, চুৰবৰ, পোৱালি, বৰ ধনী মানুহ, চেলাইছ ? ভদ্ৰ মানুহৰ লৰা হৈ তহঁতে কি ভাল কাম কৰ ?"

ৰাস্তাৰ মিউনিচিপালিটিৰ লেম্পটোৰ ক্ষীণ পোহৰ প্ৰেমৰ সন্মুখত পৰিছিল ; কিন্তু সেই পোহৰত কোনো মানুহ নেদেখি প্ৰেমই বিচলিত হৈ সুধিলে,—"তুমি কাক গালি পাৰিছা ?"

বিড়িটোত ডাঙৰ হোপা এটা টানি কলে, "কও ৰবা, এনে মানুহক খুন কৰিব লাগে, বৰ ভদ্ৰলোক ওলাইছে।"

বাকী কথাখিনি উৎকণ্ঠিতভাৱে শুনিবলৈ প্ৰেমই লৰাটোৰ গাতে গা লগালে।

"এদিন সন্ধিয়া দেখিলোঁগৈ দেওছনৰ ঘৰত ইয়াৰে বাগিছাৱালাৰ পুতেক এজন, তাক মই চিনো ; উধম সিঙৰ গেৰেজত চাৰ্ভিচত দিওতে তাৰ গাৰী মই কেইবাদিনো ধুইছোঁ। দেওছনৰ লগত মিলি বিলাতী মদ খাইছে ; ওচৰতে লছিমিয়া। মই ওলামগৈ বুলি লছিমিয়াই বোধকৰো জানিছিল ; তাই মোৰ ভৰিৰ শব্দ চিনি পায়। মোক দেখিয়েই বাপেকৰ মুখলৈ চালে ; তাইৰ মুখত হাঁহি নাই। দেওছনে বহাপৰা চিঞৰিলে, "এই, তই মোৰ ঘৰত নাহিবি।" মদ খাই উন্মাদ হৈ দেওছনে আগেয়েও নকৰ লগীয়া কথা কয়। তাকে ভাবি হাঁহি মাৰি মই আগবাঢ়ি গলোঁ। দেওছনে আকৌ চিঞৰিলে,

“খবৰদাৰ, ভিতৰ সোমালে খুন কৰিম।” দেওছনৰ চকু দুটা পকা অঙঠাৰ দৰে জ্বলি উঠিল—মোৰ বুকু কঁপিবলৈ ধৰিলে; এখোজ দুখোজকৈ পিছ হুহকিলোঁ। মই ভয়ত পিছ হোহঁকা দেখি বাগিছাৱালাৰ পুতেকে বিদ্রূপৰ হাঁহি মাৰি সুধিলে, “এইটো কৰ বজকুৰা গুণ্ডা?” কথাষাৰ শুনি ঘূৰি চালোঁ; লছিমিয়াই করুণ চাহনিৰে মোলৈ চাই আছিল। ভাবিলোঁ বাঘৰ মুখৰ চিকাৰ সিংহই নিবলৈ আহিছে; খং ঈৰ্ষাত হিতাহিত জ্ঞান নোহোৱা হ'ল। ওচৰতে পৰি থকা কয়লা এডোখৰ তুলি তাৰ মূৰলৈ দলিয়াই প্ৰাণ লৈ পলালোঁ। গাৱত থাকোঁতে বাটলু গুটিৰে চৰাই চিকাৰৰ অভ্যাস আছিল; দলিটো ঠিক ঠাইতেই পাৰিছিলগৈ। দেহওছনে চিঞৰিলে—“খুন খুন।”

কপাল মুখ ফুটি ওলোৱা ঘাম কামিজটোৰ হাতৰ ওলমি পৰা অংশেৰে মচি লৰাটোৱে পুনৰ কলে, “পুলিচত লগাব নোৱাৰে বুলি বুজিছিলোঁ—তেতিয়া হলে ডাঙৰ মানুহৰ সুখ্যাতি সুনাম জাহিৰ হৈ যাব। ঘৰলৈ গৈ নিৰ্ভয়ে বিছনাত পৰিলোঁগৈ। লছিমিয়াক লৈ ঘৰ-সংসাৰ পতাৰ যি আশা মনত পুহিছিলোঁ তাক দুখ-বেজাৰৰে জলাঞ্জলি দিলোঁ। কি কৰিম তিৰোতাৰ জাতেই দুচমন।” গোটেই কাহিনীটোৰ ওপৰত আঁৰ কাপোৰ টানিবলৈ অযথা পেণ্টটোৰ তলৰ ডোখৰ ঘূৰাই ঘূৰাই আঠুৰ ওপৰলৈ অনাত লাগিল।

“লছিমিয়াক তোমাৰ মনত নপৰে?” প্ৰেমই অনুকম্পাৰে সুধিলে।

"পৰিলেও কি লাভ ?"

"কিয় ?"

"ডিঙিত ফাঁচ লগাই লছিমিয়াই সেই ৰাতিয়েই আত্ম-হত্যা কৰিলে।" গাত ঠেলা মাৰি কাষৰপৰা প্ৰেমক আঁতৰাই কলে, "ধেৎ, তোক মোৰ দুখৰ কথাবোৰ এনেয়ে কলোঁ।"

জেপৰপৰা নতুনকৈ বিড়ি এটা উলিয়াই জ্বলাই গুণ-গুণাই গান গাই বিহুনাচৰ ভঙ্গিত নিশাৰ চিকাৰত ওলাল। যাওঁতে বক্ বকাই প্ৰেমক কৈ গল, "ধ্যেৎ, বেজাৰ কৰি ইয়াত পৰি থাকি কি লাভ ? ফুলৰ দৰে সকলো বস্তুৰেই সময়ত সৰি পৰে— তাৰ কাৰণে আকৌ কোনোবাই দুখ কৰেনেকি ? যদি দুখ-কষ্টই সহ্য কৰিব নোৱাৰ—মাৰৰ পেটৰপৰা ওলাইছিলি কিয় ?"

"ঈশ্বৰৰ ইচ্ছা"—সদায় গাৱঁত শুনি থকা কথাষাৰ হুমনিয়াৰে সৈতে প্ৰেমৰ মুখৰপৰা ওলাল।

"হেৰ, ঈশ্বৰৰ ইচ্ছা এৰ; তোৰ নিজৰ ইচ্ছা কি তাক ক।"

"জানো।"

"হেৰ, তোৰ কথা তই নেজানিলে জানিব কোনে ? বুজিছ, মিছা-মিছি অদৰ্কাৰী কথা ভাবি দুখ নকৰিবি। এজনী ছোৱালী হেৰাল আন এজনী বিচাৰ; এটা টকা হেৰাল আন এটা টকা আৰ্জ।

কথাৰ লগে লগে আকৌ আৰম্ভ হ'ল,—"আমাৰ কইথা শুন ৰে বন্ধু……"

পুৱা বিভিন্ন ঠাইলৈ যাবলৈ বাচ-ষ্টেণ্ডত ভালেমান যাত্ৰীৰ সমাগম হ'ল। ৰাতিৰ বন্ধুৰ লগলাগি প্ৰেমই বৈৰাগী আৰু আলতীক মানুহৰ জুমে জুমে বিচাৰিলে। হেঁতিয়ামেনটোৱে যি বাচত কাম কৰে, সেই বাচ লাইনত যাবৰ সময় হ'ল। প্ৰেম সেই বাচখনৰ ওচৰ চাপিল। লৰাটোৱে এখন হাতেৰে বাচৰ টিলিঙা টনা বছীডালত ধৰি ঘনাই টানিছে, ভৰি এটা বাচৰ দুৱাৰ মুখৰ তলৰ খটখটিত থৈ মুখখন বাহিৰলৈ দি চিঞৰিছে, "মৰিয়নি, মৰিয়নি"। অলপ পিছত ড্ৰাইভাৰৰ নিৰ্দ্দেশত নামি গৈ হেণ্ডেল ঘূৰোৱাত লাগিল। ইঞ্জিন ষ্টাৰ্ট হল। গম্ গম্ শব্দই বাচখনৰ যাত্ৰাৰ সংকেত দিলে। লৰাটোৱে লৰমাৰি আহি পুনৰ পূৰ্ব্বৰ ঠাই দখল কৰি ৰছী জোকাৰিলে; বাচ এৰিলে বুলি টালি-টোপোলাৰে কেইজনমান নতুন যাত্ৰী গাৰীত উঠিলহি। ড্ৰাইভাৰে গাৰী অলপ অলপ আগবঢ়ালে। কিন্তু লৰাটোৱে পুনৰ সঘনে টিলিঙা বজোৱাত গাৰী থমকিল;

"ৰ না আৰু এক মিনিট চাওঁ। সৌ দুটামান দেখোন এই পিনে আহিছে।"

মানুহ কেইজন অন্য বাচত উঠিলগৈ। ওচৰতে থিয় হৈ থকা ৰাতিৰ বন্ধুলৈ চাই হেঁতিয়ামেনে কলে, "যাবানেকি মৰিয়নি; মৰিয়নি ষ্টেচনত এবাৰ চাই আহিবা।" হেঁতিয়ামেনে ধেমালিকৈ কৈছিল, প্ৰেমই তাতে বিশ্বাস কৰি লৰালৰিকৈ বাচত উঠিলগৈ। ওচৰতে খালি থকা বেঞ্চখনত বহিবলৈ

নিৰ্দ্দেশ দি হেঁগুমেনে কলে, "বহা, ইয়াতে বহা ; ঘূৰি আহোঁতে এই বাচতে লৈ আহিম।"

আকৌ টিলিঙা বাজিল ; ষ্টেশনৰ সীমা পাৰ নোহোৱালৈকে লাহে লাহে গৈ তাৰ পিছত বাচ বেগেৰে লৰিল।

মৰিয়নি ষ্টেচনত অন্য যাত্ৰীৰ লগত প্ৰেমক নমাই দি লবাটোৱে কলে, "বাচ ইয়াতে দুঘণ্টা থাকিব ; আপ ডাউন দুইখন ৰেল এবাৰ পিছতহে আমাৰ বাচ এৰিব। তোমাৰ ছোৱালী ৰেলত উঠিবলৈ আহিবও পাৰে ; চোৱাগৈ। মই দুদিন গা-ধোৱা নাই ; সৌ হোটেললৈ গৈ গা ধোওঁগৈ ; চাৰ্টটোও ধুব লাগে ; একদম ময়লা, গোন্ধাইছে।" তেল-চিকতি বন্ধা গাব কামিজটোলৈ চাই ঘিণতে থুঃ কৰে মুখৰপৰা থুই উলিয়ালে।

ৰেল আহিবলৈ সময় আছে ; এজন দুজনকৈ যাত্ৰী আহি প্লেটফৰ্ম্মত উপস্থিত হৈছিল। প্ৰেমই প্লেটফৰ্ম্মত সোমাই ৰেল লাইনৰ কাষে কাষে থিয়াথি দি থকা ৰেল ধৰিবলৈ অহা ব্যস্ত যাত্ৰীৰ আলেখ লেখ বুজি ফুৰিছে। কিছু সময় ঘূৰি-ফুৰি ভাগৰ লগাত তৃতীয় শ্ৰেণীৰ টিকট বেচা খিৰিকিৰ কাষৰ বেঞ্চখনত বহিবলৈ আগবাঢ়িল। বেঞ্চখনৰ কাষ পাওঁতে নেপাওঁতেই ওৰণীৰে মুখ ঢাকি অচল মূৰ্ত্তিৰ তিৰোতা এজনী থিয় হৈ থকা দেখি প্ৰেমই উভতিব খুজিছিল ; হঠাতে মেখেলাৰ পাতলিত বছা গুণাৰ বহল ফুল শাৰীত তাৰ চকু পৰিল। গাওঁৰ কাৰোবাৰ ঘৰত তেনে ফুল দেখা দেখা অনুমান হল। পিছলৈ দিয়া খোজটো ঘূৰাই মানুহজনীৰ সন্মুখা-সন্মুখি হ'ল। ওচৰত মানুহ

এটা থিয় হোৱাৰ উমান পাই মানুহ গৰাকীয়ে ত্ৰ্যস্তভাৱে লাহেকৈ মূৰ তুলি চাঁও নেচাওঁকৈ চালে; প্ৰেমৰ চকুয়ে চকুয়ে পৰিল। বলিয়াব দৰে প্ৰেম আগবাঢ়ি গ'ল। টিকট কটা খিৰিকিৰ সমুখত এপাল মানুহে টিকটৰ কাৰণে হেতা-ওপৰা লগাইছে; তালৈ ভ্ৰূক্ষেপ নকৰি প্ৰেমই কান্দোনৰ সুৰত কলে—

"আলতী, আলতী, তোকেই বিচাৰি আহিছোঁ। বল, বল, ঘৰলৈ ঘূৰি যাওঁ বল। মই জানো তোৰ দোষ নাই, মই সেই বোৰ একো নধৰো, বল।" কথাৰ লগে লগে আলতীৰ একেবাৰে কাষ চাপিল।

এখোজ পিচুৱাই গৈ আলতীয়ে বিৰক্তিৰে কলে,—"তুমি মোক বিচাৰি কেলৈ আহিলা? ঘৰলৈ উভতি যোৱাগৈ। মই যাৰ লগত ওলাই আহিছোঁ তাৰ লগতহে যাম।"

"আলতী, তই ভুল নকৰিবি, তই সকৰেপৰা সুখত উঠা ছোৱালী; বৈৰাগীয়ে তোক কেনেকৈ খুৱাব পিন্ধাব? মোৰ কথা শুন, তই অবুজ নহবি ভাবি চা।"

"মই ভাবি চিন্তিহে আহিছোঁ। বৈৰাগীয়ে কেনেকৈ খুৱাই সুখুৱাই, মই খাবলৈ পাওঁ নেপাওঁ, সেইবোৰ তুমি ভাবিব লাগিছে কেলৈ?" পিছৰ কথাষাৰ টানকৈ কলে।

"মই ঠিক কৈছোঁ, বৈৰাগীয়ে তোক ঠগাব; কৰবালৈ নি দুমাহৰ পিছতে এৰি দিব। শুন, শুন, মোৰ কথা শুন।" আৰু ওচৰ চাপি আলতীৰ হাতত ধৰিলে, জোৰ কৰি হাতটো একৱাই এখোজ পিছলৈ গৈ আলতীয়ে খঙেৰে কলে,—"ইমান বোৰ

মানুহৰ আগত লোকৰ তিৰোতাৰ হাতত ধৰিবলৈ তোমাৰ লাজ নেলাগেনে ? মই যদি চিঞঁৰো ?" নির্ম্মম দৃষ্টিৰে আলতীয়ে চালে।

প্ৰেমই সেমেনাসেমেনি কৰি উত্তৰ দিলে, "মোক বিয়া কৰাবলৈকে দেখোন তই বাট চাই আছিলি ?"

"মন সলনি হোৱা জগৰৰ কথানে ? মই মনৰ মানুহ পাইছোঁ।" মুখখন এফলীয়া কৰি অনাসক্তিত আলতী দুখোজ আঁতৰিল।

"আলতী, তোক যে মই ইমান দিনৰপৰা ভাল পাই আহিছোঁ ; তই নহলে মই কেনেকে জীয়াই থাকিম ?" কথাৰ লগে লগে দুই চকু চলচল হ'ল।

"গাৱঁত বহুত ছোৱালী আছে। এজনী ললেই তুমি সুখী হবা ; এতিয়া যোৱাগৈ। মোক দিগদাৰ দিবলৈ নাহিবা।" আলতীয়ে ওৰণীখন দীঘলকৈ লৈ মুখ ঢাকিলে। চকুপানী মছি প্ৰেমই মূৰ ওপৰলৈ কৰোঁতেই বৈৰাগী ওলালহি। বিদ্রুপ গৰ্ব্ব মিশ্ৰিত চাহনিৰে প্ৰেমলৈ এবাৰ তীব্ৰ দৃষ্টিৰে চকু ঘূৰাই বৈৰাগীয়ে পুৰুষোচিত স্বৰত আদেশ দিলে,—

"আলতী টিকট কটা হ'ল, বল।" বৈৰাগীৰ বলিষ্ঠ দেহৰ দীঘল দীঘল খোজৰ লগত আলতীয়ে খোজ মিলাবলৈ চেষ্টা কৰিলে।

নামনিলৈ যোৱা ৰেল পালেহি ; উজনিলৈ অহা ৰেল পলম হৈছে ; আজি মৰিয়নিত দুয়োখন ৰেলৰ যোগাযোগ নহয় ; হুৰাহুৰি কৰি যাত্ৰীসকল ৰেলত উঠিলগৈ। প্ৰেমই এখোজ-

দুখোজকৈ ৰৈ থকা ৰেলৰ কাষ চাপিল; ইখন ডবাৰপৰা সিখন ডবাৰ ওচৰলৈ গৈ ভিতৰৰ যাত্ৰীসকলক বেঙা মেলি মেলি চাইছে। কেইখন মান তৃতীয় শ্ৰেণীৰ ডবা পাৰ হৈ অন্যখনৰ কাষ পাওঁতেই খিৰিকিৰ ওচৰতে বৈৰাগী আৰু আলতীক একেলগে বহি থকা দেখিলে। প্ৰেমক আকৌ এবাৰ দেখিও আলতী বিচলিত নহল; নেদেখা ভাও জুৰি বৈৰাগীৰ লগত হাঁহি হাঁহি কথা আৰম্ভ কৰিলে। হাঁহিৰ মাজে মাজে আলতীৰ মুখৰ দুই এটা শব্দ প্ৰেমৰ কাণত পৰিছিল—গুৱাহাটী—কামাখ্যা—কলিকতা। প্ৰেমই কল্পনা কৰিলে বৈৰাগীয়ে আলতীক এইবোৰ দেশ দেখুৱাবলৈ স্বীকাৰ কৰিছে—সেয়েহে আলতীৰ ইমান হাঁহি, ইমান আনন্দ! আলতীৰ মুখত এনে নিলৰ্জ্জ অসতী আনন্দ প্ৰেমই কেতিয়াও আশা কৰা নাছিল; দুবাতিতে গাৱঁৰ ছোৱালীৰ এনে ইতৰ পৰিবৰ্ত্তনত সি বিস্ময় মানিলে।

গাৰ্ডৰ হুইচেল পৰিল, সেউজীয়া নিচান উৰিল, হুচ্-হুচ্ শব্দ হ'ল। উৎসুকেৰে চাই থকা প্ৰেমলৈ আলতীয়ে অৱজ্ঞাৰে এবাৰ চাই বৈৰাগীৰ গাতে গা লগাই বহিল। প্ৰেমই দূৰৈৰ পৰা দেখিলে ৰেল এৰাৰ লগে লগে আলতীয়ে বৈৰাগীৰ মূৰটো নিজৰ ওখ বুকুৰ মাজলৈ টানি লৈছে। 'ছিস্ তাই সকলো লাজৰ মূৰ খালে। গাওঁ এৰিলেই মানুহ পশুত পৰিণত হয় নে'—মনৰ ভিতৰতে কথাষাৰ শেষ কৰি মৰ্ম্মৰ মূৰ্ত্তিৰ দৰে চলন্ত ৰেলখনলৈ প্ৰেমই কিমানপৰ চাই আছিল কব নোৱাৰিলে। হেণ্ডিমেনৰ সম্বোধনতহে তাৰ মূৰ্চ্ছা ভাঙিল।

"এই ৰেলৰ উকিৰ ধোঁৱাৰ লগত তোৰ গাভৰু ডেউকা মেলি উৰি গ'ল নেকি ?" প্ৰেমৰ মুখামুখি হৈ নাটকীয় ভঙ্গীত কলে, "আখি ছল ছল যেন যমুনাৰ জল, ৰাধা অবিহনে আৰ কে আছে বল ?"

বাঁও চকুৰ কোণটো জপাই জপৰা চুলিৰ ফফৰীয়া মূৰটো জোকাৰি বজকুৱা লৰাৰ চাহনিৰে সুধিলে, "লগ পালি ?"

"পালো", দুই গালে দুধাৰি লোতক বাগৰি পৰিল। চকুলোৰ ৰামধেনুত জীৱনৰ সুখ-দুখৰ বৰণ নিমিৰবলৈ উজলি উঠিল।

"পালি যদি গ'ল কলৈ ? চোবচোৰাই টানি একেবাৰে বাচত ভৰাই নিদিলি কিয় ?" হাতৰ ভঙ্গিৰে চোৰচোৰকৈ টনা ক্ৰিয়াটো দৰ্শালে।

"কান্দি-কাটি হাতে-ভৰিয়ে ইমানকৈ ধৰিলোঁ ; তথাপি বৈৰাগীৰ লগতে গুচি গ'ল।" চকুৰ পানী মছি মছি কলে।

"নেযাব কিয় ? ছালা নপুংসক ; তিৰোতাৰ আগত তিৰোতাৰ ভাওখন দিবলৈ লাজ নেলাগিল ? তিৰোতাক তিৰোতাৰ দৰে ব্যৱহাৰ কৰিব লাগে, নহলে নামাঞ্জুৰ। তিৰোতাক দেৱী-গোসানীৰ দৰে পূজা কৰিবলৈ গৈছিলি কিয় ? তিৰোতাই পূজা নিবিচাৰে—বিচাৰে প্ৰেম, পুৰুষত্ব। ৰামায়ণ পঢ়া নাই ? ৰামে সীতাক কেনেকৈ উদ্ধাৰ কৰিছিল, কেনেকৈ নিৰ্দ্দয়-ভাৱে বিসৰ্জ্জন দিছিল—তথাপি সীতাই পাতাল প্ৰৱেশৰ আগে আগে মিনতি জনাই গ'ল—জন্মে জন্মে পাওঁ যেন ৰামকেহে পতি।" মূৰত হাতখন ওৰণীৰ দৰে দি ভাওনাৰ ভঙ্গীত কলে।

"আহ্ আহ্, তোৰ কাৰণে বাচ বৈ নেথাকে। প্ৰেমত ফেল মাৰিছই—এতিয়া বাচো ফেল কৰিবি।" দুখোজ মান আগ বাঢ়ি পুনৰ পিছলৈ চাই—"বুজিছ, বসন্ত আহিলে ৰাতি নৌ পুৱাওতেই কুলিয়ে গীত গাই ফুলক জগায়; ৰদ উঠিলনে নাই, মৌ মাখিয়ে আহি ৰস চোহেহি। দুপৰীয়ালৈ বাট চালে ফুল শুকাই মৰহিব। সময় হওঁতেই গাভৰুক বিয়া কৰিব লাগে, বুজিছ গজমূৰ্খ।"

পেণ্টৰ দুয়ো কাষৰ জেপত সুমৰা হাত দুখনৰে জোলোঙাৰ দৰে ওলমি পৰা কৰঙ্গনৰ মাজৰ মাংস থোপাটো খামুচি সমুখলৈ আগবঢ়াই শৃঙ্গাৰ মূৰ্ত্তিৰ ভঙ্গিত বিদ্ৰূপেৰে হেঙিমেনে কথাখিনি শেষ কৰিলে।

## দহ

"চাহাবৰ ছোৱালী।" চাহাব শব্দটোত জোৰ দি আচৰিত হৈ নৰেশ্বৰে সুধিলে। চনিয়াক লগ পোৱাৰপৰা তাইৰ বিষয়ে জানিবলৈ নৰেশ্বৰ উদ্‌গ্ৰীৱ। চনিয়াৰ লাহী দেহৰ চেলা বৰণ, কেকোঁৰা চুলি, পাতল ওঠ আৰু জোঙা নাকটোৰ ওপৰত তিৰবিৰাই থকা বহল চকু দুটাই প্ৰথম সাক্ষাততে নৰেশ্বৰক আকৰ্ষণ কৰিছিল। ক'লা কুলি ছোৱালীৰ নিপোটল শৰীৰৰ সৌন্দৰ্য্য চনিয়াৰ নাই; ক'লা আকাশত তাই যেন পুৱাৰ প্ৰাণহীন তৰা। কথা-বতৰা চাল-চলনতো সাধাৰণ কুলি ছোৱালীতকৈ তাইৰ ধৰণ-কৰণ সুকীয়া। ভয়শূন্য, খঙাল, সকলোৰে ওপৰত

অযথা অত্যাচাৰ আৰু প্ৰতিশোধ লোৱাৰ চেষ্টা; লুইতৰ বুকুৰ পানী-মেটেকা ফুলৰ দৰে বাগিছাত ওপঙি ফুৰিছে।

শনিবাৰ। ঘৈণীয়েকৰ সৈতে মিলাৰ চাহাব আবেলিতে পাভৈজ্জানৰ ক্লাবলৈ ওলাল; নিশা দুই বজাৰ আগতে উভতি নাহে; বঙলাৰ চাকৰ-নাকৰৰ আবেলিতে ছুটী। চাহাব-মেমৰ সন্ধিয়াৰ আহাৰৰ ব্যৱস্থা কৰিবৰ প্ৰয়োজন নোহোৱাত ৰহমতে আবেলিতে অভিসাৰত ওলাল। অকলশৰীয়া নৰেশ্বৰে আমনিলগা আবেলিটো কটাবলৈ বুধুক কোঠালৈ মাতি নিজৰ বিছনাত বহুৱালেগৈ। বুধুৰ লগত ইটো-সিটো কথা পাতোঁতেই চনিয়াৰ নাম ওলাল। নৰেশ্বৰৰ চকুত অবিশ্বাসৰ প্ৰশ্ন দেখি বুধুয়ে পুনৰ কলে, “ও, তাই আৰ্মষ্ট্ৰঙ চাহাবৰ ছোৱালী।” ওলমি থকা ভৰিৰ পৰা চেণ্ডেল খুলি পতাই পতাই ঘঁহি তলুৱাৰ মলি একুৰাই বুধুয়ে কৈ গ'ল, “আৰ্মষ্ট্ৰঙ চাহাবক বাগিছাৰ সকলোৱে আৰ্মি চাহাব বুলিহে মাতিছিল। যুদ্ধৰ চাহাবৰ দৰেই আৰ্মষ্ট্ৰঙ চাহাব দুৰ্দ্দান্ত আছিল। ভৰিত সদায় বুট জোতা, হাতত হাণ্টাৰ; বুটৰে মুগুৰিওৱাকৈ গাত হাণ্টাৰ নলগোৱাকৈ কুলিক অৰ্ডাৰেই নিদিছিল। বিনা অনুমতিত বাগিছাত সোমোৱা কত মানুহক যে বেতাইছিল। নৰোৱা সত্ৰৰ মহন্ত এজনে এবাৰ ছাটি নজপোৱাকৈ বাগিছাত সোমাইছিল; মহন্তৰো কপাল বেয়া আছিল—আৰ্মি চাহাবে বঙলাৰ বাৰণ্ডাৰ পৰাই দেখিলে। সেইদিনা দেওবাৰ, বাগিছাৰ কাষতে হাট বহে। মহন্তই দীঘল বাট চুটি কৰিবলৈ

বাগিছাৰ মাজেদি আহিছিল। দেওবাৰৰ দিনটো মদ খাই চাহাব মাতাল—মেমও কাষ চাপিবলৈ সাহস নকৰে। সেই দিনা মহন্তৰ ৰক্ষা ক'ত? চৰ্দ্দাৰৰ হতুৱাই তেতিয়াই মহন্তক বঙলাৰ সমুখলৈ ধৰাই নিয়ালে; মূৰৰ পাগুৰি খুলি সেই পাগুৰিৰেই হাত-ভৰি বন্ধাই হাণ্টাৰেৰে কোবাই আধামৰা কৰিলে। আধামৰা মানুহটো কুলিয়ে ডাং-ডোলা কৰি বাগিছাৰ বাহিৰত পেলাই থলেগৈ।"

অলপ বৈ দীঘল নিশ্বাস টানি আকৌ কলে, "কিন্তু মানুহৰ ভাগ্য, এই জবৰজং আৰ্মি চাহাবক বঙলাতে ফেকু ওঁৰাঁয়ে গলটিপি মাৰিলে।"

"কেনেকৈ?" নৰেশ্বৰে উৎকণ্ঠাৰে সুধিলে।

"সেইবোৰ বহুত কথা। বাগিছাৰ পাপ কাহিনী কিমান শুনিবি?"

"পাপ-পূণ্য কিবা বাগিছাতহে আছেনে? য'তে মানুহ ত'তে পাপ-পূণ্য। সংসাৰত জন্মিলেই সকলো পাপ-পূণ্যৰ ভাগী হব লগা হয়। পাপ-পূণ্য নোহোৱা সমাজ এখননো ক'ত পাবা?" নৰেশ্বৰে বাপেকৰপৰা শুনা কথাৰেই উত্তৰ দিলে।

বুধুয়ে জেপৰ পৰা উলিওৱা চিগাৰেটটো দুই ওঠৰ মাজত সুমুৱাই জ্বলাই লৈ নৰেশ্বৰলৈ অৰ্থপূৰ্ণ দৃষ্টিৰে চাই কলে, "তই দেখোন পাতুৰিৰ দৰে পাপ-পূণ্যৰ বিচাৰ কৰিব পৰা হলি। বাগিছালৈ আহিয়েই পাপত চকু পৰিল।"

"পাপ-পূণ্যৰ কথা এৰা, আৰ্মি চাহাবৰ কাহিনী শুনো কোৱা।"

"আৰ্মি চাহাবৰ কথাও কম, চনিয়াৰ কথাও কম। মকৰাৰ জালত মউগুটি পৰাদ দৰে বাগিছা সোমায়ে তই হবলা চনিয়াক বিচাৰি পালি ? কোনো কুলি লৰাই হলে আজিলৈকে তাইৰ মন পোৱা নাই। তাইক মাছ খুজিলে সাপ দিয়ে, পিঠা বিচাৰিলে শিলগুটি দলিয়ায়।" চিগাৰেটটোত দীঘলকৈ হোপা মাৰি একেলগে নাকে-মুখে এসোপা ধোঁৱা উলিয়াই নিজেই পাতুৰিব কথাবে মোখনি মাৰি বুধুয়ে কৈ গল—"চনিয়াৰ মাক মহুৱা মোমায়েক মামিয়েকৰ লগত বাঁচীৰপৰা গিৰমিটিয়া হৈ নাহৰণি বাগিছালৈ আহে। মহুৱাহঁতক যি চৰ্দ্দাৰে আনিছিল, সেই একে চৰ্দ্দাৰেই বাপেক-মাকৰ সৈতে ফেকুকো একেখন বেলতে আনিছিল। দুয়ো পৰিয়াল একে গাৱঁৰো নহয়, জাতৰো নহয়। ফেকুহঁত হল ওৰাওঁ আৰু মহুৱাহঁত হল গোঁড়। ৰেলৰ একেটা ডবাতে দিনৰ পিছত দিন আহিব লগা হোৱাত ভিন জাত ভিন গাৱঁৰ ফেকু আৰু মহুৱাৰ চিনা-পৰিচয় হল। মহুৱাৰ জোৱান হওঁ হওঁ অৱস্থা। মেনেজাৰ চাহাবে ভাল পাব বুলি বৰবাবুয়ে তাইক বঙলাৰ কামত দিলে; কেইমাহ মানৰ মূৰত বৰবাবুক খাটি-লুটি ফেকুও বঙলাৰ কামলৈ বদলি হল। ফেকুৰ কাম হল বঙলাৰ ফুলনিত; মহুৱাৰ কাম আৰ্মি চাহাবৰ মেমৰ আলপৈচান ধৰা। একেলগে বঙলাত কাম কৰিবলৈ পাই দুয়োটা আনন্দত উত্ৰাৱল, চাকৈ-চকোৱাৰ

দৰে সুবিধা পালেই ইটোৱে সিটোৰ ওচৰ চাপে। বঙলাৰ ভিতৰৰ যি কোঠালিত মহুৱাই কাম কৰে, সেই পিনে বাগানত ফেকুয়ে ফুলত খুৰ্পি ধৰে। মেমচাহাব আঁতৰিলেই ইটোৱে সিটোলৈ চাই চকুৰ হাঁহিৰেই হাজাৰ কথা পাতে। ফেকুয়ে মোৰ লগতো জৱাৰ জৰি পাতিলে।”

“জৱাৰ জৰি কি বুধু ভাই?” আত্মীয়তাৰে নৰেশ্বৰে প্ৰশ্ন কৰিলে।

“জৱাৰ জৰি চিৰকালৰ বন্ধু; নমৰা দিনলৈকে এৰা-এৰি নাই; ইটোৱে সিটোৰ কাণত চাহ-গছৰ কুঁহিপাত দি জৱাৰ জৰি সম্বন্ধ পতা হয়। এই বন্ধুত্ব সদায় সেউজীয়া হৈ থাকে।” চিগাৰেটটো দুই হাতত লৈ হোপা এটা মাৰি বুধুয়ে পুনৰ আৰম্ভ কৰিলে, “আমি দুয়ো জৱাৰ জৰি হোৱাৰ পৰা ফেকুয়ে তাৰ অন্তৰৰ সকলো কথা সদাই মোক কয়। দুপৰীয়া চাহাব-মেম শুলে দুয়োটাই আহি মোৰ কুঠৰীত ফিচ্-ফিচ্ ফাচ্-ফাচ্ কথা পাতে; কথাই কথাই খিল্-খিল্কৈ হাঁহে; কেতিয়াবা উখনা-উখনি লাগি কেইদিনমানলৈ মাত-বোল বন্ধ হয়। ময়ে আকৌ দুয়োটাকে মাতি আনি মিল কৰাই দিওঁ; গণকৰ দৰে তাহাঁতৰ ভবিষ্যতৰ সুখৰ কথা গণনা কৰি মন ভাল লগাওঁ।

“মহুৱা দুপৰীয়া ঘৰলৈ নেযায়; তাইক চাহাবৰ কিচেনৰ পৰা খাবলৈ দিছিল; মহুৱাই তাৰে কিছু ফেকুৰ কাৰণে আনি মোৰ কোঠাত থয়। ফেকু আবেলি ঘৰৰপৰা আহিলেই কোনোবা তলকত মাতি নি খাবলৈ দিয়ে। প্ৰথম ভালপোৱাত

যিমান মৰম কৰিব লাগে মহুৰাই ফেকুক তাতকৈ বেচি কৰিছিল; তাব সুখ-সন্তোষৰ যিমান যিনি ভাৰ লব লাগে, তাতকৈ বেচি ভাৰ লবলৈ যোৱা দেখি কেতিয়াবা মোৰ হাঁহি উঠিছিল।

"দুপৰীয়াৰ হাজিৰা শেষ কৰি ফেকুয়ে মোৰ বিছনাত জিৰণি লৈছে। মনে মনে তাৰ আশা কিজানিবা মহুৰাক এৰাৰ লগ পায়ে। বঙলাত কাম শেষ কৰি কোঠাত সোমাই তাক সেই অৱস্থাত দেখি কলোঁ, 'তই মিছাতে খাপ পিতি মৰিছ কিয়? ঈশ্বৰে তহঁত দুটাক জোৰ লগায়ে পঠাইছে—ভুল হবৰ ভয় নাই।'

"ভূল ঈশ্বৰে নকৰে, মানুহেহে কৰে।" ফেকুয়ে উত্তৰ দিলে।

"দিন-ৰাতিৰ দৰে তহঁত দুটাই ইটোয়ে সিটোৰ পিছে পিছে যেনেকৈ ঘূৰিছ—তাত ভুল হোৱাৰ থল নাই।"

"আমাৰ ভুল নহলেও অন্য বিপদ আছে।" ফেকুয়ে কওঁ নকওঁকৈ কলে।

"কিহৰ বিপদ নকৰ কিয়?" মই সুধিলোঁ।

"মহুৰাৰ মোমায়েকৰ আপত্তি। মই ওৰাওঁ, মহুৰাইত গোঁড়; বিয়া কেনেকৈ হব?"

"বাগিছাত গোঁড় ওৰাওঁ সকলো একে জাতি; একে সমাজ; মহুৰাৰ মোমায়েকক নকৰ কিয়—বাগিছাত গোঁড় ওৰাওঁৰ বাচ-বিচাৰ নাই। খাবলৈ নোপোৱা কুলিৰ আকৌ কিহৰ জাত-বিচাৰ? ভাত বিচাৰিহে বাগিছালৈ আহিছে—ইয়াত জাত-বিচাৰিম কিয়?"

মই ফেকুক বুজালোঁ।”

নৰেশ্বৰে অলপ সময় মনে মনে থাকি সুধিলে, “ওৰাওঁ গৌড় সঁচাকৈয়ে বেলেগ জাতি নে কি?”

“জাতি একেটাই, কিন্তু পূৰ্ব্ব কালৰপৰা দুয়ো দলৰ মাজত কাজিয়া। এই কাজিয়া আকৌ ডেকা-গাভৰুৰ ভাল পোৱা লৈয়ে ঘটিছিল। গৌড় গাভৰু এজনীয়ে ওৰাওঁ ডেকা এটাক ভাল পাইছিল; কিন্তু ছোৱালীৰ বাপেক-মাকে বিয়াত আপত্তি কৰি ক'লে যে গৌড়ৰ কুকুৰা এটাৰ লগত যদি ওৰাওঁৰ ম'হ এটাৰ যুঁজ লাগে, সেই যুঁজত যদি কুকুৰা হাৰে—তেন্তে বিয়া হব। কুকুৰা আৰু ম'হৰ যুঁজত কুকুৰাই ম'হৰ চকু ঘূঁকি উলিয়াই আনিলে; ম'হ পলাল। তেতিয়াৰ পৰা গৌড় ওৰাওঁৰ মাজত বিয়া নিষিদ্ধ।”

বুধুয়ে আকৌ আৰম্ভ কৰিলে, “ফেকুয়ে মহুৱাৰ মোমায়েকক তাৰ হৈ ধৰিবলৈ মোক কৈছিল। আমি সেইবোৰ কথা পাতি থাকোঁতেই হাতত সাৰে ভৰিত সাৰে মহুৱা কোঠাত সোমালহি। খিল্‌খিল্‌কৈ গাখীৰিয়া বগা দাঁত কেইটা উলিয়াই শাৰীত আচলৰ গাঁথিটো মেলি ফেকুক নাকত গুজি দি ক'লে, “গোন্ধ ল, গোন্ধ ল।” মই ভাবিছিলোঁ আচলৰ গাঁথিত বান্ধি মেমাচাহাবে দিয়া বক্‌চিচৰ পইচা আনিছে। নহয়—মেমচাহাবে নিজে এচেঞ্চ লওঁতে মহুৱাৰ গাটো ছটিয়াই দিছিল; গোন্ধ উৰিব বুলি তাই যখৰ ধনৰ দৰে শাৰীৰ আগত গাঁথি মাৰি গোন্ধ বান্ধি থৈছিল; এতিয়া তাকে ফেকুক শুঙাবলৈ আহিছিল।”

নৰেশ্বৰে হাঁহিলে, "গোঁসানীৰ কৃপা পাবলৈ যিদৰে সকলো সুন্দৰ বস্তুৰে তেওঁক পূজা কৰোঁ, মহুৱাৰ ভাল পোৱাৰ কাৰণেও ফেকুয়ে য'ত যি ভাল বস্তু পাই সংগ্ৰহ কৰিছিল। হাটৰ পৰা ইটো-সিটো অলঙ্কাৰ আনি তাৰে তাইক সজাইছিল; চাহাবৰ ফুলনিৰ আটাইতকৈ ধুনীয়া ফুলটো মহুৱাক আনি দিছিল। এদিন কি হল শুন!" নৰেশ্বৰলৈ মুখ তুলি আৰম্ভ কৰিলে, "পুৱা মেমচাহাবে বঙলাৰ সমুখৰ বাৰাণ্ডাত অহা-যোৱা কৰি আছে—ফুলদানি সজাবলৈ ফেকুৰপৰা ফুল বিচাৰি। মেমচাহাবৰ হাতত ফুল একোছা দি ফেকুয়ে ফুলনিৰ ফুলৰ গুৰি চিকুণাবলৈ গল। থোপাটোত ফুল কম হোৱা দেখি মেমচাহাবে ডিঙি মেলি মেলি ফুলনিত আৰু ভাল ফুল আছেনে নাই চালে। বাগানৰ কোণত নতুন গোলাপ জোপাত টিক্‌টিক্‌কৈ ৰঙা গোলাপ এটাই পাহী মেলোঁ মেলোঁকৈ বেলিলৈ বাট চাই আছে। নতুনকৈ ফুলা গোলাপ জোপাৰ ফুল মালিয়ে মৰমত নিছিঙিলে বুলি ভাবি ওচৰতে চকী মেজ পৰিষ্কাৰ কৰি থকা মোক দেখি দীঘল ঠাৰিৰে সৈতে ফুলটো ছিঙি আনিবলৈ নিৰ্দ্দেশ দিলে। ফেকুয়ে সেই গোলাপ জোপাৰে গুৰি চিকুণাই আছিল। মেমচাহাবৰ নিৰ্দ্দেশ সি অনুমানৰ ওপৰত বুজিলে। মই ফুল জোপাৰ কায চপাত সি মোলৈ মিনতিভৰা চকুৰে চাই মেমচাহাবক উদ্দেশ্য কৰি য'তে আছিল তাৰ পৰাই জনালে যে সেই গোলাপ ফুলটোত মৌ-গুটি পৰি আছে। মেমচাহাবক মৌ-গুটিলৈ বৰ ভয়;

তেওঁৰ বিশ্বাস মৌ-গুটি পৰি থকা ফুল ছিঙিলে ফুলৰ পিছে পিছে মৌ-গুটিও ভিতৰ সোমায়। মৌ-গুটিৰ নাম শুনিয়েই সেই ফুল ছিঙিব নেলাগে বুলি হাত-মূৰ জোকাৰি নিষেধ কৰি মেমচাহাব লৰালৰিকৈ ভিতৰ সোমাল। ফেকুয়ে মোলৈ চাই হাঁহিলে—কৃতজ্ঞতাৰ হাঁহি। সন্ধিয়া ঘৰলৈ ওভোতোঁতে মহুৱাৰ কিচ্‌কিচীয়া ওখ খোপাত সেই গোলাপ পাহীকেই দেখিলোঁ।"

"তাৰো বৰ বুদ্ধি", নৰেশ্বৰে প্ৰশংসাত মাতিলে।

"ফেকুক মই কওঁ—মোমায়েকক ধৰি মেলি বুঢ়াই বুজাই বিয়াখন নেপাত কিয়? চুৰি কৰি কৰি কিমান দিন পীৰিতি কৰিবি? চুপতা-চুপতিত জানো বিয়াৰ ভোক পলাব?"

"বুঢ়াই ৰাজী হওঁ বুলিছে; পিছে তাক ধন লাগে বহুত; সেই ধন গোটাবলৈ মোৰ দুবছৰ মান লাগিব। বাট নেচাই কি কৰিম?" সি দুখৰে কলে।

"দুবছৰলৈ বাট চাওঁতে চাওঁতে কোনোবাই মাজতে থপিয়াই নিনিলেহে আছে? চাবি, তিৰোতাৰ মনে লৰা-ছোৱালীৰ মনে সমান—সদায় নতুন পুতলা বিচাৰে।"

বুধুৰ কথাত নৰেশ্বৰে ফিক কৰে হাঁহিলে।

"মহুৱাক লৈ বাগিছাৰ পৰা ফেকুৱে পলাই যোৱা কথাও মোৰ লগত পাতিছিল! কিন্তু পলাই যাম বুলি ভবা যিমান সহজ—আচলতে কামটো সিমান উজু নহয়। এখন বাগিছাৰ গিৰমিটীয়াই অন্য বাগিছাত কাম পোৱা টান। নতুন বাগিছাৰ

চাহাবে গম পালে পলাই যোৱা বাগিছালৈ ধৰি বান্ধি ঘূৰাই পঠাব। উভতি আহি যি শাস্তি পাব তাৰ বৰ্ণনা শুনি ফেকুৰ গা শিঁহৰিলে।”

ভোন-ভোনাই গালত পৰা মহটোত্ন চাপৰ মাৰি বুধুৱে কৈ গল।

“মহুৱাৰ লগত বিয়াখন কেনেকৈ কেতিয়া পাতিব ফেকুৱে দিন গনি থাকোঁতেই মহুৱাই বঙলাত কাম কৰিবলৈ আহিবলৈ এৰি দিলে। ফেকুৰ পৰা জানিলোঁ। চাহাবৰ বঙলাত কাম কৰা তাইৰ মোমায়েকৰ আপত্তি—কি জানিবা ফেকুৱে মন্ত্ৰ-তন্ত্ৰ কৰি তাইক ফুচুলাই নিয়ে। বঙলাত কাম কৰিবলৈ নাহিলেও পুৱা গধুলি ফেকুৰ লগত দেখা-শুনা নহৈ নাছিল। যি কোনো উপায়েৰে বুঢ়াই বিচৰা ধনখিনি সংগ্ৰহ কৰি মহুৱাক বিয়া কৰাবলৈ ফেকু ধৰি বান্ধি লাগিল। মহুৱাই বঙলাত কাম কৰিবলৈ এৰা কেইদিনমানৰ পৰা দেখিলোঁ ফেকুৱে দিনটোৰ সৰহখিনি সময় ফুলনিৰ কামতে কটোৱা হ'ল; কলঘৰত আবেলি ছুটীৰ ঘন্টি পৰিলেই আগৰ দৰে লৰালৰিকৈ ঘৰলৈ যাবলৈ সি ইচ্ছা নকৰা হল। সন্ধিয়া চকুৰে মণিব নোৱাৰা হোৱালৈকে ফুলনিত খুপি দিয়ে, ফুল চিকুনাই থাকে। মেমচাহাবে নানা ধৰণৰ ফুলৰ গুটি বিলাতৰ পৰা মগাই আনিছিল। সেই গুটি কেনেকৈ পচাব লাগে, কেতিয়া বব লাগে, কি সাৰ দিব লাগে—মেমচাহাবে বুজাই দিয়ে। ফুলনিৰ কামত আগ্ৰহ বঢ়া দেখি মেমচাহাবে তাক আগতকৈও

মৰম কৰা হল। মাজে মাজে নিজৰ ইখন সিখন কামত পাচেও। পুৰুষৰ ভাল পোৱা পাই কেৱল গাভৰুৱেই নেহাঁহে, ফুলগছেও হাঁহে। ফেকুৰ হাতৰ মৰম পাই বঙলাৰ ফুলনিৰ ফুল গছে ৰঙত বগা-ৰঙা-নীলা-হালধীয়া সাঁজ পিন্ধিলে। ফুলনিত হাঁহি ওলোৱাৰ লগে লগে দেখিলোঁ ফেকুৰ মুখৰ হাঁহি হৰিল—সি নিজৰ মুখৰ হাঁহি খিনিকেই যেন ফুলনিক দিলে। আগতকৈ ফেকু গহীন হল; মোৰ পৰা আঁতৰি আঁতৰি ফুৰে। মহুৱাৰ কথা সুধিলে আগৰ দৰে চকু মুখত আনন্দৰ শিমলু ফুল নুফুলা হল;—মহুৱাৰ কথা নোসোধাকে সি যেন বাঞ্ছা কৰে। প্ৰথম ভাল পোৱাৰ অৱস্থাত নিজৰ মনৰ কথা কবলৈ ডেকা-গাভৰুৱে এজন মাজৰ মানুহ বিচাৰে; ভাল পোৱা বাঢ়িলে মতা তিৰোতা দুয়ো ইমান ওচৰা-ওচৰি হয় তেতিয়া মাজৰ মানুহ জনৰ কাৰণে ঠাই নোহোৱা হৈ পৰে, মাজৰ মানুহ হঠাতে অদৰ্কাৰি হৈ পৰে। ময়ো মহুৱাৰ বিষয়ে বা-বাতৰি লবলৈ এৰিলোঁ।

"তুমি দেখোন এইবাৰ বহুত কথা জানা।" নৰেশ্বৰে মাজতে মাতিলে।

"এই বোৰত লাগি লাগি হাড় বুঢ়া কৰিলোঁ—এতিয়া কিবা জানিবলৈ বাকী ৰৈছেনে?" বেৰৰ জেঠীটোৰ টিক্‌টিক মাতৰ লগত বিছনাত আঙুলিৰে টকটকাই বুধুয়ে কৈ গ'ল। "সেইদিন দেওবাৰ; চত মাহৰ নিশা, গৰমত দুৱাৰ খিৰিকি মেলি শুইছো। ভালকৈ টোপনি অহা নাই। উমানতে

বুজিলোঁ—কোনোবা বিছনাৰ ওচৰলৈ আহিছে ; চকু মেলিলোঁ ; আন্ধাৰত চেহেৰাটো চিনিলোঁ।”

“ফেকু, এই ৰাতি ?” ভাবিলোঁ মহুৱাক পলুৱাবলৈ দিহা কৰিছে ; তাৰে শেষ বতৰাটো দিবলৈ আহিছে।

“আমি চাহাবক খুন কৰিলোঁ।” আতঙ্কত কলে।

“খুন ?” মই শোৱাৰ পৰা একেচাবেই উঠি ফেকুৰ মুখলৈ চালোঁ।

“নিচিঞ্ঁৰিবি ; কওঁ শুন। জানই আজি দেওবাৰ, মদ খাই চাহাব বেহুচ। দেওবাৰে ৰাতি চাহাবৰ কোঠাত মেম নোশোৱে। শোৱে লাইনৰ গাভৰু। আজি সন্ধিয়া আনিছিল নতুন লাইনৰ তিৰোতা এজনীক ; তাই আগৰাতিতে চাহাবক মদ খুৱাই খুৱাই বেহুচ কৰি এৰি গ’ল। তাৰ পিছত চাহাবৰ কোঠাত মই সোমালোঁ। সন্ধিয়াতে চাহাবৰ শোৱনী কোঠাৰ পিনৰ গোচল কামৰাৰ দুৱাৰখন খিলি নমৰাকৈ জপাই থৈ গৈছিলোঁ ; সেই দুৱাৰেদি শোৱনী কোঠাত সোমাওঁতে নৌ-সোমাওঁতেই বেহুচ হৈ পৰি থকা চাহাবে ডার্লিং ডার্লিং বুলি সেৰসোবাই মোক জপিয়াই ধৰিলে। সুবিধাই পালোঁ—বিছনালৈ চোঁচোৰাই নি এই দুই লোহাৰ হাতেৰে ডিঙি টিপি ভালকৈ শুৱাই থলোঁ ; কলা তিৰোতাৰ তল কাপোৰ ডাঙিবলৈ তাৰ টোপনি ভগাৰ আশা নাই।” ইতিকিং-অৱজ্ঞাত কথাখিনি শেষ কৰি বনবীয়া ম’হৰ দৰে ফেকুয়ে কোঁপাবলৈ ধৰিলে।

"তই এতিয়া কৰিবি কি? পুলিচে ৰাতিপুৱাই তোক বিচাৰ লগাব।" ভয়েৰে মই কলোঁ।

"পুলিচৰ সাধ্য নাই মোক ধৰিবলৈ। এতিয়াই মই বাগিছা এৰিম; ৰাতি নৌপুৱাওঁতেই আমাৰ ঘৰলৈ গৈ বোপাইক সকলো কথা কবি। কোনোবাই মোক খবৰ লবলৈ গলে কব তিনি দিনৰ আগতে কাজিয়া কৰি ঘৰৰ পৰা মই ওলাই গৈছোঁ। সঁচাকৈয়ে আজি তিনিদিন মই ঘৰত থকাই নাছিলোঁ; দিনতো বঙলাত কাম কৰি ৰাতি আলোমণিৰ ঘৰত শুই থাকো। বোপাইহঁতৰ বিপদ হলে তই যি হয় কৰিবি, তই মোৰ জৱাব জৰি; সেইহে যোৱাৰ আগতে তোৰ আগত সকলো কথা কবলৈ আহিলোঁ।"

"মহুৱাক লগত নিবি?"

"কলৈ নিম? তাইকো শেষ কৰি গলোঁ হেঁতেন। একে ৰাতিতে পিছে দুটা খুন কৰিবলৈ হাত কঁপিল। তাতে তাইৰ পেটত পোৱালি।" ফেকুৰ মুখৰ পৰা কথা নহয় খঙৰ ফিৰিঙতি উফৰিল।

"পেটত পোৱালি?" উচপ খাই সুধিলোঁ।

"মোক দোষ নিদিবি? মই সেই পাপ কৰা নাই; আৰ্মি চাহাবে তাইক বেইজ্জত কৰিছিল।" অলপ সময় বৈ, জ্বলি উঠা খংটো শান্ত কৰি সি কলে, "জৱাব জৰি মই যাওঁ, পলম কৰা ভাল নহয়; আই-বোপাইক তই বুজাবি।"

মোৰ সমৰ্থনলৈ অপেক্ষা নকৰি ফেকু ওলাই গ'ল। ৰাতিটোৰ ভিতৰতে কি ঘটনাটো ঘটিল মনে মনে থাকি

বুজিবলৈ চেষ্টা কৰিলো; গাৰুৰ তলৰ পৰা পেকেটটো উলিয়াই চিগাৰেট এটা মুখত জ্বলালো; দিয়াচালাই কাঠীৰ পোহৰত খন্তেকলৈ কুঠৰীটো পোহৰ হোৱাৰ লগে লগে মনৰ অন্ধকাৰ তলিত পৰি থকা ঘটনা কেইটামানো উজ্জল হ'ল। কেইমাহ মানৰ আগৰ এক সন্ধিয়াৰ সামান্য ঘটনা এটালৈ চাঁত কৰে মনত পৰিল। সেই সন্ধিয়াৰ ঘটনাটোৰ অৰ্থ তেতিয়াহে বুজিলোঁ। চাহাবৰ কোঠাৰ পৰা হুক্-হুক্কৈ কান্দি লৰ মাৰি ওলাই অহা মহুৱাক দেখি তেতিয়া সুধিছিলোঁ, "এই মহুৱা, তোৰ কি হ'ল? কান্দিছ কিয়?" মোৰ প্ৰশ্নৰ একো উত্তৰ নিদি তাই ফেকুৰি ফেকুৰি মেমচাহাবৰ পেৰা-পেটাৰি থোৱা কুঠৰীত সোমাইছিল। ভাবিছিলোঁ আৰ্মি চাহাবৰ হাণ্টাৰৰ কোব মহুৱাৰ পিঠিতো পৰিল; তাই লাজ পাব বুলি কাৰো আগতে কথাটো নুলিয়ালে—ফেকুকো একো নকলোঁ। কেই-দিনমানৰ পিছৰ পৰা দেখিলোঁ মহুৱাই আগৰদৰে হাঁহি হাঁহি ফেকুৰ কাষ নেচাপে; তাৰ ওচৰত তাইৰ ভয় ভয় ভাব, ফেকুৰ চকুয়ে চকুয়ে চাবলৈ তাইৰ সাহস হেৰাল। ভাবিলোঁ চৈধ্য বছৰীয়া ছোৱালীৰ দিনে দিনে শৰীৰৰ ৰূপ সলনি হোৱাৰ লগতে চলন-ফিৰণৰ গঢ় লবিল। তাইৰ গাৰ বৰণটোও দিনে দিনে উজ্জ্বল হোৱা যেন লাগিল; মঙহ ধৰি ঘূৰণীয়া মুখখন আগতকৈও ঘূৰণীয়া হল; পাতৰ মাজৰ ফুলকলিৰ দৰে বুকুৱো কাপোৰৰ তলৰ পৰা মুখ উলিয়াবলৈ উচ-পিচোৱা গম পালোঁ। তেতিয়া বুজিব পৰা নাছিলোঁ—এই সকলোবোৰ যে তাইৰ

ওপৰত মাক হোৱাৰ অত্যাচাৰ অভিশাপৰ চিন। ৰাতিৰ ভয়-ভাবনা পুৱাৰ পোহৰে দূৰ নকৰালৈকে এই কথাকে ইলুটি-সিলুটিকৈ মনতে লুটিয়ালোঁ বগৰালোঁ।" ছাই হৈ যোৱা চিগাৰেটটোৰ শেষৰ কণ হাতৰপৰা দলিয়াই মনৰ কথাখিনি জুকিয়াবলৈ বাওঁহাতেৰে কপালৰ চুলি খিনিভে হাত ফুৰাই বুধুয়ে গহীন হৈ কলে—

"বঙলাৰ পৰা কি খবৰ আহে নাহে তালৈ বাট চাই ৰলোঁ। ৰহমতে পালেং চাহ দিবলৈ যোৱাৰ লগে লগেই মেমচাহাবে ঘটনাটো গম পাইছিল। মেমচাহাবে তেতিয়াই ৰহমতৰ বাহিৰে বঙলাৰ বাকীবোৰ চাকৰক ছুটী দিলে; ফুলনিত কাম কৰাও নিষেধ হল। মটৰ পঠিয়াই মেমচাহাবে ৰাতিপুৱাতে পাহুৰি এণ্ড্ৰুজক অনালে; এণ্ড্ৰুজৰ লগত বহি গোটেই দিনটো তেওঁৰ আলোচনা চলিল। সন্ধিয়া পাভেজান বাগিছাৰ ডাক্তৰ চাহাব আহি আৰ্মি চাহাবৰ মৰা শ পৰীক্ষা কৰি গলহি। এণ্ড্ৰুজ চাহাব কেইদিনমান বঙলাতেই থাকিল। পিছদিনাও বঙলাৰ কামত হাজিৰ হবলৈ চাকৰ-বাকৰক নিষেধ কৰিলে। আৰ্মি চাহাবৰ মেম আৰু এণ্ড্ৰুজ চাহাবক ৰহমতেই কেৱল খোৱা-বোৱা যোগাৰ দিলে। পুৱা এণ্ড্ৰুজ চাহাবে নিজেই গৈ কলঘৰৰ বৰবাবুৰ লগত কথা-বাৰ্ত্তা হল; মদ খাই হৃদপিণ্ড বন্ধ হৈ আৰ্মি চাহাবৰ মৃত্যু হল বুলি তেতিয়াহে বাগিছাৰ সকলোৰে জানিলে। বাবু বনুৱাই হাই-উৰুমি নকৰাকৈ মেনেজাৰৰ বঙলাৰ সমুখত শাৰী পাতিলেই; ক'লা

পোছাক পিন্ধি মেমচাহাবে বঙলাৰ বাৰাণ্ডাত থিয় দি সকলোকে আঁতৰিবলৈ অনুৰোধ জনালে। ইতিমধ্যে এণ্ড্ৰুজ চাহাবে কল-ঘৰৰ মিস্ত্ৰিৰ হতুৱাই কবৰৰ বাকচ তৈয়াৰ কৰি আনিলে। বঙলাৰ পিছ পিনে পাতুৰিয়ে আমাৰ হতুৱাই আঠ ফুট দীঘল গাঁত এটা খন্দালে। সন্ধিয়াৰ লগে লগে পাভৈজান বাগিছাৰ ওচৰ-পাজৰৰ কেইবাগৰাকীও চাহাব-মেম উপস্থিত হল; তেওঁলোকেই ধৰাধৰি কৰি কফিন-বাকচ গাঁতলৈ নিলে; আমি চাহাবৰ মেমেই প্ৰথম কফিনৰ ওপৰত মাটিৰ চপৰা দিলে। এণ্ড্ৰুজ চাহাবে বাইবেল পঢ়া শেষ হোৱাত চাহাব মেম সকলো বঙলালৈ আহিল। আমি চাহাবৰ মেমচাহাবে আবেলিতে দহ জনৰ ডিনাৰ তৈয়াৰ কৰিবলৈ ৰহমতক হুকুম কৰিছিল। ছয় কোৰ্চিয়া ডিনাৰত কি কি থাকিব তাৰো মেনু দিছিল। বঙলালৈ অন্য চাকৰ-নাকৰ আহিবলৈ নিদিয়াত ৰহমতক ময়ে লাগি-ভাগি দিলোঁ। ডাঙৰ ভোজ; ৰহমতে বঢ়িয়াকৈ ৰান্ধিছিল; সেই গোন্ধ এতিয়াও নাকত পাওঁ।" বুধুয়ে গোন্ধ বিচাৰি নাকৰে উশাহ ললে।

নৰেশ্বৰে ঠাট্টা কৰি সুধিলে, "ইমান বছৰৰ আগৰ ৰন্ধাৰ কথা তোমাৰ মনত আছেনে?"

"কিয় নেথাকিব? গোটেইখন মেনু মই গাই দিব পাৰোঁ। মেনু আছিল মিঞ্চ চিকেন ব্ৰথ, আলু ভজা, সিজোৱা চৰ্ব্বিৰ লগত গ্ৰিল্ড চ'প, চিকেন ৰোষ্ট, টিনৰ ফ্ৰুটচ্‌ৰ লগত ক্ৰিম। ডিনাৰ টেবুলৰ এটা মূৰে এণ্ড্ৰুজ চাহাব, অন্যটো

মূৰে আৰ্মি চাহাবৰ মেম বহিছিল। পাদুৰিৰ প্ৰাৰ্থনাৰ অন্তত কিছু সময় মুখৰ মাত নোহোৱাকৈ সকলোয়ে কাঁটা-চামোচ চলাইছিল। ৰহমতৰ ৰন্ধাৰ জুতি জিভাত লগাৰ লগে লগে পাভৈজান ·বাগিছাৰ চাহাব-মেম হালৰ মুখত কথা, কাঁটা-চামোচ, সমানে চলিল; দুটা মান কোৰ্চ শেষ কৰাৰ পিছতে আৰ্মি চাহাবৰ মৃত্যুৰ কথা পাহৰি সকলোৰে মুখত হাহি ওলাল। বেজাৰত মাত-বোল নকৰাকৈ গম্ভীৰ হৈ থকা আৰ্মি চাহাবৰ মেমও হাঁহিলে। ডিনাৰ টেবুলতে কফিৰ লগত চীজ চাৰ্ভ কৰা হল। বঢ়িয়া চীজ; আৰ্মি চাহাবে বিলাতৰ পৰা অনাইছিল। কফি খোৱা শেষ কৰি, বুজি-সুজিয়েই হবলা এণ্ড্ৰুজ চাহাবে আৰ্মি চাহাবৰ কোঠালৈ গৈ বাইবেল পঢ়াত লাগিল। বাকী চাহাব-মেম গোল কামৰাত বহিলগৈ। মেমচাহাবৰ অৰ্ডাৰ পাই ৰহমতে আৰ্মি চাহাবৰ কুঠৰীৰ আলমাৰিৰপৰা এটাৰ পিছত এটাকৈ ব্ৰাণ্ডিৰ বটল আনিলেগৈ; পেণ্ট্ৰিৰ পৰা মই আনি দিলোঁ চদাৰ বটল। হৈ-হাল্লাত মাজ ৰাতিলৈকে বটলৰ পিচত বটল শেষ হৈ পাৰ্টি চলিল। যাবৰ সময়ত পাভৈজানৰ চাহাবক মযে ৰহমতে ধৰাধৰি কৰি হে মটৰত তুলি দিব লগা হল। আৰ্মি চাহাবৰ মৃত্যু-ভোজৰ দৰে মদৰ বটল শেষ হোৱা পাৰ্টি আজিলৈকে দেখা নাই। আমাৰ পাভৈজানত পানী নহৈ মদ হোৱা হেঁতেন আৰ্মি চাহাবৰ শোকত চাহাবহঁতে গোটেই খনকে সেই ৰাতি শুহিলেহেঁতেন।

"মানুহ মৰিলে চাহাববোৰে মদ-ভাতহে খায়?" নৰেশ্বৰে বিশ্বাস-অবিশ্বাসৰে প্ৰশ্নটো কৰিলে।

"চাহাবক কিবা আমাৰ মানুহৰ দৰে পাইছনে? চাৰি-কুৰি বছৰীয়া ককাকটো ঢুকালেও হাঐ-বিঐকৈ চিঞৰিব? মৰাটো মৰিলেই, তাৰ বাবে মিছাতে কান্দি-কাটি নেখাই-নবই অশান্তি কৰিলে কি লাভ? হাঁহি-মাতি, ভোজ-ভাত খাই মৰাটোৰ কথা যিমান সোনকালে পাহৰিব পাৰি তাৰ দিহাহে কৰিব লাগে।"

"আৰ্মি চাহাবৰ মৃত্যুৰ তেনেহলে একো খা-খবৰেই নকৰিলে? পুলিচকো খবৰ-খাতি নিদিলে?"

"ক'ত পুলিচক খবৰ দিব? পুলিচক খবৰ দিলে কেচু খোচৰোঁতে সাপহে ওলালহেঁতেন। পুলিচক জনাওক ছাৰি বাগিছাৰ বৰবাবুৰ লগতো আৰ্মি চাহাবৰ মৃত্যুৰ বিষয়ে মেমচাহাবে এষাৰ কথা খুলিয়ালে। চিঞঁৰ বাখৰ, হৈ-চৈ নোহোৱাকৈ ঘটনাটো থাপি-থুপি কেনেকৈ গোপনে ৰাখিব পাৰে তাৰেহে মেমচাহাবক চেষ্টা কৰা দেখিলোঁ। নতুন মেনেজাৰ নহালৈকে এগুজ পাদুৰি বঙলাতে আছিল। সেই কেইদিন আৰ্মি চাহাবৰ মেমৰ লগত বস্তু-বাহানি পেক কৰাত ৰাতিক দিন কৰি খাটিছিল। যোৱাৰ আগতে মেমচাহাবে গিৰিয়েকৰ কাপোৰ-কানি, জোতা-মোজা, পেৰা-পেটাৰি যাকে য'তে পালে বিলাই দিলে; ৰহমতে বাকচ ভৰাই এবাকচ পেন্ট-কোট পাইছিল; সি তাৰ দুই এটা এতিয়াও পিন্ধে। মেমচাহাবে মহুৱাৰ

ওচৰত গিৰিয়েকে কৰা পাপকামৰ কথা জানিছিল বুলি পিছত গম পাইছিলোঁ। কথাটো জানি মেমচাহাবেই বোলে আগতে তাইক বঙলাৰ কামৰপৰা এৰুৱাইছিল। কিন্তু মেমচাহাবে বিলাতলৈ যোৱাৰ আগে আগে মহুৱাৰ ভৰণ-পোষণৰ কাৰণে পাহুৰিৰ হাতত টকা-পইচা দি গৈছিল বুলিও পিছত জানিলোঁ। গৰ্ভৱতী হৈ থাকোঁতেই মহুৱাৰ টান বেমাৰ হয়; এণ্ড্ৰুজ চাহাবে খবৰ পাই তাইক যোৰহাটৰ মিছনলৈ লৈ গল; চনিয়াৰ জন্ম হোৱাৰ লগে লগে মহুৱাৰ মিছনতে মৃত্যু হয়। এণ্ড্ৰুজ চাহাব অকলশৰীয়া মানুহ; নিজৰ লগত ৰাখি ধাইমাকৰ হতুৱাই তুলি-তালি চনিয়াক ডাঙৰ-দীঘল কৰিলে। চনিয়াই পিছত নিজে হে উদ্ভগুালি কৰি এণ্ড্ৰুজ চাহাবৰ ঘৰৰপৰা লখুহঁতৰ ঘৰলৈ আহিছে। পাহুৰিয়ে এতিয়াও তাইৰ খা-খবৰ লৈ থাকে; মহুৱাৰ মোমায়েক-মামীয়েকক টকা-কড়িৰেও সহায় কৰে।

"এণ্ড্ৰুজ চাহাবৰ মৰম নেওচি এই বাগিছাত মৰিবলৈ তাই আহিল কিয় ?"

চনিয়াৰ জীৱনৰ সকলো কথা জানিবলৈ কৌতুহলী হৈ নৰেশ্বৰে প্ৰশ্ন কৰিলে।

"চনিয়া বুজিব নোৱাৰা ছোৱালী, তাইৰ কথা-বতৰা সকলো অদ্ভুত। চকু মুখ, গাৰ বৰণ মাকৰ দৰে নহৈ বাপেকৰ দৰে হল, সেইহে তাই আৰ্মি চাহাবৰ দৰে দুৰ্দ্দান্ত; মতা শাসন কৰা ছোৱালী।"

নতুনকৈ চিগাৰেট এটা জ্বলাই বুধুয়ে যাবলৈ থিয় হৈ কলে,

"নৰেশ্বৰ, বাগিছালৈ আহিয়েই তই চনিয়াৰ লগ লাগিলি ; পিছে বাগিছাৰ এঠা লাগিলে এৰিব নোৱাৰা হবি ; নমৰালৈকে বাগিছাত আমাৰ নিচিনাকৈ লাগি ৰবি।" পৰিহাসপূৰ্ণ কথাৰ শেষ কৰি মুখৰ চিগাৰেটত চকু-কাণ বন্ধ কৰি হোপা মাৰি বুধু ওলাই গ'ল।

## এঘাৰ

শুক্ল পক্ষ ; আকাশে পিন্ধিছে কিংখাপৰ মেখেলা ; প্ৰাণ মতলীয়া কৰা জোনাক। পুৰণা লাইনৰ-পৰা অহা মাদলৰ 'ৰিৰিণা ৰিণ ৰিহিনা ৰিণ' মন বলিয়া কৰা সুৰত প্ৰকাশ হৈছে—নাচনীয়ে নাচিছে, মতা-তিৰোতা গোট খাইছে। সুগুৱা, আহাঁ নিশা ফুলা ডিমৰু ফুল চোঁৱাহি। চাহগছৰ মাজেদি যোৱা আলিয়েদি বুধুৰ লগত নৰেশ্বৰেও মাদলৰ মাত অনুসৰণ কৰিলে। ফাকুৱালৈ মাত্ৰ চাৰি দিনহে আছে। আলোমণিৰ আগচোতালত উৎসৱৰ আয়োজন আলচ কৰিবলৈ বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, লৰা-ছোৱালী গোট খাইছে। আগৰ মেনেজাৰ নাটল চাহাবে দেখা-শুনাকৈয়ে আলোমণিক ৰখাই-ছিল। বাগিছা এৰি দেশলৈ যোৱাৰ সময়ত নাটল চাহাবে আলোমণিক ভালেমান টকা-পইচা, গহনা-গাঁথৰি বয়-বস্তু দি যায়। সুখৰামৰ লগত আলোমণিয়ে স্বামী-স্ত্ৰী স্বৰূপে ঘৰ-সংসাৰ পাতি প্ৰবৰ্ত্তিবৰ ব্যৱস্থাও চাহাবে কৰি গৈছিল। সুখৰাম তেতিয়া আদহীয়া ; কলঘৰৰ চাঙৰপৰা পৰি কঁকাল ভাঙ্গি বিকলাঙ্গ হোৱাত মেনেজাৰ চাহাবে তাক চকিদাৰ

পাতি গৈছিল। আলোমণিক ৰাখিবলৈ সম্মত হোৱাত তাক চাৰি বিঘা মাটী বিনা খাজানাই খাবলৈও অনুমতি দিয়ে। আলোমণিৰ দেহৰ ভঙ্গিমাই, অলঙ্কাৰৰ প্ৰাচুৰ্য্যই, এচেঞ্চ-পাউদাৰৰ সুগন্ধেই লাইনৰ ডেকাক সুখৰামৰ ঘৰলৈ সঘনে আকৰ্ষণ কৰিছিল। লাইনৰ পুৰুষ-নাৰী আজিও অৱশ্যে সুখৰামৰ চোতালত গোট খায়—আলোমণিৰ দেহৰ স্বাদ লবলৈ নহয়, তাইৰ প্ৰসাদৰ ভাগ পাবলৈহে। আলামণিয়ে, দেহ জুৰ আৰু মনত ৰং লগাব পৰা হাৰিয়া তৈয়াৰ কৰে। সপ্তাহীয়া দৰ্ম্মহা পোৱা নিশা, পূজা-পাৰ্ব্বণত লাইনৰ বনুৱা আলোমণিৰ চোতালত গোট খাই এই প্ৰসাদ পাবলৈ। প্ৰসাদ খাই ভাগৰি লালকাল নোহোৱালৈকে গোটেই ৰাতি নাচ-গান কৰি পিছদিনা বাগিছাৰ হাজিৰা বহীত বহুতেই গড়-হাজিৰ।

জীৱনৰ মধুৰ স্বাদ বুধুয়ে প্ৰথমে আলোমণিতে পাইছিল; সৃষ্টিতত্ত্বৰ গোপন ৰহস্য প্ৰথমে তাক আলোমণিয়েই শিকালে। আলোমণিক নাটল চাহাবে বিকলাঙ্গ সুখৰামক গটাই যোৱাৰ সময়ত বুধু নৰেশ্বৰৰ সমনীয়া। মাজে সময়ে বুধুয়ে সুখৰামৰ বা-বাতৰি লবলৈ গৈছিল—আলোমণিৰ লগত তাতে দেখা-শুনা। নিপোটল বুকু, সুঠাম শৰীৰ; ৰঙা শাৰীখনৰ পিছ পিনে সিঁচৰতি হৈ থকা দীঘল চুলি একোছা কঁকাল বাগৰি পৰিছিল, একোছাই সৌন্দৰ্য্যৰ গৰ্ব্বত ওফন্দি উঠা অৰ্দ্ধ-আবৃত বুকুখনক হেঁচা দি ধৰিছিল। তামোল খাই সেলেঙি লগোৱা ওঠ দুটা ৰঙা চন্দনৰ ফোঁট দিবলৈ ওলোৱা পূজাৰীৰ আঙুলিহে। চুৰ্ম্মা-

সনা চকুৰ হাঁহিত অলেখ সাধুকথা। বুধুলৈ চাই অনাহকতে খিল্-খিল্কৈ যেতিয়া হাঁহিছিল—সেই হাঁহিতে গোটেই দেহ অগ্নি-শিখাত পৰিণত হৈছিল। সুখৰামৰ ঘৰৰ সমুখেদি অহা-যোৱা কৰাৰ উমান পালেই আলোমণিয়ে পদূলি মূৰলৈ ওলাই চকুৰ অগোচৰ নোহোৱালৈকে বুধুৰ লোভনীয় দেহাটোলৈ চাই থাকে। কি প্ৰখৰ সেই চাহনি—চিকাৰীৰ নিৰ্দ্দিষ্ট চকুহে যেন বনৰীয়া জন্তুৰ ওপৰত।

—চ'ত মাহৰ ভৰ দুপৰীয়া। মতা-তিৰোতা, লৰা-ছোৱালী সকলো বাগিছাত; লাইন নিস্তব্ধ। পুৰণা লাইনৰ সিপাৰে থকা বাগিছা খণ্ডৰ (চেক্সনৰ) মহৰীক চাহাবে দিয়া অৰ্ডাৰ জনাবলৈ বুধু খৰখেদাকৈ গৈছে। মানুহৰ ভৰিৰ খোজৰ উমান পায়ে, আলোমণিয়ে দুৱাৰ মুখৰ পৰাই চিঞৰিলে,—"এই চাহাবৰ চাকৰ; দুপৰীয়া ব'দত হন্-হন্কৈ ক'ত মৰিবলৈ যায় ?"

খোজৰ বেগ কমাই বুধুয়ে, এফলীয়াকৈ চালে; সেইকণ সময়ৰ ভিতৰতে আলোমণিয়ে দুৱাৰদলি এৰি জপনামুখত থিয় দিলেহি।

"আহ্, আহ্, অলপ জুৰাই পৰ্সাদ লৈ যা।" ৰদৰ তাপত মুকুতাৰ মণিৰ দৰে কপালত থুপ খোৱা ঘামখিনি আচলেৰে মচি চকুৰ কোণৰ হাঁহিৰে আলোমণিয়ে নিমন্ত্ৰণ জনালে।

বুধুয়ে প্ৰসাদৰ স্বাদ আগেয়ে লোৱা নাই; আলোমণিৰ তাপৰ পৰাও ইমানদিন সি আঁতৰি ফুৰিছে। অনিচ্ছাসত্ত্বেও

ক্ষন্তেক বৈ সি কলে, "পৰ্সাদ-তৰ্সাদ মোক নেলাগে ; পৰ্সাদ খালে মই চাহাবৰ বটলৰে খাম।" খোজ আগবঢ়ালে।

"চাহাবে পৰ্সাদ নিদিয়ে,—চাবুকহে দিব। আহ্ আহ্ আলোমণিয়ে নিজে তোক পৰ্সাদ খুৱাব।"

চোৰাত পাতৰ দৰে আলোমণিৰ খহটা জিভাৰপৰা ওলোৱা কথাই বুধুৰ মনত বিজ-বিজালে ; দুখোজমান পিছলৈ হুহঁকি বুধুয়ে আলোমণিৰ মুখলৈ চাওঁ নেচাওঁকৈ চালে। আলোমণিৰ চকুৰ পৰা ওলোৱা বিদ্ৰূপৰ শৰে যথাস্থানতে বিন্ধিলেগৈ ; বুধুৰ মুখৰ বৰণ পিছ মুহূৰ্ত্ততে সলনি হ'ল—বোলিং মিলত ঘূৰি সেউজীয়া পাত তাম বৰণীয়া হোৱাৰ দৰে।

"আহ্ আহ্ ভিতৰলৈ আহ্।" জপনা পাৰ হৈ আলোমণিয়ে বুধুক হুকুম দিলে।

আলোমণিৰ চকুৰ চাহনিয়েই যথেষ্ট ; নাৰী হৃদয়ৰ সকলো আদেশ তাৰ মাজেদিয়েই দিয়া হৈ গল। আলোমণিয়ে বাট দেখুৱালে—বুধুয়ে ভেড়াৰ দৰে অনুসৰণ কৰিলে। সৃষ্টি পাতনিৰে পৰা নাৰীয়ে যি কলা-কৌশলেৰে পুৰুষক জয় কৰি আহিছে—আলোমণিৰ ক্ষেত্ৰত সি পুনৰাবৃত্তিহে মাথোন।

ঘৰ্ম্মাক্ত কলেৱৰ আৰু স্নিগ্ধ শান্তিৰে বুধু যেতিয়া ওলাই আহিল—পিৰালিৰ ছাঁত বহি সুখৰামে তেতিয়া তৃপ্তিৰে মুখত চাধা সুমুৱাইছে। সুখৰামক নেদেখা ভাও জুৰি আগবাঢ়ি গৈ উৎকণ্ঠাত পিছলৈ এবাৰ মুখ ঘূৰালে ; সুখৰামে একেৰাহে বুধুলৈ চাই আছিল। সেই কৰুণ চাহনিত বিকলাঙ্গ দেহৰ

সঙ্গম-অক্ষমতাই মূৰ্ত্ত হৈ পৰিছিল। সেই অবিস্মৰণীয় দুপৰীয়া-টোৰ কথা ভাবি বুধু আজিও আনন্দত বিভোৰ হয়। সেই দিনাই বুধুয়ে সৰ্ব্ব প্ৰথম উপলব্ধি কৰিছিল সৃষ্টিৰ ৰহস্য। নাৰীৰ দেহত পুৰুষৰ মুক্তি; তাৰ পিছত অনেক দিন আলোমণিৰ দেহ-প্ৰসাদ সি লাভ কৰিছে। কিন্তু পিছৰ দিনবোৰে মনলৈ আনিছিল অস্বস্তি, অৱসাদ।

চাহ-গছৰ মাজে মাজে খোজ লওঁতে নৰেশ্বৰক বুধুয়ে তাৰ এই সেউজীয়া জীৱন-কবিতা শুনাই গল।

দুটা ডেকাই মাদল বজাইছে; মতা-তিৰোতা চোতালত জুম পাতি বহিছে; প্ৰত্যেক জুমৰ মাজত থকা হাৰিকেন লেম্প মাদলৰ চাপৰৰ লগে লগে মিট্‌মিট্‌কৈ জ্বলিছে। কেইজন মানে হাৰিয়া খাই সুখৰামৰ ঘৰৰ ভিতৰৰপৰা ওলাই আহিছে; জুমৰ মাজৰ পৰাও মাজে মাজে দুই-এজনে প্ৰসাদ ধৰিবলৈ ভিতৰ সোমাইছে। আলোমণিয়ে নিপুণ হাতৰে মধু তৈয়াৰ কৰি হাড়িয়ে হাড়িয়ে সজাই থৈছিল; যাৰ যিমান ইচ্ছা মনৰ হেপাহেৰে বাতি ভৰাই কোট-কোটকৈ পি-ছে। সৰু সৰু লৰা-ছোৱালীবো নিষেধ নাই; কিয়নো মধু মদ নহয়, মহাদেৱৰ প্ৰসাদ; জৰ্জ্জৰিত জীৱনৰ অমৃত।

বুধুৰ লগত নৰেশ্বৰক দেখি আলোমণিয়ে দূৰৈৰ পৰা সুধিলে, "বুধু, তোৰ লগত এইটো কোন?"

"নৰেশ্বৰ, চাহাবৰ বঙলাত নতুনকৈ সোমাইছে।"

"আহ্ আহ্", চাহাবৰ বঙলাৰ নাম শুনি আলোমণিয়ে ব্যগ্ৰ হৈ মৰাপাটৰ চট এডোখৰ নৰেশ্বৰক বহিবলৈ আগবঢ়ালে। নৰেশ্বৰক আলোমণিৰ ওচৰত বহুৱাই প্ৰসাদ ধৰিবলৈ বুধু ভিতৰলৈ সোমাল—মানুহৰ চকুৰ আঁৰ কৈ মেকুৰীয়ে চিকাৰৰ মঙহ খোৱাৰ দৰে।

আলোমণিৰ দীঘল চুলিৰ বৰ্ণনা নৰেশ্বৰে অলপ আগতে বুধুৰ পৰা শুনিছিল ; তাইৰ জিভাৰ পৰিচয় এতিয়া নিজেই পালে।

"তই অসমীয়া ? পৰ্সাদ নলব ?" হাঁহি নৰেশ্বৰলৈ চাই আলোমণিয়ে পুনৰ কলে, "বাগিছাত থাকিলে পৰ্সাদ নেখাই কেনেকৈ জী থাকিবি ? চাহাবৰ দৰে বটলৰ খাবলৈ পইচা আছে ক'ত ? বটলৰ খোৱাও ভাল নহয়—বটলে মানুহক মাতাল কৰে। মই নাটল চাহাবকে দেখিছো নহয় ; মদ খালে মস্ত মাতাল—একেবাৰে বনৰীয়া জানোৱাৰ। আমাৰ পৰ্সাদ খাবি, গা ঠাণ্ডা হৈ যাব।" পৰ্সাদ খালে আলোমণিৰ মুখৰপৰা সোৱাদ সনা কথা ওলায়।

নৰেশ্বৰে মিচিক্ মিচিক্ হাঁহি আলোমণিৰ কথা শুনিছিল। লেমৰ পোহৰতকৈ ন-দিনীয়া শুক্ল পক্ষৰ জোনৰ বেছি পোহৰ ; তাতে আলোমণিৰ চোতালত জোনটো হাঁহিত বাগৰি পৰোঁ পৰোঁ। সেই হাঁহিত আলোমণিৰ সম্পূৰ্ণ দেহটো নৰেশ্বৰে লক্ষ্য কৰিলে। বয়স কুৰি পাৰ হওঁ হওঁ, কিজানি হৈছেই। পিছে, কোনো কোনো তিৰোতা আছে যাৰ দেহৰ ওপৰত ছাপ বহুৱাবলৈ বয়সৰ কোনো সাধ্য-শক্তি নাই। আলোমণি

সেই শাৰীৰ তিৰোতা। দেহ ঋজু, চাহগছৰ দৰে সতেজ আৰু সেউজীয়া। বাগিছাত বাৰ্দ্ধক্যৰ স্থান নাই। বাৰ্দ্ধক্য কেৱল পীড়াজনকেই নহয় কুৎসিৎ, সেইকাৰণেই পল্লব-প্ৰসৱৰ প্ৰাচুৰ্য্য হ্ৰাস হোৱাৰ লগে লগেই চাহ-গছ উভালি পেলোৱা হয়। আলোমণিয়ে বাৰ্দ্ধক্যক প্ৰসাধনৰেই নহয়, অঙ্গ-সৌষ্ঠব আৰু মনৰ আনন্দৰে আঁতৰাই থৈছে।

এটা-দুটা-তিনিটা মাদল; এটা নাগেৰা, দুটা ঢোল। একে-লগে বাৰখন হাতৰ চাপৰ পৰিল; প্ৰথমতে এচাপৰ, দুচাপৰ, বৈ বৈ—মাৰো নেমাৰোকৈ; তাৰ পিছত লাহে লাহে লানী নিছিগা চাপৰ। মুহূৰ্ত্ততে হাতৰ চাপ খৰ, খৰতৰ হ’ল। বাক-চতুৰ তিৰোতাৰ দৰে বাজানাৰ কামেই হৈছে পৰক নচুৱা; মাদলৰ মাতত জুমপাতি বহি থকা মতা-তিৰোতা ঘপহ কৰে শাৰী শাৰী কৰি থিয় হ’ল। মতাই মতাই, তিৰোতাই তিৰোতাই গাত ধৰা-ধৰি কৰি আগলৈ-পিছলৈ, সোঁপিনে বাওঁ পিনে ভৰি আগবঢ়াই দুশাৰী হৈ নাচিবলৈ ধৰিলে। নাচত বুঢ়ীহঁতেও যোগ দিলে। বাৰ্দ্ধক্যাই গাল-মুখ-ভাঙি-ছিঙি সোঁতোৰা সোঁতৰ কৰিছিল যদিও তেওঁলোকৰ মুখৰ হাঁহি শৰীৰৰ শক্তিৰ ওপৰত দৌৰাত্ম্য কৰিবলৈ অপাৰগ। ৰাতিটোৰ কাৰণে জীৱনৰ অভাৱ-অনাটন, দুখ-পৰিশ্ৰম, লৰা-ছোৱালী প্ৰতিপালন সকলো জৈবিক চিন্তা পাহৰি বুঢ়ী কেইজনীয়েও নাচত যোগ দিলে। গাভৰু কেইজনী আনন্দত উত্ৰাৱল; তাহাঁতৰ ঘুৰণীয়া মুখত কথা নাই—আছে মাথো মদাৰ ফুলীয়া হাঁহি; চক্ৰাকাৰ চকুত

আছে দুপৰীয়া সূৰ্যৰ উত্তাপ। প্ৰতিজনী গাভৰু সাগৰৰ এটি উত্তাল তৰঙ্গ। এটি কলিৰ লগত দুটি পাতৰ দৰে পিঠিত কেচুৱা বান্ধিয়েই বিবাহিতা কেইজনী নাচত উন্মত্ত হল।

মূৰত চাদৰখন লাক্-পাককৈ পাগুৰিৰ দৰে মেৰাই জাপ মাৰি দুৰ্জ্জন চৰ্দ্দাৰ জুমৰ মাজত থিয় হ'ল। ওখই পাখই দুৰ্জ্জন লায়কৰ মানুহ, পুৰঠ আমটোৰ নিচিনা মুখখনৰ সোঁ মাজতে নাকটো—জোঙাও নহয়, ভোটাও নহয়। ডাঠ চেলাউৰিৰ কলা চকু দুটা হাবিয়াৰ ৰাগিত ৰঙচুৱা হৈছে। খং উঠিলে এই চকুৰ পৰাই ফিৰঙতিৰ দৰে হুকুম ওফৰে। বহল উঠন কপালখন শক্তিৰ পৰিচায়ক; হাতীৰ শুৰৰ দৰে লৰক-ফৰক কৈ থকা হাত দুখনে বিশ্বাসী কুলিৰ দৰে বেচি কাম কৰাৰ সংকেত দিয়ে। গীতৰ লগত ৰজিতা খোৱা এই মাতটোৱেই বনুৱাক আদেশ নিৰ্দ্দেশ দিয়াত কলঘৰৰ ঘন্টিৰ কাঁহতকৈও কৰ্কশ হয়। গাত সেউজীয়া পাত ওলালে বুঢ়া গছেও বতাহৰ লগত দেও দি নাচে; গাভৰুৰ সঙ্গ পাই আদহীয়া দুৰ্জ্জন চৰ্দ্দাৰ চঞ্চল হল। ওপৰা-ওপৰিকৈ কেইবাটাও জাপ মাৰি দুৰ্জ্জন চৰ্দ্দাৰে হো হো ৰেহা, ওহো ৰেহা, ওহো, ৰে হই—বুলি নাচি নাচি কৰমৰ গীত জুৰিলে—

বুঢ়ুলেকে ৰালে নাইও
কিও নাই পুছাই,
ভাগুাপানী দেলে নাইও

দশকুটুম বাইছালে নাইও
দশোটাকা মোলাই,
বিশকুটুম বাইছালে নাইও
বিশে টাকা মোলাই।

দুৰ্জ্জন চৰ্দ্দাৰে বাহু মেলি মেলি মূৰ তললৈ ডোৱাই আঠু ভাঙ্গি ভাঙ্গি গীতৰ লগতে নাচিছে; বাকী মতা-তিৰোতাও তেওঁৰ লগে লগে গীত ধৰি নাচিছে। মাদলে, নাগেৰা ঢোলৰ নিনাদে, সকলোকে মতলীয়া কৰিলে।

উত্ৰাৱল হৈ আলোমণিয়ে নৰেশ্বৰৰ হাতখন আজুৰি থিয় হল।

"গানত কি কৈছে বুজিছ? কৈছে, ঘৰত মানুহ নেথাকিলে কোনে সুধিব? এবাতি লাওপানী দিলে দহোটা মানুহ গোট খাব; দহোটা গোট খালে আৰু দহোটা আহিব। তেতিয়া নাচ গান হব; আহ, এতিয়া নাচিবি।" নৰেশ্বৰৰ গাত হাতেৰে সাবতি আলোমণিয়ে জুমৰ বাহিৰতে নাচিবলৈ ধৰিলে; নৰেশ্বৰেও আলোমণিৰ লগে লগে ভৰি চলালে। কিন্তু খোজ নিমিলাত আলোমণিৰ ফুলাম সম্বলপুৰীয়া শাৰীত নৰেশ্বৰৰ ভৰিৰ জোতাপুতি লাগিল। কঁকালৰপৰা শাৰী খহি পৰিল; নৰেশ্বৰে বিব্ৰত হৈ ভয়ে ভয়ে চালে। আলোমণিয়ে থাপমাৰি শাৰীখন ওপৰলৈ উজুৰাই কঁকালত মেৰাই কৃত্ৰিম খঙৰে নৰেশ্বৰক কলে, "ধ্যেৎ, বদমাইচ কি চাইছ?" নিজৰ ৰসিকতাত নিজেই ৰস পাই কৌতুকৰে হাঁহিলে। ভয়ত লাজত নৰেশ্বৰৰ

শ্বাসবোধ হোৱা যেন হল। আলোমণিয়ে সেই অৱস্থা বুজিব পাৰি আকৌ তাৰ পিঠিত হাত থৈ নাচত যোগ দিলে। বতাহত অলৰ অচৰ বৃক্ষক মেৰাই ধৰা লতাই চঞ্চল কৰাৰ দৰে নৰেশ্বৰক আলোমণিয়ে নৃত্য-ভঙ্গিৰে পুলকিত কৰিলে; নৰেশ্বৰৰ মন পুনৰ উজ্জ্বল হল—মেঘমুক্ত চন্দ্ৰিমাৰ দৰে।

অলপ ৰৈ ৰৈ তিনিটা চাপৰ মাৰি মাদলৰ ৰব স্তব্ধ হ'ল। বুঢ়া-বুঢ়ী, ডেকা-গাভৰু সকলোৱে হি-হিকৈ হাঁহি বহিল; দুই চাৰিজনে ঘৰৰ ভিতৰলৈ গ'ল—পিঠিত কেচুৱা বন্ধা দুজনী সৰু ছোৱালীয়ে মাদলৰ মাত বন্ধ হোৱা স্বত্বেও কিছু পৰলৈ আগলৈ পিছলৈ ভৰি চলাই নাচিয়েই থাকিল।

নৰেশ্বৰৰ পিঠিৰপৰা হাত আঁতৰাই আলোমণিয়ো ভিতৰ সোমাল; অলপ পিছতে এলুমিনিয়ামৰ ঘটিত মধু ভৰাই আনি পিৰালিত কাঠৰ পীৰাত বহি থকা সুখৰামৰ মুখত ঢালি দিলেহি। ঢক্-ঢক্কৈ পিয়াৰ লগে লগে সুখৰামে মৰমৰ চকুৰে ঘৈণীয়েকলৈ চালে। আলোমণিয়ে ঘটিটো মাটিত থৈ সোঁহাতৰে গিৰিয়েকৰ মুখখন মচি কলে, "কি চাইছ? ইমান বছৰ চাই চাই হেপাহ পলোৱা নাইনে?" তিনিকুৰি পাৰ হৈ যোৱা সুখৰামে সোলামুখ মেলি ঢেক্-ঢেক্কৈ হাঁহিলে। ওচৰতে বহি থকা নৰেশ্বৰলৈ চাই আলোমণিয়ে কলে, "দেখিছ, আমাৰ বুঢ়াৰ এতিয়াও তেজ গৰম। পাৰিলে আজিও তিৰোতাৰ ওপৰত জপিয়ায়।" কথাষাৰ শেষ কৰিয়েই বুঢ়াৰ গাল দুখনত চপৰিয়াই দুই হাতেৰে মূৰটো বুকুৰ ওখ মাংসপিণ্ড দুখণ্ডৰ মাজত

সুমুৱালে। গালে মুখে অজস্ৰ চুমা দি হাত দুখনৰ স্নেহৰ বান্ধটো লাহে লাহে মুকলি কৰি দিলে। মাকৰ বুকুৰপৰা মূৰ তোলা সন্তানৰ দৰে সুখৰামে আলোমণিলৈ চালে। আধা চোবোৱা পিঠাখনৰ আকৃতিৰ জোনৰ পোহৰত গিৰিয়েকৰ মিনতি ভৰা চকু দুটালৈ লক্ষ্য কৰি আলোমণিয়ে সুধিলে, "হেপাহ পলোৱা নাই ?" মাকে সন্তানৰ গালত ঘঁহাৰ দৰে বুঢ়াৰ দুই গালত মৰমত মুখখন ঘঁহি দিলে। বেলি নোহোৱা বতৰতো সূৰ্য্যমুখী ফুল ফুলাৰ দৰে সেই বয়সতো আলোমণিৰ দেহ-মন যৌৱনৰে উদ্ভাসিত হল।

"যাৱনে কি ?" আলোমণিৰ হাতত নিজৰ হাতখন ফুৰাই সুখৰামে সুধিলে।

"হিংসা হৈছে ?" গিৰিয়েকৰ হাতটো লাহে লাহে থপৰিয়াই কলে।

"কেতিয়াবা জানো হিংসা কৰিছোঁ ? তই মোক যি দিছ— সেয়ে মোৰ মহা ভাগ্য। হিংসা কৰি কেলৈ নিজে ডেই পুৰিম— তোকো অসুখী কৰিম ?" বুঢ়াই আলোমণিৰ হাতটো নিজৰ মুখত লগাই দিলে স্নেহৰ উষ্ণতা অনুভৱ কৰিবলৈ।

"বুঢ়াই দেখোন বৰ মৰমৰ কথা কবলৈ শিকিছ ?" সুখৰামৰ মুখত ঘপহকৈ চুমা এটা খাই আলোমণি সাউত কৰে ওচৰৰ মানুহ জুমৰ মাজলৈ আঁতৰি গ'ল।

কাষতে বহি থকা নৰেশ্বৰে বুঢ়া-বুঢ়ীৰ কথা-কাণ্ড কাণ-চকু সজাগ কৰি উৎসুকভাৱে শুনিছিল। বুঢ়া হোৱা সত্বেও এই

মানুহবোৰৰ দেহৰ উদ্দাম উত্তেজনাৰ কথা ভাবি সি তবধ মানিছিল। বতাহ আৰু পোহৰৰ দৰে একমাত্ৰ ভালপোৱাই ইহঁতৰ জীৱন সেউজীয়া কৰি ৰাখিছে। একেথৰে তালৈ চাই থকা দেখি সুখৰামে নিজেই নৰেশ্বৰক ওচৰলৈ আহিবলৈ সংকেত কৰিলে। নৰেশ্বৰ বুঢ়াৰ কাষ চাপিল। সুখৰামে খেক্ কৰে ডিঙিৰপৰা খেকাৰ খিনি উলিয়াই কলে,

"এয়া কি নাচ দেখিছ? এটা নাচ মাৰিয়েই সকলো ভাগৰি পৰিল। আমাৰ যোৱান কালত এটা কৰমৰ নাচ শেষ কৰোঁতে সোঁফালৰ জোন বাওঁ পিনে বাগৰি পৰিছিল।"

আকৌ এবাৰ জিভাৰ আগৰে মুখৰ খেকাৰ খিনি পেলাই কলে, "আজিকালি কুলিয়ে নিজৰ গীত-মাত দেশ-দস্তুৰ সব এৰি অসমীয়া হ'ল।"

মাদলত পুনৰ চাপৰ পৰিল। এটা দুটাকৈ ডেকা-গাভৰু থিয় হল। হাৰিয়াৰ নিছাই মাদলৰ গীতে সুখৰামকো তাৰ অতীত জীৱন উজ্বলাই দিলে। সুখৰামে নৰেশ্বৰক আৰু কাষলৈ আহিবলৈ ইঙ্গিত কৰিলে। নিজৰ জীৱন কাহিনী আনে উৎসাহৰে কাণ দিলে বুঢ়ামানুহে জীৱনৰ সকলো গোপন কথা দ্বিধা সংকোচ নোহোৱাকৈ প্ৰকাশ কৰিবলৈ ইচ্ছা কৰে। নৰেশ্বৰে তাকে শুনিবলৈ বুঢ়াৰ গাত গা লগাই বহিল।

"আলোমণিৰ নাচ দেখিলি?"

নৰেশ্বৰে সমৰ্থনত মূৰ জোকাৰিলে।

"আলোমণিৰ আজি কি নাচ? গোটেই নিশাটো তাই

একেবাহে নাচিব পাৰিছিল। মাদল বজাই বজাই বুধু ভাগৰি পৰে—বুধুৰ দেহা ঘামত জুৰুলি-জুপুৰি হলেও আলোমণিৰ ভাগৰ নাই।' অলপ পৰ বৈ বুঢ়াই পুনৰ কলে, "দুয়োটাৰে বেচ মনৰো মিল হৈছিল। আলোমণিক মই কতবাৰ কৈছিলোঁ —বুধুৰ লগত ঘৰ সংসাৰ পাতিবলৈ। তাই কোনো পধ্যেই ৰাজী নহল। তাই বোলে দেহটোহে বুধুক দিছে—মনটোৰে মোক বান্ধি থৈছে। হয়ো, এদিনলৈকে তাই মোৰ মনত দুখ দিয়া নাই। কলঘৰৰ চিলিঙৰপৰা পৰি কঁকাল ভাঙি কাম কৰিব নোৱাৰাৰ পিছৰ পৰাই তাই মোক কোলাৰ কেচুৱাৰ দৰে খুৱাই পিন্ধাই জীয়াই ৰাখিছে। মই বাৰু কিহৰ জগৰত আপোনপেটীয়া হম? তাইক নিজে যি সুখ দিব নোৱাৰোঁ, সেই সুখ আনৰ পৰা লবলৈ গলে বেজাৰ কিয় পাম? তৃপ্তি যি দিব পাৰে, তিৰোতাই জানো তাৰে সঙ্গ নিবিচাৰিব?"

সুখৰামৰ নিচিনা সাধাৰণ কুলিৰ মুখত এইবোৰ কথা শুনি নৰেশ্বৰ বিস্ময়ত অভিভূত হল। নুবুজিলেও বাপেকৰ গীতা-শাস্ত্ৰ ব্যাখ্যা সি বহুদিন শুনিছিল। কিন্তু মতা-তিৰোতাৰ সম্বন্ধ ব্যাখ্যা কৰা কথা কোনো দিন নৰেশ্বৰে বাপেকৰ মুখত শুনা নাছিল। হিন্দুৰ শাস্ত্ৰ মানুহৰ কথা বাদ দি ৰচনা কৰা; দেৱ-দেৱীৰ কাহিনীৰেই হিন্দুৰ শাস্ত্ৰ ভৰপূৰ—নৰেশ্বৰে মনে মনে চিন্তা কৰিলে। সুখৰামৰ প্ৰত্যেকটো কথাই অন্তৰ ভেদি ওলোৱা মানুহৰ মৰ্ম্মবাণী।

নৰেশ্বৰে মনোযোগেৰেই শুনিলে, মূৰ দুপিয়াই সমৰ্থন

জনোৱাৰ বাহিৰে অন্য উত্তৰ সি বিচাৰি নাপালে। বুঢ়াই ক্ষন্তেক নিস্তব্ধ থাকি আকৌ কলে, "তাইৰ পৰা মাকৰ দৰে যি মৰম পাইছোঁ—সেয়ে মোৰ ভাগ্য। ভোগ কৰিব নোৱাৰা বস্তু বিচাৰি অসন্তোষ কৰিম কিয় ?"

নৰেশ্বৰে শুনিছেনে নাই তালৈ বিশেষ লক্ষ্য নকৰি বুঢ়াই কৈ গ'ল, "গৰুৰ খোজত বোকা হবলৈ মানুহৰ শৰীৰটো জানো ডোবাৰ পানী ? মা-গঙ্গাত স্নান কৰি মানুহ কৰবাত অশুচি হয়নে ?"

সুখৰামে আত্মতৃপ্তিৰ চাহনিৰে নৰেশ্বৰলৈ চালে। বুঢ়াৰ সকলো কথা বুজিবলৈ নৰেশ্বৰৰ বয়স, অভিজ্ঞতা, জ্ঞান একেবাৰেই নাছিল। কেইদিনমানৰ বাগিছাৰ জীৱনে কিছু কথা বুজাওঁ বুজাওঁ কৰে—ঠিক জানিবা কঠিন অঙ্কৰ উত্তৰ উলিওৱাৰ পূৰ্ব্ব অৱস্থা।

প্ৰথম দিনৰপৰা নৰেশ্বৰে উপলব্ধি কৰিছে যে গাৱঁৰ সমাজৰ পৰা লাইনৰ বনুৱাৰ ৰীতি-নীতি সম্পূৰ্ণ বিপৰীত—গাৱঁৰ মানুহৰ দৰে সমাজৰ ভয়ত বাহিৰত স্বামী-স্ত্ৰীৰ সম্বন্ধ দেখুৱাই কুলি তিৰোতাই ভালপোৱাৰ ভাও নোজোৰে ; মিছাক ঢাকিবলৈ গোপন চেষ্টাও নকৰে। অসতী তিৰোতা গাৱঁত নোহোৱা নহয় ; কিন্তু নিজৰ স্বামীৰ সমুখত পৰপুৰুষক ভালপোৱা দেখুৱাবলৈ কেইজনী তিৰোতাই সাহ কৰিব পাৰে ? কেইজন পুৰুষৰেই বা ঈৰ্ষা-দ্বেষ এৰি নিজৰ বিবাহিতা তিৰোতাক সেই তিৰোতাই ভালপোৱা জনৰ হাতত সমৰ্পণ কৰিবলৈ শক্তি

আছে? তিৰোতাৰ ওপৰত সৰ্ব্বস্বত্ব সংৰক্ষণ নীতিৰেই গাৱঁৰ সমাজ চিৰদিন চলি আছে। বাগিছাৰ মানুহবোৰ চলি আছে আদিম মানুহৰ দৰে জীৱনৰ মূল ধৰ্ম্মটোক আশ্ৰয় কৰি। পদে পদে পাপ-পুণ্যৰ বিচাৰ কৰি চলিবলৈ হলে জীৱনৰ মাধুৰ্য্যই মৰহি যাব। সুখ সঙ্গ আনন্দ উৎসৰ লৈয়েতো জীৱন—এইবোৰৰ অস্বীকাৰ কেৱল মূৰ্খতা নহয়—মৃত্যু। আউল লগা সূঁতাৰ জত ভাঙিবলৈ চেৰেকিত লোৱাৰ দৰে নৰেশ্বৰে পাপ-পুণ্যৰ কথা মনত পাগুলি থাকোঁতেই চনিয়াই কৰবাৰ পৰা আহি তাৰ পিঠিত ঢকা এটা মাৰিলেহি। নৰেশ্বৰৰ চিন্তাত ব্যাঘাত পৰিল।

"এই, ইয়াত জুপুকা মাৰি কি কৰিছ? নিছা লাগিছে হবলা?" ওচৰত বহি চনিয়াই শুধিলে।

"মধুৰ নিছা নহয়,—আলোমণিৰ নিছাহে।" অলপ আঁতৰৰ পৰা আদবয়সীয়া এজনীয়ে মাদকতা ভৰা শৰীৰটো হলাই নিজৰ ৰসিকতাৰে খিল্-খিল্‌কৈ হাঁহি মাত দিলে।

"আলোমণিৰ নিছাত মাতাল হলি?" কথাৰ লগে লগে কৌতুকত চনিয়াৰ চকু দুটা আন্ধাৰ নিশা জোনাকী পৰুৱাৰ দৰে তিৰবিৰাই উঠিল।

"ধ্যেৎ কি কথা কৰ!" সুখৰামৰ কাষৰপৰা নৰেশ্বৰে কিছু আঁতৰি আহি কলে; "ডুকুৰীয়া বছৰীয়া তিৰোতা!"

"ডুকুৰী বছৰীয়া হলে কি হব? কুৰি বছৰীয়া গাভৰুতকৈ আলোমণিয়ে বেছি মতলীয়া কৰিব। মুখত খোৱা ধপাতৰ দৰে পুৰণি হলেহে তিৰোতাৰ চোক বেচি; বুজিছ?" ওচৰৰ

তিৰোতা গৰাকীয়ে হাৰিয়াৰ ৰাগীত ঢলি ঢলি উপযাচিয়েই মাতিলে। বুঢ়ীৰ কথাত মন নিদি চনিয়াৰ লগত কথা-বতৰা আৰম্ভ কৰাত তাই হাঁহি হাঁহি আকৌ কলে,—"তোৰ চনিয়াকহে পছন্দ হৈছে? চনিয়াৰে তোৰে ৰঙৰ মিল আছে। ভিন গছৰ ভিন পাত। চনিয়া চাহপাত নহয় নিমপাত। চনিয়াৰ নিছাই তোক তিতা লগাব।" বয়সৰ হেতু বহু তিৰোতাই প্ৰেম কৰিবলৈ অক্ষম; সেই তিৰোতাই প্ৰেমৰ প্ৰসঙ্গ উত্থাপন কৰি সঙ্গম সন্তোষ লাভ কৰিবলৈ বিচাৰে। উপযাচি কথা কোৱা জনী সেই জাতৰ।

"তিতা লগাম নে মিঠা লগাম নৌ খাওঁতেই সি কেনেকৈ বুজিব?" কথাৰ লগে লগে চনিয়াই নৰেশ্বৰক ঠেলামাৰি অকস্মাতে চেউৰীৰ দৰে চেকুৰি অন্তৰ্দ্ধান হ'ল। বনৰীয়া হৰিণীৰ দৰে চনিয়াৰ স্বভাৱ, চলাৰ ভঙ্গীও শৃঙ্খলাশূন্য। তাইৰ ব্যৱহাৰত নৰেশ্বৰৰ খং মুঠিল; ওচৰতে অনাহকতে লেৰলেৰাই থকা তিৰোতাজনীলৈ চাই সি মাথোন হাঁহিলে। সেই হাঁহিৰ আশ্বাসত তিৰোতা গৰাকীয়ে নৰেশ্বৰৰ ওচৰলৈ চুচৰি আহি কলে,—"চনিয়া চাহাবৰ চৰাই; আমাৰ লাইনৰ সজাত তাইক কেনেকৈ সুমুৱাই ৰাখিবি? আজি নহয়, কালিলৈ ভুৰুং কৰে কাৰবাৰ লগত উৰি যাব। পাৰ যদি তোৰে সজাত ভৰাই থ"। ৰাগীৰ মাত্ৰা বুঢ়ীৰ চৰিল; মুখৰপৰা লেলাৰতি বাগৰিছিল; কথাই কথাই হাঁহি মাটিত বাগৰিলে।

পুনৰ মাদলত চাপৰ পৰিল। বুঢ়া-ডেকা এপিনে—বুঢ়ী-

গাভৰু অন্য পিনে তুশাৰী হৈ সমুখা-সমুখিকৈ থিয় হ'ল—যুদ্ধৰ ভঙ্গিমাত। কোনো কোনো ডেকাৰ হাতত ধনু-কাড়; কোনো জনৰ হাতত লাঠি; আনবোৰৰ হাত ধনু ধৰাৰ ভঙ্গিমাত। তুৰ্জ্জন চৰ্দ্দাৰে পাগুৰি মৰা কাপোৰখন কান্ধৰপৰা কঁকাললৈকে নমাই চুকিয়া-চুকিকৈ বান্ধি জাপি নাচৰ কাৰণে সাজু হ'ল। মাদলৰ শব্দৰ লগত মিলাই তিনি জাপ মাৰি তুৰ্জ্জন চৰ্দ্দাৰে বিলম্বিত সুৰত গীতৰ ধুৱা জুৰিলে। মাদলৰ ছেৱে ছেৱে চিকাৰ যাত্ৰাৰ ভঙ্গীত নাচ-গীত আৰম্ভ হল। ভৱিৰ খোজত বনৰীয়া জন্তুৰ পিছে পিছে খেদি যোৱাৰ তাল, হাতত ধনু আৰু বৰ্শা নিক্ষেপণৰ ভঙ্গি, কাৰো কাৰো মুখত ভয়লগা মুখা; নাচৰ লগে লগে কণ্ঠত কণ্ঠ মিলা সমস্বৰৰ গীত ধ্বনিত হল—

গাৰা গাৰাতে লাংদো বিয়ানা বয়ানা ভাই
বিয়ানা বয়না।
লাই লাইতে দোবাদো তিপাৰা
তোপোৰা ভাই
তিপাৰা তোপোৰা।
তেবা তুনিপে লাংদো বিয়ানা
বয়না ভাই
বিয়ানা বয়না।
তেৰা তেৰাঙ্গিপে দোবাদো তিপাৰা
তোপোৰা ভাই
তিপাৰা তোপোৰা।

তেৰা তুঁইকি লাংদো বিয়ানা বয়না ভাই
বিয়ানা বয়না।
তেৰা থগে জান চুতিমা কানাচোৰ ভাই
চুতিমা কানাচোৰ
ভাই চুতিমা কানাচোৰ
তেৰা থোগিজান দোবাদো ছুবামাচেৰম
ৰে ভাই ছুবামাচেৰম ৰে।
তেৰা মাইংকে দেলকা বুকুৰে ভাই
দেলকা বুকুৰে।

মাদলত চাপৰ দ্রুত হোৱাৰ লগে লগে উত্তেজনা বাঢ়িল—তুৰ্জ্জন চৰ্দ্দাৰৰ জাপৰ উচ্চতাও ওখ হ'ল। নৰেশ্বৰে সেই সমদল নৃত্য বিস্ময়ে বিমুগ্ধভাৱে চাই ৰ'ল। হঠাতে পিঠিত কেচুৱা বন্ধা তিৰোতা এগৰাকী নৰেশ্বৰৰ সমুখ হ'ল; নৰেশ্বৰৰ মুখলৈ মুখখন আগবঢ়াই দিয়াত মূৰমুৱে (নাকৰ আঙঠিটোয়ে) নৰেশ্বৰৰ মুখত স্পৰ্শ কৰিলে। ৰূপৰ খাৰুৰে লানী পাতি থকা নাচোনৰ ভঙ্গিত আগবঢ়াই দিয়া হাত দুখনে সাপৰ ফেটৰ দৰেহে যেন খুটিবলৈ আহিল।

"বহি বহি কি চাইছ? তই চাহাবনে বাবু? চিকাৰ কৰিবলৈ ভয় কৰিছ?" কোমল বতাহত মুখৰ চাৰিওপিনে সিঁচৰতি হৈ পৰা চুলিবোৰ আঁতৰাই মাদলৰ চেৱে চেৱে ভৰি চলাই কলে,—"সেইয়া, কি গাইছে, বুজিছ? আমাৰ মানুহ সব চিকাৰলৈ গৈছে। দেখিছে লাং চৰাই (ম'ৰা চৰাই); তাৰ

নেজটো দীঘল আছে। এটা মানুহে কৈছে—যি পিনে বহুত মানুহ আছে, সেই পিনে লাং পলাইছে; মাৰ মাৰ চিঞৰিছে; তীৰ মাৰিছে। পাখিত লাগিল—মানুহে চিঞৰিছে—লাগিলে, লাগিলে। কত পৰিল সুধিছে। বিচাৰি যাওঁতে পাইছে মাটীৰ ঢেলা—তাতে তেজ। তেজৰ চিনে চিনে গৈ পালে চৰাইটো।" কথা খিনি কৈ কিছু ক্ষান্ত হৈ নৰেশ্বৰৰ হাতটো আজুৰিলে, "আহ্ আহ্ মধু খাবি—আমাৰ লগত নাচিবি আহ্।" বাপেকৰ বহুদিনৰ উপদেশ নৰেশ্বৰৰ মনত পৰিল—যাবনলগীয়া ঠাইলৈ গলে মানুহে কষ্ট পায়। কিন্তু এতিয়া সি কৰিব কি? এনেতে ৰাধুৰ মাকে তাইক ঠেলা মাৰি কলে, "এই তুম্‌কী তোৰ বেচি নিছা লাগিছে; ঘৰলৈ যাগৈ। তাক কেলৈ টানিছ?"

"টনা নাই নহয়, ইলি (মধু) খাবলৈহে মাতিছোঁ।" তুম্‌কীয়ে নাচি নাচি গুণ-গুণাই গাই আঁতৰি গল—

এলোৰে দোলাৰে সেতাইতানা
ৰিচি লেকাচিৰেমে আচুলিঙা
ৰিচি গেদাং বোলে তেতেঙ্গাৰো ওমাই
আঙ্গচিবোলে তেতেঙ্গা ওমাই।

[ মতাই সুধিছে, মোৰ ঘৰলৈ যাবি? নেযাওঁ; তোৰ ঘৰলৈ গলেনা কি দিবি! চৰায়ে যেনেকৈ মাইকীজনীক মুখত টোপ খুৱাই দিয়ে—সেই লেখীয়াকৈ তই মোক খুৱাবিনেকি? ]

তুমকী আঁতৰি যোৱাৰ লগে লগে ৰাধুৰ মাকে চুচৰি নৰেশ্বৰৰ কাষ চাপিল; চাৰ্কাচৰ বাঘিনীৰ দৰে চকুত টোপনি। চকুৰ

পতা দুটা জোৰ কৰি মেলি বুঢ়ীয়ে নৰেশ্বৰলৈ চাই অস্পষ্ট সুৰৰে কলে, "তুম্‌কী জনী দুষ্ট নহয়, নিছাহে কৰে বেছি নিছা নকৰি বা খাব কি? কম বয়সতে বিয়া সোমাইছে। বছৰে বছৰে পেটত কেচুৱা—চাহ-গছৰ যেন কুঁহিপাত। বিয়া হোৱাৰ পাচ বছৰত পাচোটা লৰা-ছোৱালী পাইছে। এপাল কুকুৰা পোৱালিক খুৱাব কি? সপ্তাহত যি পাই পাচদিন খাই—বাকী দিন নিছা কৰে।"

নাচ-গীতৰ কোলাহলত বুঢ়ীৰ কিছু কথা কাণত পৰিছে—কিছু নৰেশ্বৰে অনুমানতে বুজিলে। লাহে লাহে মাদল-নাগেৰাৰ দ্ৰুত তাল ধীৰ হল; সৰহ-ভাগেই ভাগৰি পৰি এজন দুজনকৈ নাচৰপৰা আঁতৰি ঠায়ে ঠায়ে পূৰ্ব্বৰ দৰে জুম পাতি বহিলগৈ। নাচৰ স্থলত চাৰি-পাচজন ডেকা-গাভৰুহে মাদলৰ শেষ চাপৰলৈকে হাত ধৰা-ধৰিকৈ নাচি আছে—মুখৰ গীত অৰণ্যে কিছু পৰৰ পৰা নোহোৱা হল। মাদল স্তব্ধ হল; হিৰ-হিৰ-হিৰ কিৰিলি পাৰি চিঞৰি ডেকা-গাভৰু কেইজন চিটিকি পৰিল। লখু নৰেশ্বৰৰ কাষত ধোপোচকৈ পৰিলহি। ভৰি দুখন আগলৈ আগ বঢ়াই পিচ পিনে ধোকাৰ দৰে দিয়া হাত দুখনৰ ওপৰত দেহ-মূৰৰ ভৰটো এৰি দিলে। বাবৰি কটা চুলি কোছাব ওপৰত নিশাৰ স্নিগ্ধ বতাহে ঢৌ খেলিলে। ডিঙিত বন্ধা কলা ডোলশাৰীৰ মাদলিৰপৰা জোনৰ পোহৰৰ টোপালৰ দৰে টপ্‌-টপ্‌কৈ ঘাম বলে। জুকুলি জুপুৰি হোৱা লখুৰ বলিষ্ঠ কান্ধত নৰেশ্বৰে হাতটো থৈ তেলেতীয়া তেলেতীয়া লগাত আঁতৰাই কলে, "তেল তেল লাগিছে।"

"নাচত তেল নোলাই তেজ ওলাব লাগেনেকি ?" বাবৰি চুলিকোছাৰ মাজত আঙুলি কেইটা সুমুৱাই লখুয়ে উত্তৰ দিলে।

"ভাগৰ লাগিছে ? আৰু নাচিবি ?" নৰেশ্বৰে প্ৰশ্ন কৰিলে।

"ধেত্তেৰি, ভাগৰ লাগিবলৈ কিবা বাগিছাত ডবল কোৰ মাৰিলোঁনে ? ভাগৰ মাৰিবলৈহে নাচ।" কপালৰ ঘাম বাওঁ-হাতেৰে মচি সোঁহাতটো নৰেশ্বৰৰ সমুখলৈ আগবঢ়াই দি কলে, "দে দে, চিগাৰেট দে।"

নৰেশ্বৰে জেপৰ পৰা হাতী মাৰ্কা চিগাৰেট এটা উলিয়াই লখুৰ দুই ওঠৰ মাজত সুমুৱাই দিলে ; দিয়াচলাই কাঠীটো মাৰি লগায়ো দিলো। সোঁহাতটোৰে চিগাৰেটটো মুখৰপৰা উলিয়াই লখুয়ে কলে,—"চাহাবৰ চিগাৰেট, গোন্ধতেই গম পাইছোঁ। চাহাবৰ দৰে আৰাম কৰি খাওঁ দে।" চিগাৰেটটো পুনৰ ওঠত লৈ চকু জপাই আৰামত দীঘল হোপা মাৰিলে, সেই স্নিগ্ধ গোন্ধ সৰ্ব্ব অঙ্গত বিয়পাবলৈ নাকেদি এমোকোৰা ধোঁৱা উলিয়াই দিলে।

"এই লখু, নাচ আৰু চলিবনে কি ?"

"আৰে, জাতুৰ আৰু জেৰেঙ্গা নাচেই আৰম্ভ হোৱা নাই— তই এতিয়াই শেষ কৰিবলৈ দিয় ?" অৰ্দ্ধদগ্ধ চিগাৰেটটোৰে আকাশলৈ দেখুৱাই কলে, "সৌটো ওপৰত বাতি দেখিছ—সি মুমুমুৱালৈকে গান চলিব। আমাৰ নাচত পোহৰ দিবলৈহে বুক বংগাই (দেৱতাই) আকাশত জোনটোক ওলমাই থৈছে।" সৰল-বিশ্বাসী লখুয়ে সহজ কথাৰেই কবিতা ৰচনা কৰিলে।

আকৌ ধপ্‌ ধপ্‌ ধপ্‌ মাদলত জাতুৰ নাচৰ চেৱ ধ্বনিত হল। বুঢ়া-বুঢ়ী, ডেকা-গাভৰুয়ে হুৰাহুৰিকৈ নাচোনৰ ঠাইত শাৰী পাতিলেগৈ। ভৰিৰ ওচৰতে বুকুত কেচুৱা বান্ধি কোচমোচ খাই শুই থকা সৰু ছোৱালীজনীক হেচুকি হেচুকি লখুয়ে কলে, "এই জিতেৰী, উঠ উঠ, ঘৰলৈ যাগৈ।" লখু থিয় হ'ল; হাত-খনত আজুৰি নৰেশ্বৰকো থিয় কৰালে।

"আহচোন আহ," লখুৰ নির্দ্দেশত নৰেশ্বৰে তাৰ পিছ ললে। নাচোনৰ চোতাল এৰি চাহ-গছৰ মাজেদি যোৱা সৰু বাটটোয়েদি দুয়ো খোজ ললে। মাজে মাজে চাহ-গছৰ মাজৰ পৰা আহিছে ডেকা-গাভৰুৰ হর্ষোৎফুল্ল খিল্‌ খিল্‌ হাঁহি।

"বুজিছ নৰেশ্বৰ, চাহ-গছে জোনৰ পোহৰত কুঁহিপাত মেলি হাঁহে।" পিছে পিছে অহা বন্ধুলৈ মুখ ঘূৰাই কৈ গ'ল, "হাঁহক দে—ৰাতিটোহে হাঁহিব। পুৱা কলঘৰৰ জুইত পুৰিবলৈ কুঁহিপাত ছিঙ্গিবহিয়েই।"

লখুৰ অর্থব্যঞ্জক কথাত নৰেশ্বৰে একো নামাতি হাঁহিলে মাথোন।

কেইবাটাও চেক্‌চন পাৰ হৈ চাহ-গছৰ সোঁমাজতে ৰখীয়া হৈ থকা কৃষ্ণচূড়া গছ এজোপাৰ পিনে লখু টোৱাই গল; কৃষ্ণচূড়া গছজোপাৰ তলত দূবৈৰ পৰা কালী গোসানীৰ দৰে কলা উজ্জ্বল মূৰ্ত্তি এটি দেখি নৰেশ্বৰ থমকি ৰ'ল; লখুয়ে মন কৰিলে।

"ভয় কৰিছ? সেইজনী ৰাধুহে—মোৰ কাৰণে বৈ আছে।

দুয়ো ওচৰ চাপিল; তলৰ ওঠটো দাঁতেৰে কামুৰি গাভৰু-

জনীয়ে উঠি অহা হাঁহিটো জোৰ কৰি যেন ধৰি ৰাখিছে। অলপ আগতে লখুৰ লগত নচা সেই ছোৱালীজনী। ইতিমধ্যে তাই এইখিনি পালেহি কেনেকৈ ? আচৰিত হৈ নৰেশ্বৰে চাই ৰল। লখুয়ে গছজোপাৰ গুৰিত বহি মাতিলে, “ৰাধু, এইটো কোন চিনি পাইছ ? নৰেশ্বৰ।” দাঁতৰ কামোৰটো জিভাৰপৰা এৰি দি ৰাধুয়ে নৰেশ্বৰলৈ সংকোচৰ চকুৰে চালে। নৰেশ্বৰেও বহু দিনৰ মূৰত লগ পোৱা পুৰণা বন্ধুক চোৱাৰ দৰে আকলুৱা দৃষ্টিৰে ৰাধুৰ মূৰৰপৰা ভৰিলৈকে নিৰীক্ষণ কৰিলে। কৃষ্ণচূড়াৰ ৰঙ্গিয়াল ডালৰ মাজেদি জোনটিয়ে ৰাধুৰ মুখত এফলীয়া হৈ পৰাত আঠুলৈকে ঢকা ৰঙা শাৰীখনৰ মাজত তাইৰ নিটোল দেহটো স্পষ্ট হৈ দেখা গল। চকু, মুখ সৌন্দৰ্য্যৰে নহলেও যৌৱনৰ সৌৰভত পৰিপূৰ্ণ। ডিঙিৰ ৰূপালী হাঁচুলি ( হাৰ ), কান্ধলৈকে ওলমি পৰা তিনডলীয়া ধাৰ ( কাণৰ ফুল ) জোনৰ পোহৰত চিকমিকাই উঠিল।

লখুৰ গাতে গা লগাই বহিল ; নৰেশ্বৰো বহিল। প্ৰথম সংকোচৰ ভাব দূৰ হোৱাত ৰাধুয়ে সুধিলে, “তই নেনাচিলি ?”

“নাচিব নেজানো।”

“ধেৎ, নাচিবলৈ জানিব লাগে ? খোজ কাঢ়িব জানিলেই নাচিব জানিবি—মাত মাতিব শিকিলেই গান গাব পাৰিবি।” তাইৰ মুখৰ হাঁহিৰ শিহৰণে সেউজীয়া চাহ-পাত জগাই তুলিলে।

“তই শিকাই দে”, ৰাধুৰ গাত চিকুট মাৰি লখুয়ে কলে।

"মই কেলৈ শিকাবলৈ যাম? তাক শিকাবলৈ মাইকী আছে নহয়?" কৌতুকৰ হাঁহিয়ে আকৌ শিহৰণ তুলিলে।

"কোন?" বুজা-নুবুজাৰ ভাৱত লখুয়ে সুধিলে।

"তহঁতৰ চনিয়া।" উত্তৰত ঠাট্টাৰ সুৰ।

"গাৱঁৰ ডেকাই বগা ছোৱালীকহে বিচাৰে। বাগিছাত সোমায়ে চনিয়াক তাৰ পছন্দ হৈছে।" আনন্দত বঢ়াই কোৱা দোষৰ নহয় বুলিয়েই ৰাধুয়ে কলে।

"আমাৰ ক'লা চুলিৰ মাজত চনিয়া পকা চুলি।" কিছু ব্যথা, কিছু অনুযোগ লখুৰ কথাত মিহলি।

"সেইহে তাইৰ কুলিৰ ডেকাত মন নবহে। বাগিছাৰ পৰা পলাওঁ পলাওঁ কৰি আছে। নৰেশ্বৰৰ লগতে কেতিয়াবা উধাও হব।" বিদ্রূপ মিহলি চকু দুটিৰে নৰেশ্বৰলৈ ৰাধুয়ে কেৰাহিকৈ চালে।

কথাৰ সুৰ সলনি কৰিবলৈ নৰেশ্বৰে সুধিলে, "বাগিছা এৰিবৰ তহঁতৰ জানো মন নেযায়?"

"কি দুখত বাগিছা এৰিম? আইৰ বুকুৰ পিয়াহ খাই চাহ-গছৰ মাজে মাজে ডাঙৰ হৈছোঁ; চাহ-গছৰ মাজতে সৰুতে উমলিছোঁ; কাম কৰিব পৰা হবৰে পৰা চাহ পুলি ৰুইছোঁ, চিৰিং-কোৰ মাৰিছোঁ, জাৰৰ গুচাই সাৰ দিছোঁ, সেউজীয়া কৰিছোঁ, এতিয়া কুঁহিপাতৰে খচল ভৰাওঁ। মাকে কেচুৱাকহে তোলে—চাহ-গছক আমি বুঢ়ালৈকে আপডাল ধৰোঁ। লৰা-ছোৱালীৰ বয়সৰ দৰে চাহ-গছৰ বয়স গণো। চাহ-গছেই

আমাক সেউজীয়া কৰি ৰাখিছে”……সাধাৰণ কুলি গাভৰুৰ উচ্ছ্বাসৰ কথা কবিতালৈ ৰূপান্তৰিত হ’ল।

ৰাধুয়ে আৰু কিবা কলেহেঁতেন; কিন্তু লখুয়ে তাৰ নাকটোৰে ৰাধুৰ গালত সুৰসুৰাই দিলে; ৰাধুৰ চকুৰ তাৰকাই নাচিলে।

“চুপ্, জোৰকৈ নেহাঁহিবি। চাহপাতে এতিয়াও সাৰ পাই আছে।” ৰাধুৰ মূৰটো নিজৰ গালৈ টানি আনি শুঙ্গি শুঙ্গি পুনৰ কলে, “দেখিছোঁ তোৰ গাৰ ৰংটোয়েই কলত মৰা চাহ-পাতৰ দৰে নহয়; গাৰ গোন্ধটোও একেবাৰে অ-পি (অৰেঞ্জ পিকো)।” কোৱাৰ লগে লগে লখুয়ে ৰাধুৰ আচ্ছাদনহীন বাহুটো চেলেকিলে।

“তোৰ গাটোতেই পানী-চাহৰ সোৱাদ। নৰেশ্বৰ তয়ো চেলেকি চাচোন।”

লখুয়ে তাইৰ দেহটো নিজৰ বুকুৰ মাজলৈ টানি আনিলে। নৰেশ্বৰৰ চকুত গাৱঁৰ নামঘৰত আঁৰি থোৱা কদমতলৰ ৰাধা-কৃষ্ণৰ মনোৰম পটখন ভাহি উঠিল। ডেকা-গাভৰুৰ প্ৰেম সৰ্ব্বতিকাল এনেদৰে সুন্দৰ—ৰাধা-কৃষ্ণৰ যুগল মূৰ্ত্তিৰ সেই ছবি-খনৰ মৰ্ম্ম নৰেশ্বৰে তেতিয়াহে উপলব্ধি কৰিলে। সেই মূহূৰ্ত্ততে সখিয়তি চৰাই এজনীয়ে ‘বউ কথা ক’ বুলি গা জোকাৰিলে। মাকৰ হাতৰ স্নেহৰ পৰশৰ দৰে শীতল বতাহে জৰ-জৰকৈ কৃষ্ণচূড়া ফুলৰ পাহী সিঁচৰতি কৰিলে। সেই অৱস্থাত সেই যুগল মূৰ্ত্তিৰ সম্মুখত সৰহ সময় থকা সমীচীন নহয় বুলি নৰেশ্বৰে তাৰ গাৱঁলীয়া জ্ঞানেৰেই বুজিলে।

“পুৱা সোনকালে উঠিব লাগিব ; মই যাওঁ।” উত্তৰলৈ বাট নেচাই নৰেশ্বৰে চাহ-গছৰ মাজে মাজে উভতিল। কেই-শাৰীমান চাহ-গছ পাৰ হৈ ঘূৰি চালে—গছৰ গুৰিত সৰ্প-সৰ্পিনী এহাল মুৰান্নুৰি খাই পৰি আছে।

## বাৰ

পুৱা বঙলাৰ কাম শেষ হোৱাত মিচেচ মিলাৰে জৰুৰী চিঠি এখন দিবলৈ নৰেশ্বৰক অফিচলৈ পঠিয়ালে। চাহাব অফিচত নাই ; কাম চাবলৈ বাগিছাৰ মাজলৈ ওলাই গ'ল। বৰবাবুয়ে কল-ঘৰৰ পোৱালি মহৰীৰ লগত নৰেশ্বৰক পোন্ধৰ নম্বৰৰ চেক্চনলৈ চাহাবৰ গুৰিলৈ পঠালে—পুৱা সেই চেক্চনতে পাত তোলা হৈছে। পুৱাতে চাহগছৰ মাজলৈ যাবলৈ সুযোগ পোৱাত নৰেশ্বৰৰ অন্তৰ আনন্দত উকলিকৃত হ'ল। বাগিছাৰ অহা দিনাই কোনোবাই তাক বশীকৰণ মন্ত্ৰেৰে সম্মোহিত কৰিলে। মেয়েহে যুৱতী মাটিৰ বুকুত লহপহকৈ বাঢ়ি উঠা শাৰী শাৰী চাহগছৰ কাষ চাপিলেই নৰেশ্বৰ [illegible]ীয়া হয়। পোৱালি মহৰী নৰেশ্বৰতকৈ কেইবছৰ মানৰহে ডাঙৰ হব ; কানি-কাপোৰৰে দেখনিয়াৰ চেহেৰা। গাত চুটি পেণ্ট, হাত-খৰা কামিজ, ভৰিত জোতা। তেল-টেঙ্গা সানি মুখখন টুপটুপীয়াকৈ থৈছে।

“তই হবলা বঙলাত নতুনকৈ সোমাইছ ?” অফিচ ঘৰৰ

খট্‌খটিৰপৰ নামিয়েই পিছে পিছে আহি থকা নৰেশ্বৰক পোৱালি মহৰীয়ে সুধিলে।

"ওঁ।"

"বওলাৰ কাম কৰিব পাৰিছ জানোঁ ?"

"শিকিছোঁ।" সংক্ষেপকৈ নৰেশ্বৰে উত্তৰ দিলে।

"ও, শিকিলে নোৱাৰিবি কেলৈ ? পিছে চাহাব-মেমৰ মন যোগাই কাম কৰা সহজ নহয়।"

পোৱালি মহৰীৰ মন্তব্য নৰেশ্বৰৰ ভাল নেলাগিল ; ক্ষন্তেক নিমাতে আগবঢ়াৰ পিছত সি নিজেই সুধিলে, "তোমাৰনো বাগিছাত সোমোৱাৰ কিমান দিন হ'ল ?"

'মোৰ কথা নুসুধিবি ! কবলৈ গলে বাগিছাতে মোৰ জন্ম ; দদাই কল-ঘৰৰ মহৰী আছিল—সকবে পৰা তেওঁৰ ঘৰলৈ আহ-যাহ কৰোঁতেই কলঘৰৰ কাম শিকিলোঁ।"

"এতিয়া ক'ত কাম কৰা ?"

"যতে দিয়ে ততে কাম কৰোঁ। পাতৰ ওজন লোৱাত কুলিয়ে মোক ঠগাব নোৱাৰে, আজিকালি পাত মৰা কাম চোৱাৰ ভাৰো চাহাবে মোৰ ওপৰত দিয়ে। চাহ মুঠিৰ ৰঙ চায়ে মই কৈ দিব পাৰো—ইঞ্জিনত জুই বেছি নে কম হৈছে। কৈছোঁ নহয় ; অভিমন্যুৰ দৰে আইৰ পেটতে চাহৰ কথা শিকি আহিছোঁ।" নিজৰ কথাই নৰেশ্বৰৰ ওপৰত কি ক্ৰিয়া কৰিছে চাবলৈ পোৱালি মহৰীয়ে কান্ধৰ ওপৰেদি মুখ ঘূৰালে ; নৰেশ্বৰে মাথোন মিচিকিয়ালে।

পোন্ধৰ নম্বৰৰ বাগিছাখণ্ডত পাত তোলা দুয়োজনে দূৰৈৰ পৰাই দেখিলে, মেনেজাৰে হাজিৰা বাবু আৰু চৰ্দ্দাৰৰ লগত কথা পাতি আছে। পোৱালি মহৰীয়ে চাহাবক ভালৰি বোলা-বলৈ নৰেশ্বৰৰ হাতৰপৰা চিঠিখন লৈ লৰালৰিকৈ চাহাবৰ কাষ চাপিল। গুড মৰ্ণিং জনাই অতি সন্তৰ্পণে মেনেজাৰৰ সন্মুখলৈ চিঠিখন আগ বঢ়াই দিলে। চিঠি পঢ়ি মেনেজাৰে হাতৰ টুপিটো মূৰত দিলে; সেই নিৰ্দ্দেশতে দুৰ্জ্জন চৰ্দ্দাৰে ধৰি থকা চাইকেলখন চাহাবৰ হাতত গটাই দিলে। চিগাৰেটটো মুখত জ্বলাই বাওঁ পেডেলত ভৰি দি একে জাপতে চেডেলত উঠি মেনেজাৰে সোঁ-সোঁকৈ চাইকেল দৌৰালে। মেনেজাৰ যোৱাৰ লগে লগে হাজিৰা বাবুয়ে নিৰ্দ্দেশ দিলে, "দুৰ্জ্জন, চাহাবৰ অৰ্ডাৰ শুনিলি নহয়? পোন্ধৰ নম্বৰত পাত তোলা হলে সব মাইকীক তেৰ নম্বৰলৈ লৈ যাবি। তেৰ নম্বৰৰ পাত ডাঙৰ হৈ গল, আজিয়েই নুতুলিলে নহব।"

হাতৰ হাজিৰা বহীখনৰ পাত লুটিয়াই পাত ছিঙ্গি থকা তিৰোতাবোৰলৈ বগলিৰ দৰে ডিঙি মেলি লক্ষ্য কৰি প্ৰশ্ন কৰিলে, "এই, আজি সোহাগী নাই অহা নেকি?"

ওচৰৰ টুকুৰিটোত খচলৰ পাত থবলৈ অহা তিলকমতিয়ে মাত দিলে, "কেনেকৈ আহিব? তাই লৰা পাইছে।"

"লৰা পাইছে? কালি দেখোন তাই হাজিৰা দিছিল!" হাজিৰা বাবুয়ে পেঞ্চিলৰ জোঙা মুখটো দুই পাৰি দাঁতেৰে কামুৰি অবিশ্বাসৰ সুৰত সুধিলে।

"বাগানৰ পৰা গৈয়ে লৰা পাইছে। ঘন্টি দেৰিকৈ বজা-হেঁতেন পাহীৰ মাজতে পোৱালিৰ কান্দোন শুনিলিহেঁতেন।" খচলৰ পাতবোৰ টুকুৰিত উবুৰিয়াই তিলকমতিয়ে উত্তৰ দিলে।

"সোহাগীৰ এইটো কেই নম্বৰৰ? তাই মাহে মাহে পোৱালি পায়নেকি?"

"তোৰ নিচিনা মতা পোৱা হলে কিজানি পালেই-হেঁতেন।" পাহীৰ মাজলৈ উলটি যোৱা তিলকমতিৰ কথা শুনি পাত ছিঙ্গি থকা তিৰোতাবোৰে বগা কলা দাঁত উলিয়াই হাঁহিলে। হাজিৰা বাবুয়ে হঠাৎ গহীন হৈ কলে, "বাৰু আজি ছুটী দিলোঁ, কৈ দিবি।" হাজিৰা বহীত সোহাগীৰ নামৰ বিপৰীতে আঁক এটা মাৰি পাত ছিঙ্গি থকা তিৰোতা শাৰীলৈ মুখ তুলি চাই সুধিলে, "সোহাগী কামত কোন দিন হাজিৰ হব—কব পাৰিবি?"

"কোন দিন আহিব—আমি কেনেকৈ জানিম?" সোলা-মূখীয়া বুঢ়ী জনীয়ে কথাষাৰ কৈ তিলকমতিলৈ চালে।

"তিনদিনৰ মূৰত আহিব", উত্তৰটো দি তিলকমতিয়ে খচ্‌খচ্‌কৈ পাত ছিঙ্গাত লাগিল; তাইৰ লগৰবোৰে এটা শাৰী শেষ কৰি—আগৰ শাৰীত ধৰিলেগৈ।

"তিন দিনতে আহিব পাৰিব?"

"কামলৈ নাহিলে তোৰ চাহাবে এনেয়ে বহি শুই থাকিলে হাজিৰা দিবনে?" দাঁতৰ গুৰিত গুজি লোৱা ধপাতকণ ওঠৰে উলিয়াই জানকীয়ে খঙৰে মাত দিলে।

হাজিৰা বাবু আঁতৰি গৈ অন্য শাৰী তিৰোতাৰ কাষত ৰলগৈ।

শাৰী পাতি পাত তুলি থকা তিৰোতাবোৰলৈ এবাৰ, হাজিৰা বহীৰ পাতলৈ এবাৰ চাই, কোন কোন কামত হাজিৰ হৈছে অনুমানৰ ওপৰতে ঠাৱৰ কৰি সুধিলে, "অসিতা, সুকুমণি, ৰমাবাই অহা নাই। তাহাঁতৰ আজি দেখোন পোঙ্কৰ নম্বৰত কাম আছিল।"

প্ৰত্যেকটো নাম কঢ়াৰ লগে লগে এবাৰ এবাৰ তিৰোতা বোৰলৈ মূৰ তুলি চালে। তিৰোতাবোৰেও নাম শুনাৰ লগে লগে ইজনীয়ে সিজনীৰ মুখলৈ চোৱা-চুই কৰিলে। দূৰৈৰ পৰা বিৰচিয়েই সকলোৰে হৈ মাতিলে, "ৰাতি নাচ কৰি হাৰিয়া খাই আটাই কেইজনী শুই আছে।"

"তই খোৱা নাছিলি হবলা ?" হাজিৰা বহীত গড়-হাজিৰৰ চিন দি হাজিৰা বাবুয়ে কলে ঃ

"মুৰ্গী পোৱালিৰ দৰে পাচটা মুখ ; দিনটো খুটি খাই ফুৰিলেও তাহাঁতৰ পেট নভৰে। ইফালে এসপ্তাহ হল মতাটো কলৈ গল—খবৰ নাই। নিছা কৰিবলৈ পইচা দিব কোনে ?" জোটাই জোটাই সৰু লৰা-ছোৱালীয়ে পুথি পঢ়াৰ দৰে বিৰচিয়ে তাইৰ দুখৰ কথা কলে। খন্তেকলৈ সকলোৰে মুখৰ মাত হৰিল ; চকু-মুখৰ হাঁহি মাৰ গল। খচ্‌খচ্‌ পাত ছিঙ্গা শব্দৰ লগত হাতৰ কাচৰ খাৰুৰ ঝুনুক ঝুনুক শব্দ মাথো মিহলি হল।

বহীখন পেঞ্চিলৰে সৈতে জেপত ভৰাই হাজিৰা বাবু লাহে লাহে বাগিছাৰ অন্য খণ্ডলৈ গ'ল। তেওঁ আঁতৰ হোৱাৰ লগে লগে পোৱালি মহৰী আৰু নৰেশ্বৰ পাত ছিঙ্গি থকা তিৰোতা

শাৰীৰ সমুখা-সমুখি হল। নৰেশ্বৰে কেতিয়াও নেদেখাৰ দৰে কুলি ৰমণীয়ে সমদলত পাত ছিঙ্গাৰ দৃশ্য উপভোগ কৰিছে। চাহ-গছৰ পাহীৰ মাজত শাৰী শাৰীকৈ সোমাই চাহ-গছৰ কুঁহিপাত ছিঙ্গি কোনো জনীয়ে কঁকালৰ ক'লা খচলত (কাপোৰৰ মোনা) ভৰাইছে। পাত তোলা এই বছৰ প্ৰথম আৰম্ভ হৈছে; নমুনা পাতহে তুলিছে। বেছি পাত তোলা নহয় দেখি সৰহ ভাগ তিৰোতাই কঁকালত খচল ওলোমাই লৈছে। গাভৰু কেইজনীয়ে অৱশ্যে বুকুত বেতৰ টুকুৰি ওলমাই নললে পাত তোলাৰ সুখকে নেপায়।

পূজাৰীৰ সশ্ৰদ্ধ দৃষ্টিৰে পাত তোলা তিৰোতাবোৰলৈ একেথৰে চাই থকা দেখি এজনীয়ে চিঞৰিলে, "এই নৰেশ্বৰ চাইছ কি? আহ, আমাৰ লগত পাত তুলিবি।"

পৰিচিত কণ্ঠত নিজৰ নামটো শুনি নৰেশ্বৰে দিশ্ নিৰ্ণয় যন্ত্ৰৰ দৰে ডিঙিটো ঘূৰালে—চনিয়া। নৰেশ্বৰ বিব্ৰত হোৱা দেখি তিৰোতাবোৰে অমাৰ্জ্জিতভাৱে হাঁহিলে। চনিয়াৰ কাষতে পাত তুলি থকা সাবিত্ৰীয়ে চনিয়াক নিজৰ গাৰে ঠেলা মাৰি, "এই জনীয়ে ক'ৰ নৰেশ্বৰ পাইছে" বুলি কৈ খোপাৰপৰা মুকলি হোৱা কিচ্‌কিচীয়া চুলিটাৰি মুখত বহলকৈ মেলি খিল্‌খিলাই অহা হাঁহিটো ঢাকিবলৈ চেষ্টা কৰিলে। সামান্য হাঁহি উঠা কথাৰ প্ৰসঙ্গতে কুলি-ৰমণী বলিয়া হয়। আটাই কেইজনীৰে ওঠত হাঁহিৰ তৰঙ্গ সংক্ৰামিত হল। এবাৰ চনিয়ালৈ, এবাৰ নৰেশ্বৰলৈ, এবাৰ ইজনীয়ে সিজনীলৈ চাই চাই হাঁহিলে। হাঁহি খলকনিৰ মাজতে অলেখ আনন্দৰ কাহিনী উজ্জ্বল হল।

কুলি ৰমণীৰ হাঁহিৰ উত্তাপত নৰেশ্বৰ দেই পুৰি যোৱা দেখি পোৱালি মহৰীয়ে তিৰোতাবোৰলৈ লক্ষ্য কৰি কলে, "এই, ইমান হাঁহিবলৈ তহঁতৰ কি হৈছে ?"

"কি হব ? চনিয়াৰ কথাত হাঁহিছোঁ।" চনিয়াৰ কাষতে থকা সাবিত্ৰীয়ে আকৌ খিল্‌খিলাই উত্তৰ দিলে।

"আমি হাঁহিলে তই হাজিৰা দিবি জানো ?" অন্য এজনীয়ে প্ৰশ্ন কৰিলে।

"হাঁহিত হাজিৰা দিলে, চনিয়ায়ে বেচি হাজিৰা পাব।" সাবিত্ৰীয়ে মাতিলে।

"তহঁতে জনা নাই ? পোৱালি বাবুৰ হিংসা হৈছে।" দসোদাই মাতিলে।

"কিয় ?" চনিয়ালৈ কেৰাহিকৈ চাই সাবিত্ৰীয়ে সুধিলে।

"পোৱালি বাবুক এৰি চনিয়াই নৰেশ্বৰ নে কি তাক ধৰিছে।"

"নৱাবে পাইবি, লগাৱই ৰেতি (নতুন পাইবিত ৰেতি নেমাৰিলে আঙুলিত খাপ নেখায়)।

অশ্লীলতাৰ ব্যঞ্জনা থকা গীতৰ সুৰৰে সাবিত্ৰীয়ে গোৱা কথাষাৰিয়ে ফটকাত হে জুই জ্বলালে। গোপন ৰহস্যত ইজনীয়ে সিজনীৰ গাত ঠেলা মাৰি চাহ-গছৰ ওপৰতে ঢলি ঢলি পৰাৰ অৱস্থা।

বুকুৰে কঁকালে সমান হ'লেও সাবিত্ৰীৰ দেহৰ গঢ় এটা আছে। খাজকটা কলাফুল, বহল তপিনা নোদোকা গোৰোহাই সমগ্ৰ অঙ্গতে যৌৱনৰ চঞ্চলতা ওপোচাই পেলাইছে ; যৌৱনৰ ভুমুকনিত

ক'লা ৰঙৰ চিক্‌মিকনি উজ্জ্বল হৈছে। ৰবাব টেঁঙাৰ দৰে ঘূৰনীয়া মুখখনত নাক ফুলেৰে সৈতে অলপ আগবাঢ়ি উঠা নাকটোৱে চকু আকৰ্ষণ কৰা ৰূপ লৈছে।

ইমান পৰ দুৰ্জ্জন চৰ্দ্দাৰেও চকুৰ কোণেৰে হাঁহি কুলি ৰমণীৰ হাঁহি-তামচাৰ কথা শুনি আছিল। বাগিছাৰ আমনি লগা অবিৰাম পাত ছিঙা কামৰ মাজত দৰদী মনৰ চপলতাই বনুৱা তিৰোতাক সজীৱ কৰি ৰাখিছে—সেই কথা দুৰ্জ্জনে বুজে। শত অভাৱ-অনাটনৰ মাজত জীৱনৰ হাঁহি আনন্দ উপভোগ কৰিবলৈ সমৰ্থ নোহোৱা হলে বনুৱাই জন্মৰ লগে লগেই আত্মহত্যা কৰিলে-হেঁতেন। কিন্তু হাতৰ ক্ষিপ্ৰতাতকৈ মুখৰ হাঁহি অধিক হোৱাত দুৰ্জ্জন চৰ্দ্দাৰৰ সহ্য নহল। চৰ্দ্দাৰে বিচাৰে কামৰ লগে লগে হাঁহি; কাম নেওচি হাঁহি সি নিবিচাৰে। তিৰোতাবোৰক প্ৰকৃতিস্থ কৰিবলৈ দুৰ্জ্জন চৰ্দ্দাৰে পাত ছিঙি এৰি থৈ যোৱা শাৰীৰ পিনে আগবাঢ়ি গৈ কলে, "এই পাহী কোনে ভাঙিছিল?" পাহীৰ চাহ এজোপাৰ ওপৰত মূৰ তুলি থকা অকণমানি ডালটো নিজ আঙুলিৰে মচককৈ ভাঙি ভোৰ-ভোৰালে—"দফে দফে কৈ আছো—পাংখাডাল ভাঙি যাবি; বাত নাই শুনিছে; পাংখাডাল সব এৰি থৈ গৈছে।" দুই চাৰি জোপাৰ এৰি থৈ যোৱা পাংখাডাল নিজেই ভাঙি পুনৰ কলে, "এই, এই, এই পাহীৰ পাত কোনে ছিঙিছিল? আহ আহ; বাৰে বাৰে কৈ আছোঁ ডক পাত উঠাবি, বাজী পাত ফেলাই দিবি, খাৰা পাত ভাঙিবি; তইঁতে নাই শুনিছে।"

দুৰ্জ্জনৰ দুৰ্বাক্যত অন্য পাহীৰ গাত হাত দিয়া কেইজনীয়ে ইজনীয়ে সিজনীৰ মুখলৈ চালে।

"সেই পাহী তই তুলিছিলি? যা, ভাঙি থৈ আহ গৈ।" সাবিত্ৰীয়ে দসোদাক কলে।

দসোদাৰ প্ৰথম কেচুৱা হৈছে; দুই বেলা পেট ভৰাই খাবলৈ নেপালেও কুলি তিৰোতাৰ বুকু ফিন্দ খাই থাকে। খাৱা পাতৰ দৰে পোন হৈ থকা স্তন দুটাৰ এটা বুকুত বন্ধা কেচুৱাটোৰ মুখত গুজি দি দসোদাই এৰি থৈ অহা পাহীত বাজী পাত ভাঙিবলৈ ঘূৰি গল।

দুৰ্জ্জন চৰ্দ্দাৰৰ গম্ভীৰ নিৰ্দ্দেশত হঁহা মুখবোৰ জাপ গল—ৰদৰ তাপত ক্ষন্তেকলৈ ঝিঁয়াৰ দলটো যেন পাখি জপাই নিস্তব্ধ হল। নীলাভ বৰণৰ দুপৰীয়াৰ আকাশ; তাৰ ছাঁ পৰি সেউজীয়া চাহ-গছে মনোৰম ৰূপ লৈছিল। নৰেশ্বৰ গাৱঁৰ লৰা; গাৱঁৰ উচ্ছৃঙ্খল গছ-গছনিৰ মাজত সি ডাঙৰ দীঘল হৈছে। মানুহৰ কাৰিকৰী হাত লাগি সেউজীয়া গছৰ যে এনে শোভা বৃদ্ধি হব পাৰে, তাৰ কল্পনাৰ অতীত আছিল। ৰঙা, বগা, ক'লা সকলো বৰণৰ ভিতৰত সেউজীয়া বৰণত সি চুম্বকৰ আকৰ্ষণ উপলব্ধি কৰিলে। সেউজীয়া সৰ্ব্ব ঋতুৰ বন্ধু; অপৰিবৰ্ত্তনীয় তাৰ বৰ্ণ; কুলি ৰমণীৰ দৰে সকলোৰে লগত সেউজীয়াৰ আত্মীয়তা। সি ভাবিলে, পুৰণি পৃথিবীখনক সেউজীয়ায়ে নবীন শোভাৰে অসামান্য কৰি ৰাখিছে। চাহ-গছৰ সেউজী সৌন্দৰ্য্যত অৱসাদ নাই—আছে সম্মোহন।

"এই নৰেশ্বৰ, বাবু হৈ কি চাইছ? সব বাবু হলে চাহ-পাত ছিঙ্গিব কোনে?" চনিয়াৰ আহ্বানত নৰেশ্বৰে মূৰ তুলি চালে।

পোৱালি মহৰীয়ে নৰেশ্বৰৰ গাত ঘোকোটা মাৰি কলে, "যা, যা, চনিয়াই মাতিছে—তই তাইৰ খচল ভৰাই দেগৈ।"

পোৱালি মহৰীয়ে, চাহপাহীৰ মাজলৈ নৰেশ্বৰক প্ৰায় মৰমেৰে গটিয়াই পঠিয়ালে। জীৱনত কেতিয়াবা অকস্মাত স্বৰ্ণময় মুহূৰ্ত্তৰ উদয় হয়; সেই মুহূৰ্ত্তত মানুহে দ্বিধা লাজ সংকোচ বিনাবিচাৰে ত্যাগ কৰি গৌৰৱ অনুভৱ কৰে। দুখোজমান আগবঢ়াত নৰেশ্বৰৰ শহা মনত সিংহৰ বল সঞ্চাৰিত হল; লাজ দূৰ হ'ল; সাহ বাঢ়িল। সকলো তিৰোতাৰ কৌতূহলী চকুৰ সমুখেদি আগবাঢ়ি সি চনিয়াৰ কাষ ওলালগৈ।

"দে, দে, ছিঙিবলৈ দেখুৱায় দে। আগলৈ আমাৰ ওপৰতে হাজিৰা বাবু হবহি।" সাবিত্ৰীয়ে চনিয়ালৈ চাই কলে।

দূৰৈৰ পৰা পৰিহাসৰে দসোদাই সুধিলে, "পোৱালি মহৰীয়ে তোক চনিয়া এৰিলেনে কি?"

"মন গৈছে যদি পোৱালি মহৰীত তয়ে সোমাগৈ!" চনিয়াৰ স্বৰত কপট খং।

পোৱালি মহৰীয়ে তৃপ্তিত মুখ ঘূৰাই তৰ্ক্কা-তৰ্কিখিনি মুশুনাৰ ভাও জুৰিলে।

"আগেয়ে ফুট মাৰি লবি; ফুটৰ ওপৰৰ ঠাৰিটো পাত দুটা কলিটোৰে ছিঙিবি।" হাতত থকা পাঁচ ইঞ্চীয়া বাঁহৰ শলাডাল পূৰ্ব্বে কলম দিয়া চাহ গছৰ ডালটোৰ ওপৰত থিয় কৰি কেনেকৈ

ফুটৰ জোখ লব লাগে চনিয়াই দেখুৱাই দিলে। নৰেশ্বৰে সেই জোখ পৰা ঠাইতে কলি আৰু পাতৰ সৈতে ঠাৰিটো আঙুলিৰে আজোৰ মাৰি ছিঙিলে।

"ধেৎ, সেই ৰকম ছিঙ্গিলে পাতে দুখ পাব, গছো মৰিব। বুকুৰ পোৱালি চুৰ কৰিলে মাকে নেকান্দিব নে? গছে-পাতে দুখ নোপোৱাকৈ মৰমেৰে ছিঙিবি।'

অন্য এটা ঠাৰিত চনিয়াই ফুট-ডাল থিয় কৰাত নৰেশ্বৰে পুনৰ ছিঙিবলৈ চেষ্টা কৰিলে।

"সব আঙুলি লগাই নাজুৰিবি? বুঢ়া আঙুলিৰ লগত দুটা আঙুলি লৈ টিপা মাৰি মচ্ কৰে ভাঙি দে।" নৰেশ্বৰৰ আঙুলি তিনিটা নিজৰ আঙলিৰে জপাই ধৰি ঠাৰি ডালত লগাই দিলে। চনিয়াৰ আঙুলিৰ স্পৰ্শত নৰেশ্বৰৰ গোটেই দেহত পুলকৰ কদম ফুল ফুলিল; উত্তেজনাত গোটেই শৰীৰ কঁপিল। নৰেশ্বৰৰ নিশব্দ স্পন্দন চনিয়াৰ অন্তৰত বাজিলগৈ। উঠি অহা ওঠৰ হাঁহিটো দাঁতৰে কামুৰি বন্ধ কৰিবলৈ চেষ্টা কৰি অৰ্থপূৰ্ণ চাহনিৰে চনিয়াই নৰেশ্বৰলৈ মূৰ তুলি চালে। ওঠ কামুৰি থকা চনিয়াৰ দাঁত পাৰি কামিনী ফুলৰ দৰে শুভ্ৰই নহয়, সুঘ্ৰাণো—নৰেশ্বৰে অনুভৱ কৰিলে।

পাত ছিঙ্গি থকা পাহীটো শেষ কৰি লগৰ মাইকীবোৰ এজনী এজনীকৈ আগৰ পাহীটোৰ মাজত সোমলগৈ। চনিয়াৰ ভাগৰ গছ কেইজোপাৰ পাত তোলা শেষ হোৱা নাই। সোঁ-বাওঁ দুই পিনৰ গছৰপৰা সমানে দুই হাতেৰে তাই খচ্‌খচ্

পাত তুলিবলৈ লাগিল। নৰেশ্বৰেও এটা এটাকৈ কুঁহিপাত ছিঙি চনিয়াৰ খচলত ভৰালে। দুৰ্জ্জন চৰ্দ্দাৰে দূৰৈৰ পৰা তুয়োটাৰে আলেখ লেখ বুজি চাহাবৰ বঙলাৰ বেহেৰাক চনিয়াৰ কাষৰপৰা খেদাবলৈ বুঢ়া শগুনৰ দৰে খেদি আহি হুকুম দি কলে, “এই চনিয়া, জল্‌দি জল্‌দি কৰিছ—বাজী পাত ফেলাই যোৱা নাই।” বাজীৰ ক'তো প্ৰয়োজন নাই, তিৰোতাই হওক বা চাহ-পাতেই হওক।

চনিয়াৰ গাতে গা ঘঁহাই নৰেশ্বৰৰ চাহপাত তোলাৰ শিক্ষা লোৱা কাৰ্য্যক চৰ্দ্দাৰে ভাল পোৱা নাই বুলি বুজি পোৱালি মহৰীয়ে বিঙিয়ালে, “এই আহ্ আহ্, চাহপাতৰ ৰং গাত লাগিলে পিছত এৰুৱাব নোৱাৰিবি।” মহৰীৰ মুখত ওলাব খুজিছিল, চনিয়াৰ ৰং—চাহপাতৰ নহয়।

কোনো কোনো গছত সময় নৌহওঁতেই ফল ধৰে ; কোনো কোনোৰ নিবিচৰা বস্তু হঠাতে লাভ কৰাৰ সৌভাগ্য ঘটে। নৰেশ্বৰৰ তেনে সৌভাগ্য প্ৰাপ্তিত পোৱালি মহৰীৰ ঈৰ্ষাও হল। বোন্দাই বোন্দাক দেখি মেওঁ মেওঁ চিঞৰাৰ দৰে পোৱালি মহৰীয়ে গা ধেনুভিৰীয়া কৰি আকৌ মাতিলে, “এই, মই যাওঁ ; কলঘৰত পাত জুখিবগৈ লাগিব, তই তাঁহাতৰ লগতে উমলি থাক।” পোৱালি মহৰীয়ে যি বাটে আহিছিল, সেই বাটে খোজ আগবঢ়ালে।

নৰেশ্বৰ চাহ-পাহীৰ মাজৰ পৰা লৰালৰিকৈ ওলাল—প্ৰশ্ন-বোধক চিনৰ দৰে থিয় হৈ থকা দুৰ্জ্জন চৰ্দ্দাৰৰ কাষেদিয়েই।

দুৰ্জ্জনৰ চকুত শাসনৰ কঠোৰ দৃষ্টি। লৰা-লৰিকৈ খোজ লৈ পোৱালি মহৰীৰ কাষ চাপি কলে, "সিদিনা ৰাতি নাচত লগ পোৱা চৰ্দ্দাৰ এইটো নহয় দেও; এইটোৰ সেই দুটা চকু নহয়, কমাৰ শালৰ অঙঠাহে।"

"কাৰ কথা কৈছ? দুৰ্জ্জন চৰ্দ্দাৰৰ? নেজান? সি ভয়ঙ্কৰ মানুহ—মেনেজাৰ চাহাবেও তাক ভয় কৰে!" পোৱালি মহৰীয়ে নৰেশ্বৰলৈ ঘূৰি চাই কলে।

"চাহাবেও ভয় কৰে? বাগিছাত তেন্তে ৰাখিছে কিয়?"

"চাহাববোৰ আমাৰ তোৰ নিচিনা বুৰ্ব্বক নেকি? দুৰ্জ্জনৰ-পৰা কেনেকৈ কাম আদায় কৰিব লাগে—চাহাবহঁতে বুজে। দুৰ্জ্জনৰ দৰে তিনি চাৰিজন চৰ্দ্দাৰ আছে দেখিহে হাজাৰ কুলিক এটা বগা বঙ্গালেই শাসনত ৰাখিব পাৰিছে। দুৰ্জ্জনেই চাহাব কেৰাণীৰ পৰা কুলি ছোৱালীকো ৰক্ষা কৰি আছে।"

"বলিয়া শিয়ালৰ নিচিনা তাৰ চকু দুটা দেখি কোনে ভয় নেখাব?"

"দুৰ্জ্জনৰ চকু পকোৱা দেখি এই বাগিছাতে চাহাবৰ হাতৰ দুই নলীয়া বন্দুক স্খলকি পৰিছিল, জান?"

"কেনেকৈ?" নৰেশ্বৰে বেগাই আহি পোৱালি মহৰীৰ খোজত খোজ মিলাই উৎসুকেৰে সুধিলে।

"আগৰ মেনেজাৰ এটাই কুলি মাইকী এজনীক বঙলাত সুমুৱাইছিল; মানুহজনীৰ গিৰিয়েকৰ মুখে দুৰ্জ্জনে খবৰ পাই হাতত বাঁহৰ টোকোন লৈ অকলেই ৰাতি বঙলা ওলালগৈ।

চকিদাৰ, চাপ্ৰাচি কাকো গণা-গণ নকৰি একেবাৰে বঙলাৰ বাৰাণ্ডাত হাজিৰ। চাপ্ৰাচিৰ লগত চিঞঁৰ-বাখৰ লাগি থাকোঁতেই বন্দুক খাজি চাহাব ওলাই আহিল; দুই নলীয়া তাৰ গালৈ টোৱাওঁতেই হাতৰ টোকোনৰে দুৰ্জ্জনে বন্দুক ওফৰাই পঠিয়ালে। বন্দুকৰ গুলিত অৱশ্যে তাৰ সোঁহাতৰ আঙুলি দুটা উৰি গল। চাহাবে প্ৰাণৰ ভয়ত চৰ্দ্দাৰৰ হাতত খামোচ মাৰি হেণ্ডচেক কৰিলে। নিজেই দৰব-পাতি লগাই বেণ্ডেজ কৰি তিৰোতাজনীৰ সৈতে ঘূৰাই পঠালে। দুৰ্জ্জনে কথাটো মনে মনে ৰাখিবলৈ চেষ্টা কৰিছিল যদিও, তাৰ হাতৰ ছিঙ্গা আঙুলিয়েই কথাটো সদৰী কৰিলে। অপ-মান পাই চাহাব অন্য বাগানলৈ বদলি লৈ গল।”

দুৰ্জ্জন চৰ্দ্দাৰৰ প্ৰতি ওপজা নৰেশ্বৰৰ ঘৃণা সহজতে শ্ৰদ্ধাত পৰিণত হল। কলঘৰৰ ঘণ্টাত এটা এটাকৈ এঘাৰটাৰ কোব পৰিল।

“বহুত বেলি হল। পক উঠিবলৈ মৰাপাত ৰংঘৰত পালেং বান্ধি থোৱা তিনি ঘণ্টা হল। এতিয়া ফায়াৰিঙলৈ আনিব লাগিব।” চাহাবৰ ধম্‌কিৰ ভয়ত পোৱালি মহৰীয়ে নৰেশ্বৰক মাত নলগোৱাকৈয়ে হুৰমুৰকৈ কলঘৰলৈ বেগ দিলে।

## তেৰ

হাতত কাগজপত্ৰ এসোপা লৈ মেনেজাৰৰ কুঠৰীৰপৰা ওলায়ে দুৱাৰ মুখত নৰেশ্বৰক দেখি বৰ কেৰাণীয়ে ভৱিৰ পৰা

মূৰলৈকে নিমিষৰ ভিতৰতে তাক পৰিদৰ্শন কৰি সুধিলে, "চাহাবৰ নতুন বেহেৰাটো হবলা ? কি লাগে ?"

"চাহাব বঙলালৈ যোৱা পলম হব ; মেমচাহাবে চাহ পঠাইছে।"

নৰেশ্বৰৰ হাতৰ বগা কাপোৰৰ টোপোলাটোত চকু থৈ বৰ কেৰাণীয়ে কলে, "এবাতো ; আজি কেচৰ সংখ্যা সৰহ ; নিষ্পত্তি মাৰোতে মাৰোতে আমাৰো মাজৰাতি নহলেগৈয়ে ৰক্ষা। যোৱা সপ্তাহৰ আপত্তি কেতবোৰ শুনিবলৈও বাকী আছে। বাৰু তই ব ; মই চাহাবৰ চাপ্ৰাচিক খবৰ দিওঁ।"

বৰ কেৰাণীয়ে পুনৰ চাহাবৰ কুঠৰীত সোমাই চাপ্ৰাচিক মাতি আনি নৰেশ্বৰৰ লগ লগাই দিলে। চাপ্ৰাচিৰ লগতে নৰেশ্বৰ কুঠৰীত সোমাল ; চাপ্ৰাচিয়ে চাহাবৰ টেবুলৰ কাষৰ কাগজপত্ৰ আঁতৰাই দিয়াত নৰেশ্বৰে টোপোলাটোৰপৰা কাপঠাল জোৰা উলিয়াই সেই ঠাইতে থলে। সৰু ঠাল-খনত কাগজৰে মেৰোৱা বিচকুট-কেকৰ পেকেটটোও থলে ; ফ্লাস্কটোৰপৰা কাপত চাহ ঢালি চাহাবৰ পিছপিনে থিয় দি ৰল। মিলাৰে কাগজত লিখি থকা অৱস্থাতেই বিচকুট এটুকুৰা ভাঙি মুখত দিলে ; চাহৰ কাপটো এবাৰ সোহা মাৰি আকৌ লিখাত লাগিল। হাতৰ কলমটো মেজৰ ওপৰত থৈ কেক এটুকুৰা মুখত দি কাষত থিয় দি থকা চাপ্ৰাচিক হুকুম দিলে, "জামাদাৰবাবু ··।" অসম্পূৰ্ণ আদেশৰ অৰ্থ বুজি চাপ্ৰাচিয়ে জামাদাৰবাবুক খবৰ দিবলৈ গল।

চাহাবে ডিঙিটো চকীত হেলাই দি চাহৰ কাপত দ্বিতীয়বাৰ সোহা দিলে।

জামাদাৰবাবু ইতিমধ্যে চাহাবৰ মেজৰ সমুখত উপস্থিত হলহি। মানুহজন চুটি-চাপৰ, গাৰ বৰণ চাহপাতৰ দৰে; খাকী হাফ্‌পেণ্টৰ ওপৰত বগা কামিজ এটা। লিখি থকা কাগজখন মেনেজাৰে তেওঁলৈ আগবঢ়াই দি কলে, "কালিৰ কাম জাৰি কাগজ; পঢ়িব লাগে।"

জামাদাৰে কাগজখন সন্তর্পণে হাতত ললে; ইংৰাজীত লেখা; তাতে চাহাবৰ অকোৰা-পকোৰা হাতৰ আখৰ। সদায় একে ধৰণৰ লিখা পঢ়াৰ অভ্যাসতহে জামাদাৰে পঢ়িব পাৰিলে।

দেশীয় উচ্চাৰণৰে জামাদাৰে পাঠ কৰিলে—

টিপিং ঃ অল ওমেন ( লাইন এণ্ড ফাল্টু ) চেক্‌চন নম্বৰ নাইটিন, টুৱেণ্টি, টুৱেণ্টি ফোৰ, টুৱেণ্টি ফাইভ, ফর্টি।

চেলিং হো ঃ চাম লেত্‌ৰা ওমেন এট্ নিউ এক্সটেন্‌ছন প্লাণ্টিং।

ট্রেনচ্, প্লাণ্টিং ঃ চেইম এজ ইয়েষ্টাৰ-ডে।

ড্ৰেইন ডিপিং ঃ চেইম এজ ইয়েস্টাৰ-ডে ( লাইন এণ্ড ফাল্টু )।

নিউ ড্ৰেইন ঃ এনগেইজ এজ মেনি মেন এজ বিকোৰাৰ ফৰ ড্রিগিং ড্ৰেইন ইন নিউ লাইন।

নিউলাইন শব্দটো মাতি জামাদাৰে চাহাবলৈ চালে; চাহাবে তললৈ মূৰ কৰি চাহৰ কাপত মুখ দিছিল। জামাদাৰ হঠাতে ৰোৱাত মূৰ তুলি সুধিলে, "নিউ লাইন কৰ নোৱাৰে।"

"নিউ লাইন চাৰ,...... ?" জামাদাৰৰ মুখত চিন্তাৰ ভাব দেখি চাহাৰে ব্যাখ্যা কৰিলে—"জহ্মলি লাইনৰ ওচৰত নতুন চাফা কৰা প্লটত নিউ লাইন বহিব। তাত টুয়েন্টি কুলি লগাই দিব লাগে।"

শিক্ষকৰ সমুখত ছাত্ৰই পাঠ পঢ়াৰ দৰে জামাদাৰে ভয়ে ভয়ে পাঠ কৰিলে—

প্লান্টিং : এনগেইজ ফটি মেন এণ্ড ওমেন ফৰ্ চেড্ টি প্লান্টিং এণ্ড ফৰ মেকিং ঘেৰা ফৰ চেড্টি। পুট চাম ওমেন হোৱেৰ ইন ফিলিং ভেকেঞ্চিচ প্ৰিভিয়াচলি ইন চ'য়িং ক্ৰোটেটবিয়া চিডচ্।

এটা পেৰেগ্ৰাফ পঢ়ি শেষ কৰা—পৰীক্ষাত উত্তীৰ্ণ হোৱা সমান। জামাদাৰে নিশ্বাস সলাই আকৌ পঢ়িলে—

উইডিং : টি প্লাণ্ট নাৰ্চাৰি এণ্ড ইয়ং প্লাণ্টচ। চেইম এজ প্ৰিভিয়াচ ডে!

এক্সটেনচন : পুট চাম ফাণ্টু মেন ফৰ আপৰুটিং স্তাম্পচ্ এণ্ড কাটিং চেড্ টিম্বাৰ।

জোটাবলৈ টান পাই জামাদাৰ ক্ষন্তেক ৰোৱা দেখি মিলাৰে কলে, "গ' অন্।"

"ইফ্ ইট্ ৰেইনচ্ গাৰ্লচ উইল বি এনগেইজড ৰিমুভিং চেৱাল ইন চেক্চন টুয়েলভ, থাৰটিন্।" পাঠ শেষ কৰি কাগজ তুখন তুভাজ কৰি জামাদাৰে সুধিলে, "চেৱাল তুলি লগে লগে দেৱাই লগাই যাবলৈ দিম নেকি চাৰ ?"

"বৰষুণত দাৰাই এৰাই যাব ?"

"কম বৰষুণত নেযাব চাৰ।"

"দিব পাৰে।"

"অলৰাইট চাব, গুড্ মৰ্নিং চাৰ" চালাম জনাই জামাদাৰ কুঠৰীৰ বাহিৰ ওলাল।

মিলাৰে সোহা মাৰি চাহখিনি শেষ কৰিলে। নৰেশ্বৰে ওচৰ চাপি ফ্লাস্কৰ পৰা পুনৰ কাপত চাহ ঢালিবগৈ উপক্ৰম কৰাত চাহাবে হাতেৰে নিষেধ কৰিলে। ৰুমালেৰে মুখ মচি বিচকুটৰ টুকুৰাবোৰ কামিজৰ পৰা জোকাৰি পেলালে। বৰ কেৰাণী আকৌ সোমাই আহিল।

চাৰ, কুলিবোৰে আহি হাল্লা কৰিছে। আজি বহুত কেচ্ শুনিবলৈ আছে।"

"ঠিক আছে। সব কাগজ আনিব লাগে।"

মিলাৰ বাহিৰলৈ ওলাই গ'ল।

কাপ-ঠাল মেজৰপৰা তুলি বগা কাপোৰ খনৰে বান্ধি নৰেশ্বৰো বাহিৰ ওলাল।

অফিচ ঘৰৰ সমুখৰ ঘাঁহনি পথাৰত মতা-মাইকীয়ে চিঞৰি চিঞৰি কথা-বতৰা পাতি বহিছে। মেনেজাৰ চাহাব আহি তেওঁলৈ সজাই থোৱা চকীত বহি সমুখৰ মেজৰ ফাইলটো মেলি পঢ়িবলৈ ললে। থিয়দি থকা কুলিবোৰো বহিল; চিঞৰ-বাখৰ কিছু শাম কাটিল। নৰেশ্বৰে হাতত টোপোলাটো লৈ জুমটোৰ কাষেদি যাওঁতেই চনিয়াই চিঞৰিলে; "এই নৰেশ্বৰ, কলৈ যাব ?

নৰেশ্বৰে মুগুনাৰ ভাও জুৰি আঁতৰি যাব খুজিছিল; চনিয়াই বেগাবেগিকৈ আহি তাৰ হাতত ধৰিলে। নৰেশ্বৰে মিলাবৰ পিনে কেৰাহিকৈ চালে—কিজানিবা চাহাবে দেখিছেই, তলমূৰকৈ চাহাব কাগজ পঢ়াত মগ্ন।

"এই চনিয়া, ইয়াত কি হৈছে?" লাহে লাহে নৰেশ্বৰে সুধিলে।

"আজি বৃহস্পতিবাৰ; মেনেজাৰে কেচ সুধিব। মেনেজাৰৰ বেতৰ কোব কাৰ কাৰ পিঠিত পৰে ঠিক নাই।"

"কিয়?" লগে লগে নৰেশ্বৰৰ বুকুৰ কঁপনি উঠিল।

"অলপ ৰ। নিজেই চকুৰে দেখিবি।"

"চাহাবে দেখে যদি?"

"চাহাবে তোকহে চাই থাকিব? বহ্। সৌ পাগুৰিমৰা চৰ্দ্দাৰৰ পাগুৰিৰপৰা আমাক কোনেও নেদেখে।" নৰেশ্বৰৰ হাতখন টানি চনিয়াই জোৰকৈ বহুৱালে।

"বৰবাবু, প্ৰথম কেচ কাৰ আছে?" ফাইলৰপৰা মূৰ তুলি ওচৰতে থিয়হৈ থকা বৰ কেৰাণীক মিলাৰে সুধিলে।

বৰ কেৰাণীয়ে মেজৰ ফাইলটো নিজৰ হাতত লৈ সমুখত বহি থকা কুলিবোৰলৈ চাই সুধিলে; "দোমাৰি আহিছনে নাই?"

পিছপিনৰপৰা উত্তৰ আহিল, "আহিছোঁ বাবু।" আগৰ শাৰীৰ মানুহবোৰে মূৰ ঘূৰাই দোমাৰিলৈ উৎসুকেৰে চালে।

"দোমাৰিয়ে চাৰ ঔ-টেঙা বাগিছাৰ ছোৱালী এজনী বিয়া

কৰিছে। সেই বাগিছাৰ চাহাবলৈ চিঠি লিখি ছোৱালীজনী তাক আনি দিব লাগে। আমি অফিচৰপৰা চিঠি এখনৰ ড্ৰাফ্‌ট তৈয়াৰ কৰিছোঁ। চাহাবৰ হুকুম হলে পঠাব পাৰোঁ।”

“পঢ়িব লাগে।” বৰ কেৰাণীৰ মুখলৈ মূৰ তুলি চাহাবে নিৰ্দ্দেশ দিলে।

Dear Sir,

"The marriage between Domari (male) of our garden with Kuari (female) of your garden was performed in January last. We have not yet received Transfer Slip for Kuari of your garden. Further, the boy says that the Transfer Slip was already sent to us by your clerk, which is not yet received. The bearer of this *chit* proceeds to your garden with his marriage party to bring the girl here.

I shall be extremely grateful to you, if you send the girl here with a Transfer Slip with her husband Domari and party."

“ঠিক আছে।” মেনেজাৰে মূৰ দুপিয়ালে।

“এই দোমাৰি, তঁহঁত ছোৱালী আনিবলৈ কেতিয়া যাবি ?”

“জেঠ মাহত আনিম।” দোমাৰিয়ে থিয় হৈ খোঁবাৰ ফানৰদৰে কঁপালত পৰা চুলি বাওঁ হাতৰ আঙুলিৰে আজুৰি মাত দিলে।

"ৰবাবু, কৈ দিব দোচোৰা বাগানত নিছা কৰি গণ্ডগোল কৰিলে শাস্তি পাব।"

"শুনিছনে নাই, চাহাবে কৈছে লোকৰ বাগানত হাৰিয়া খাই গণ্ডগোল কৰিলে বেত খাবি।"

"নাই, কিয় গণ্ডগোল কৰিম।" দোমাৰি বহাত ওচৰৰে এজনে দোমাৰিৰ হৈ সেই উত্তৰ দিলে।

"ৰংকৌ, তোলৈ এইটো জাননী দিয়া হৈছিল; শ্ৰীৰংকৌ, জঙ্খলী লাইন।

এই চিঠিৰ দ্বাৰাই তোমাক জাননী দিয়া হৈছে যে তুমি মোৰ অফিচত পৰহিলৈ বৃহস্পতিবাৰে চাৰি বজাত হাজিৰ হবাহি। যেহেতুকে তোমাৰ ওপৰত শ্ৰীকুলবাহাদুৰ জঙ্ঘল চকিদাৰে ৰিপৰ্ট দিছেহি যে তুমি বিনা অনুমতিত ফাল্টু মানুহ লৈ বাগানৰ গ্ৰাণ্টৰ বাঁহ কাটি থকা অৱস্থাত উক্ত চকিদাৰে তোমাক সোধাত তুমি চিঞৰি ধনু মাৰিম বোলা কথা শ্ৰীবিৰছা চৰদাৰ, ৰামসিং মাজি আদিয়ে শুনিছে। এতেকে তুমি বাগানৰ নিয়ম অনুসৰি উক্ত সময়ত পৰহিলৈ হাজিৰ হবাহি, নহলে বাগানৰ নিয়ম পালন নকৰা অপৰাধত দায়ী হবা।"

উশাহ সলাই বৰ কেৰাণীয়ে সুধিলে, "বিৰছা চৰদাৰ, ৰামসিং মাজি আহিছহঁকনে নাই ?"

"আহিছোঁ বাবু", গৰপ কৰে থিয় হৈ দুয়োটাই চালাম ঠুকি একেলগে উত্তৰ দিলে।

"তইঁতে তাক বাঁহ কটা, আৰু কুলবাহাদুৰক ভয় দেখুৱা দেখিছিলি ?"

"দেখিছিলোঁ।"

"ৰংকৌ তোৰ কি কব লগা আছে ক।"

"মোৰ নামত মিছাতে আখেজত চৰ্দ্দাৰে লগাইছে; মই বাঁহ কটা নাই।" উঠো নুঠোকৈ উঠি কথা কেইষাৰ কৈয়ে ৰংকৌ বহি পৰিল।

"ৰংকৌক ওচৰত মাতিব লাগে।" চাহাবে কলে।

"ৰংকৌ, ওচৰলৈ আহ।"

বৰ কেৰাণীয়ে চাহাবৰ নিৰ্দ্দেশ দোহাৰৰ লগে লগে আগন্তুক ভয়ে সকলোকে নিস্তব্ধ কৰিলে। কেইমিনিট মানলৈ কোনো সাৰি-শব্দ নাই; অকস্মাতে ধুম্ ধুম্ শব্দ, ৰংকৌয়ে বহাৰপৰা উঠি লাইনৰ পিনে ভিৰাই লৰ মাৰিলে।

"চৰ্দ্দাৰ, যাইঁক যাইঁক, ধৰি আনগৈ।" বৰ কেৰাণীৰ আদেশত তিনি চাৰিজন চৰ্দ্দাৰে ৰংকৌৰ পিছে পিছে শিশুপাল খেদা দিলে; দুটা চৰ্দ্দাৰে দুই বাহুত ধৰি ৰংকৌক চাহাবৰ আগত হাজিৰ কৰিলে। ওচৰতে সৌকা হাতত লৈ থকা চৰ্দ্দাৰৰপৰা সৌকাডাল লৈ চাহাবে ৰংকৌক তিনি কোব মাৰি এৰি দিলে। ৰংকৌই প্ৰতিশোধৰ চকুৰে তাক ধৰি অনা চৰ্দ্দাৰ কেইটালৈ চাই মুখৰে ভোৰ-ভোৰাই গুছি গল।

"ঘূৰণ তই বাপেৰক মাৰিছিলি ?" বৰ কেৰাণীয়ে পঢ়া-কাগজৰ পৰা চকু তুলি সমুখলৈ চাই প্ৰশ্ন কৰিলে।

"সি হাৰিয়া খাই বলিয়া হৈছিল বাবু; মই তাৰ দোষ এৰি দিছোঁ।" ঘূৰণৰ হৈ বাপেক মনবোধে লবালৰিকৈ উত্তৰ দিলে।

"বুঢ়াক মই তিনি দিনৰ হাজিৰা দিম বুলিছোঁ বাবু।" বাপেকৰ কথা শুনি ঘপহকৈ উঠি ঘুৰণে কলে।

"তহঁত দুই বাপেৰ পুতেৰৰ গোচৰ তেনেহলে নিষ্পত্তি হল।"

"ও," মনবোধেই জঠং-মঠংকৈ উত্তৰ দিলে। সকলোয়ে বুঢ়া মনবোধলৈ চাই গিৰ্জ্জনি মাৰি হাঁহিলে।

"এই লেংৰা, দুখেৰীৰ ছোৱালীক সিদিনা নমুনাপাত তোলোঁতে তই মাৰিছিলি?"

বহাৰ পৰাই উত্তৰ আহিল, "মাৰিছিলোঁ।"

"তই বুঢ়াটোয়ে সৰু ছোৱালী জনীৰ মূৰ ফালি তেজ উলিয়াব পাৰনে?"

"তাই মোক লেংৰা টেংৰা, লেংৰা টেংৰা বুলি জোকালে নেমাৰিম কিয়?"

চনিয়াই মূৰটো যিমান পাৰে সিমান তললৈ নমাই চিঞৰিলে, "লেংৰা, টেংৰা"—অনিৰ্দ্দেশ ঠাইৰপৰা অহা ভেঙুচালি শুনি সকলোয়ে গিৰ্জ্জনি মাৰি হাঁহিলে।

"তোক এতিয়া কি শাস্তি দিম?"

"একো দিব নেলাগে যা; মই দুখেৰীক এদিনৰ হাজিৰা ছুটা মুৰ্গী কণী দিম বুলিছোঁ।"

"দুখেৰী ৰাজী হৈছেনে নাই ?" চকু ঘূৰাই বৰ কেৰাণীয়ে দুখেৰীক বিচাৰিলে।

"মই মিত-মাত কৰিছোঁ বাবু; একে লাইনতে থাকোঁ, দাই-দোষ এৰি মিলি-জুলি থাকিবই লাগিব; তাতে সি লেংৰা মানুহ; তাৰ লগত কি কাজিয়া কৰিম ?" ছোৱালীজনীৰ হাতত ধৰি থিয় হৈ দুখেৰীয়ে কলে।

"তহঁতৰ আপোচ হৈ গল, যা এতিয়া। ঘৰলৈ যা; ইয়াত আৰু হৈ-গোল্লা নকৰিবি।"

লেংবাৰ লগতে ছোৱালী জনীৰ হাতত ধৰি দুখেৰীও উঠি গল।

"এমিকেৰ্লি চেটেল্ড।" সমুখলৈ আগবঢ়াই দিয়া কাগজ খনত লিখা কথাষাবকে মেনেজাৰে মুখৰে দোহাৰিলে।

"তিংৰা বস্তিৰ কালিচৰণ আৰু জোনাকী আহিছনে ? এতোৱাৰ বাপেকৰ লগত তহঁতৰ মকামিলা হলনে নাই ?"

"ক'ত হৈছে বাবু ? আমি যি যি বস্তু ধৰিছোঁ এতোৱাৰ বাপেক মাকে দিব নোখোজে। চাহাবৰ হুকুম পালে আমাৰ ছোৱালীক আজি আমি জোৰকৈ লৈ যাম। লগত আমি মানুহ লৈ আহিছোঁ।" কালিচৰণে চাহাবৰ পিনে হাতজোৰ কৰিলে।

কলঘৰৰ চিমনিৰ দৰে মুখৰ চিগাৰেটৰ ধোঁৱা উলিয়াই মেনেজাৰে অন্যমনস্কভাৱে সুধিলে, "হেইটোক কি লাগে ?"

"চাৰ, আমাৰ বাগিছাৰ এতোৱাই কালিচৰণৰ ছোৱালী

ফুলাওক যোৱা দেওবাৰে হাটৰপৰা ফুচুলাই আনি এতিয়া নিজৰ ঘৰত ৰাখিছে, কালিচৰণে গম পাই দেওবাৰে ৰাতি মানুহ লৈ ঘূৰাই নিবলৈ আহিছিল। তুৰ্জ্জন চৰ্দ্দাৰে হৈ-হাল্লা বন্ধ কৰি তিংৰাবস্তিৰ মানুহবোৰক ওভোতাই পঠালে। কালিচৰণে এতিয়া জীয়েকক এতোৱালৈ বিয়া দিবলৈ ৰাজী হৈছে। পিছে তাক বিয়াৰ ভোজ-ভাতৰ খৰচা লাগে।"

"কিমান লাগে?" মেনেজাৰে বহা আসনৰপৰা কালি-চৰণলৈ ডিঙি মেলি চাই সুধিলে।

"এই চাহাবে সুধিছে নহয়, কি কি লাগে নকৰ কিয়?" বৰ কেৰাণীয়ে প্ৰশ্নটো দোহাৰিলে।

"মইতো কৈছোঁ তুটা খাহী, এমোন চাউল, দহসেৰ দাইল, তুইসেৰ মিঠা তেল, পাচ টিন ধান মধু বনাবলৈ দিব লাগিব।"

"ইমান বস্তু লাগে, তোমাৰ ছোৱালী খুব সুন্দৰ আছে?" চাহাবৰ ৰঙিয়াল প্ৰশ্নত সকলোয়ে ঢেক্-ঢেকাই হাঁহিলে।

"ফুলাও খুব জোৱান আছে, হুজুৰ! তুই হাতৰে পাত তুলিব পাৰে; ডবল-কোৰ মাৰিবও পাৰে।" জীয়েকৰ পটুতাত গৰ্ব্ব অনুভৱ কৰি কালিচৰণে উত্তৰ দিলে।

"এতোৱা, তহঁতে এতিয়া কি কৰিবি? ছোৱালী ৰাখিবিনে ওভোটাই দিবি? বৰ কেৰাণীৰ প্ৰশ্ন।

এতোৱাৰ হৈ" বাপেক অভিৰণেই বহাৰ পৰা মাত দিলে, "ছোৱালী ঘূৰাই দিবলৈ আনিছোঁনে? এতোৱাৰ লগত ঘৰ কৰা

তাইৰ আজি পাচদিন হৈ গ'ল ; গল কাটি দিলেও তাই মাক-বাপেকৰ ঘৰলৈ নেযাওঁ বুলিছে ।"

"নগলে ইয়াতে তুই টুকুৰা কৰি থৈ যাম।" কালিচৰণে খঙৰে কলে।

"হেৰ, তইঁতৰ কাজিয়াখন এৰ ; কি কি দিবলৈ ৰাজী আছ, অভিৰণে স্বীকাৰ কৰ।"

"সিঁহতে বিচৰা সব বস্তু পাব ; কিন্তু খাহী এটাহে দিম, দুটা নেপাব।"

"এৰা আজিকালি দুটা খাহী দিয়া টান।" বৰ কেৰাণীয়ে নিজেই কলে।

"এটা ভাল খাহীয়েই ডাঙৰ ভোজ হৈ যাব ; দুটা খাহীৰ দাম সিহঁতে ক'ত পাব ?" জুমৰ এজনে বৰ কেৰাণীক সমৰ্থন কৰি মাতিলে।—"তেনেহলে এটা খাহীয়েই ঠিক হ'ল।" বৰ কেৰাণীয়ে কেই মিনিটমান কালিচৰণলৈ চাই বল। কালিচৰণৰ ওচৰতে বহি থকা জোনাকীয়ে গিৰিয়েকৰ কাপোৰত আঁজুৰি সকলোৱে শুনাকৈ কলে, "তোমাক ধুতী এটা আৰু মোক শাৰী লাগিব বুলি নোকোৱা কিয় ? ফুলাওয়ে পিন্ধা হাঁচুলিডালো ঘূৰাই দিব লাগিব। এতোৱাই তাইক এডাল নতুন গঢ়াই দিব।"

কালিচৰণে ঘৈণীয়েকে কোৱা কথা খিনিকে বৰ কেৰাণীৰ ফালে চাই কোৱাত বৰ কেৰাণীয়ে অভিৰণক সুধিলে, "এই শুনিছনে নাই, ফুলাওৰ মাকে কি বিচাৰিছে ? ৰাজী আছনে ?"

“মিতিৰ হৈছোঁ। যেতিয়া ছোৱালীৰ মাক-বাপেকক মন যোগাই বস্তু দিবই লাগিব।” সমৰ্থনত অভিৰণৰ সন্তুষ্টিৰ ভাৱ।

“ফিষ্ট কেতিয়া হব ডেট্ ঠিক কৰিব লাগে ? আমি খাবলৈ যাব।”

মেনেজাৰৰ ধেমেলীয়া মন্তব্যত আড়ষ্টভাৱ ক্ষন্তেকলৈ অন্তৰ্দ্ধান হোৱাত সকলোৰে মুখত আকৌ হাঁহি বিৰিঙিল। বৰ কেৰাণীয়ে প্ৰশ্ন নৌ কৰোঁতেই কালিচৰণে উত্তৰ দিলে, “অহা মাহৰ পূবা জোনত ভোজ-ভাত হব হুজুৰ।”

“এতিয়া মিতিৰ হলিহঁক। কাজিয়া কন্দল নকৰি ঘৰলৈ উভতি যাহঁক।”

অভিৰণ, এতোৱা, কালিচৰণ, জোনাকী সকলোৱেই চাহাবৰ পিনে হাতজোৰ কৰি উঠিল। কালিচৰণৰ তিৰোতা জোনাকীৰ মুখত এমোকোৰা হাঁহি।

“এমিকেব্‌লি চেটেল্ড চাৰ।”

কাম জনা ডেকা মাইকী এজনী বাগিছালৈ অহাৰ বাতৰিত সন্তোষ পাই চাহাবে কলে, “বৰবাবু, কৈ দিব লাগে ফিষ্টত আমি পাচ টকা বকচিচ্ দিম।” চাহ-গছৰ দৰে বাগিছাত গাভৰু তিৰোতাৰ প্ৰয়োজন বৰ কেৰাণীয়ে বুজে। বৰবাবুয়ে পুৰস্কাৰ ঘোষণা কৰাৰ লগে লগে জাউৰি জাউৰি চাপৰি পৰিল। যাব খোজা অভিৰণহঁতৰ দলটোয়ে দুয়ো হাত কপালত থৈ পুনৰ চাহাবক কৃতজ্ঞতাৰে চালাম ঠুকিলে।

"থেংকচ্ গড্।" অৱসাদত চাহাবে বাহু দুটা মেলি দি শেষ হোৱা চিগাৰেটটোৰ পৰা আৰু এটা চিগাৰেট জ্বলালে।

"জখৌ এতিয়া তোৰ গোচৰ ক।"

তপিনাটোত লাগি থকা খেৰ-কুটা হাতেৰে জোকাৰি জখৌ উঠিল; গা-গাৰি নাইকিয়া মানুহটো; চুলি জপৰা; জাতি-লাওটোৰ দৰে ঘূৰণীয়া মূৰটো। মুখখনৰ ওপৰত খাচিয়া পাহাৰৰ স্কোয়াচ ফল এটাহে যেন সুৰঙা দুটা কৰি বহুৱাই থোৱা হৈছে; মুখখনতকৈ মানুহটোৰ নাকটোতহে প্ৰথমে চকু পৰে। "চৰ্দ্দাৰে নিজেই দেখোন জানে।" তপিনাত হাত ফুৰাই ফুৰাই জখৌয়ে কলে; জুমটোৰ মানুহে কৌতুহলেৰে জখৌক চালে।

"চৰ্দ্দাৰে জানিলে নহয়; চাহাবক জনাব লাগে।" বৰ কেৰাণীয়ে ভেকাহি মাৰিলে।

"শনিবাৰে বাগানৰপৰা যাওঁতে আমাৰ মতা-মাইকী দুয়োটাকে বিষ্টুয়ে তাৰ ঘৰত পৰ্সাদ খাবলৈ মাতিলে। তাৰ চোতালত বহি পৰ্সাদ লওঁতে বিষ্টুয়ে মোৰ তিৰোতাজনীক ভিতৰলৈ নিবলৈ হাতত ধৰিলে। মোৰ তিৰোতাক কিয় হাতত ধৰিছ বুলি মনা কৰাত চোতালৰ পৰা বাঁহ এচটা লৈ বিষ্টুয়ে মোক মাৰিলে। তাৰ ঘৰৰ ভিতৰৰপৰা কেশৰ ওলাই আহি সিও মাৰ-ধৰ কৰাত মই পলাই আহিলোঁ।"

"ঘৈণীয়েৰক বিষ্টুৰ ঘৰত এৰি থৈ আহিলি? তয়ো দেখিছোঁ বৰ মতা?" বৰ কেৰাণীৰ নাকটো ঘৃণাত এফলীয়া হ'ল।

"কি কৰিম ? মাইকীৰ লগত জানটো দিমনে ?"

"কেশৰ আহিছনে নাই ? ক-চোন ঘটনাটো কি ?" ছুবাৰ-তিনিবাৰ একেটা প্ৰশ্নকে সুধি বৰ কেৰাণীয়ে চাৰওপিনে চকুৰে কেশৰক চলথ কৰিলে। কোনো উত্তৰ নাই।

"কেশৰ কামত আজি হাজিৰ নাই।" দুৰ্জ্জন চৰ্দ্দাৰে জনালে।

"ছাৰ, কেচ্ ইজ্ পেণ্ডিং ফৰ্ ওৱাণ্ট অৱ উইট্‌নেচ্।"

"অলৰাইট, অলৰাইট।" মেনেজাৰে কাগজত মন্তব্য লিখিলে।

"সুখদেৱে বেমাৰ বুলি ছুদিন বাগানত হাজিৰা দিয়া নাই, ছাৰ; বিৰচা চৰ্দ্দাৰে কৈছে সি ঔ-গুৰি বাগিছাত ফালটু খাটিছে।"

"তাকে হাজিৰ কৰিব লাগে।"

চাহাবৰ আদেশৰ লগে লগেই চৰ্দ্দাৰে সুখদেৱৰ হাতত ধৰি আজুৰি চাহাবৰ ওচৰলৈ আনিলে। মেজৰ ওপৰত পৰি থকা সৌকাডাল হাতত লৈ চাহাব চকীৰ পৰা উঠিল; হাতত সৌকা লৈ মেনেজাৰক আগবাঢ়ি অহা দেখিয়েই, "ফাল্টু কাম কৰা নাই হুজুৰ; মাইকীটোৰ বেমাৰৰ দাৱাই আনিবলৈহে গৈছিলোঁ।" বুলি সুখদেৱে আঠুকাঢ়ি চাহাবৰ ভৰিত পৰি কাঁও-কাঁও কৰিলে।

"দাৱাই আমাৰ হচপিটেলত নাই ?" সৌৰপ কৰে কোব লগাই মেনেজাৰে কলে।

"ডাক্তৰে ভাল দাৱাই নিদিয়ে হুজুৰ; সৱ পানী দাৱাই। অসমীয়া বস্তিৰ পৰা দাৱাই আনিবলৈ গৈছিলোঁ হুজুৰ।" সৌকাৰ কোব খাই খাই সুখদেৱে চিঞঁৰিলে।

"আমি আচ্চা দাৱাই দিব। একদম ভাল হৈ যাব।"

কোব খাই পলাব খোজোঁতেই চৰ্দ্দাৰে ধৰি ঘূৰাই আনিলে। দহ-কোব বেত পাই চিঞৰি বাখৰি সুখদেৱ যতে আছিল ততে শুই পৰিল। জেপৰ ৰুমালৰে মূৰৰ ঘাম মচি চাহাব পুনৰ চকীত বহিলহি।

"এই ৰকম কেচ কিমান আছে?" চাহাবে বৰ কেৰাণীৰ মুখলৈ বিৰক্তিৰে চালে। বৰ কেৰাণীয়ে খচাখচ কাগজ লুটিয়াই উত্তৰ দিলে—

"ৰতৌয়ে কলঘৰৰ পৰা চাহপাত চুৰি কৰাত হাতে হাতে ধৰা পৰিছে, ছাৰ।"

"ৰতৌয়ে আগেয়ে চুৰি কৰিছে?"

"হয় ছাৰ, আগেয়ে সি দুবাৰ চুৰি কৰি বেত খাইছিল।"

"ৰতউ আহিব লাগে।"

নিজে আগবাঢ়ি গলে শাস্তি কম হব বুলি ৰতউ চাহাবৰ কাষ চাপিল। চাহাবে আকৌ সৌকাডাল লৈ ৰতৌৰ অৰ্দ্ধনগ্ন দেহত জধে-মধে কোবাবলৈ ধৰিলে। হাত দুখনৰে গাল-মুখ ৰক্ষা কৰিবলৈ চেষ্টা কৰি ৰতৌয়ে কলে, "হুজুৰ মা-বাপ আছে; মাফ কৰিব লাগে; আৰু চুৰি নকৰোঁ।" কথাৰ লগে লগে মাটীত দীঘলদি ভূতৰ ভয়ত সন্তানে মাকৰ বুকুত লুকাবলৈ চেষ্টা কৰাৰ দৰে চাহাবৰ দুই জোতাত আতুৰত আকোৱালি ধৰিলে। জোতাত লগা আলতীয়া বোকা আছাৰ নৰাৰ দৰে ৰতৌৰ হাতৰ বান্ধৰপৰা ভৰি এৰুৱাই চাহাব চকীত বহিলগৈ।

ৰতৌৰ কলা দেহৰপৰা ওলোৱা ৰঙা তেজ দেখি সকলোৱে মুখৰ মাত ক্ষন্তেকলৈ হৰিল।

"বৰবাবু, ৰতৌক মূৰত চাহপাতৰ টুকুৰি দি দুই দিন কলঘৰৰ আগত থিয় কৰাব লাগে।" মেনেজাৰে ৰুমালৰে হাত-মুখ মচি খং মাৰ নিয়াবলৈ চকীত আউজিলে। বৰবাবুয়েও চাহাবক ভাগৰ মাৰিবলৈ সময় দি খন্তেক ৰল। সকলোৰে মুখত ভয়াৰ্ত্ত আবেদন।

"চাহাব, ওলাইছে মা-বাপ ওলাইছে। মা-বাপৰ দৰে চাহগছ ৰুইছে; ডাঙৰ কৰিছে—এতিয়া দুটা চাহপাত নিওঁতেই তাক মাৰে। চাহাব নহয় ডকাইত!" ধোৱাৰ দৰে তপত নিশ্বাসৰে কাণে কাণে কথাষাৰ কোৱাৰ লগে লগে চনিয়াৰ চকুৰপৰা চকু-পানী নিজৰিল। বৰষুণৰ দৰে সমবেদনাৰ সেই চকুৰ পানীতেই বন্দুৱাৰ সমাজখন চিৰ-সেউজীয়া হৈ আছে। সমদুখত নৰেশ্বৰৰো চকু চলচলীয়া হল। সি আতঙ্কত সুধিলে,—"মূৰত চাহ-পাতৰ টুকুৰি কিয় দিব?"

"গোটেই দিনটো বদ-বৰষুণত মূৰত চাহ-পাতৰ টুকুৰি লৈ কলঘৰৰ সন্মুখত থিয়দি থাকিব লাগিব, লৰচৰ কৰিব নোৱাৰে; খাবলৈ যাব নোৱাৰে; চকিদাৰে পহৰাদি থাকিব। সৱ মানুহে তাক চিৰদিনলৈ চোৰ বুলি জানিব। এইটো লাজ-চৰমৰ কথা নহয় নেকি?"

"দুই দিন এইদৰে থাকিলে কষ্ট নহব নে?" নৰেশ্বৰে সুধিলে।

"কষ্ট নহব? লৰচৰ কৰিব নোৱাৰি ভৰি পাথৰ হৈ যাব;

মূৰ ঘূৰি মৰি যাবও পাৰে। বেয়া বুলি ক'ত চাহ-পাত গুদামৰ পৰা দলিয়ায় পেলায়। এমুঠি চাহ-পাত নিয়াৰ দোষত তাতে বেচেৰাক বেতাইছে—আকৌ শাস্তি দিব। লোহাত মামৰে ধৰে; কলা মানুহৰ তেজ-মঙ্গহৰ দেহে কিমান সহ্য কৰিব?” চনিয়াৰ চকু-মুখ খং-বিদ্বেষত সেন্দুৰীয়া হল।

“বিৰিন্দা, তই গিৰিয়েৰৰ লগত নথকাকে ঠিক কৰিছনে কি?” চাহাবৰ আৰামৰ নিশ্বাসলৈ লক্ষ্য কৰি বৰ কেৰাণীয়ে সুধিবলৈ আৰম্ভ কৰিলে।

কাপোৰৰ বান্ধটো টানি পিঠিৰ কেচুৱাটো উজুৱাই থিয় দি বিৰিন্দাই কলে, “তাৰ লগত নেথাকোঁ; সি হাৰিয়া খাব, সদায় মাৰিব। তাৰ মাৰ খাই মই ঘৰ নকৰোঁ।”

“তই কলৈ যাবি?”

“দোচৰা মানুহলৈ যাম, নহলে বোপাইৰ ঘৰলৈ গুচি যাম। নিজে কামাই কৰোঁ; মোৰ কি ভয় আছে?” বিৰিন্দাই পিঠিৰ কেচুৱাটো ওপৰলৈ উজুৱাই বান্ধিলে।

“গিৰিয়েৰে কি কয়? বোন্দা আছেনে নাই?”

“তাইক মই কেলৈ যাবলৈ দিম? তাইৰ পেটত পোৱালি আছে; সেইটো মোৰহে পোৱালি পিছত তাই যি কৰে কৰিব; এতিয়া পেটৰ পোৱালিৰে সৈতে আনলৈ যাবলৈ নিদিওঁ।” ওচৰতে বহি থকা বোন্দাই ঘপহ কৰে উঠি বিৰিন্দালৈ ভিখাৰীৰ দৰে চালে।

“তই মোক নেমাৰ বুলি ক।”

"হুজুৰৰ আগত কাণত ধৰি শপত কৰিছোঁ—তোক নামাৰো।" বোন্দাই দুই হাতৰে নিজৰ কাণত ধৰি বিৰিন্দাৰ হাত দুখনত আজুৰি কলে, "বল, বল ঘৰলৈ বল। মতা তিৰোতাৰ কাজিয়া লাগেই; তাকে চাহাবত জনাবৰ কি দৰ্কাৰ! আহ্, আহ্ বন্ধা-বঢ়া কৰিবলৈ ৰাতি হব।" বৰবাবুৰ ৰায় শুনিবলৈ বাট নেচাই বোন্দা-বিৰিন্দা দুয়োৱে কোবাকুবিকৈ গুচি গল। পোহনীয়া কুকুৰৰ দৰে গোৰ খায়ো বিবাহিতা তিৰোতাই গিৰিহঁতৰ ভৰিত ঘূৰি লেটি লয়।

"বিৰিন্দাৰ কেচ এমিকেবলি চেটেল্ড ছাৰ।"

"বৰবাবু, কেচ্ বন্ধ কৰিব লাগে।" মেনেজাৰ নিৰ্দ্দেশত বিৰক্তি।

"ছাৰ, মোংগ্ৰাৰ কেচ্‌টো যোৱা সপ্তাহৰ পৰা পেন্‌ডিং হৈ আছে। সেইটো বিচাৰ হলেই বন্ধ কৰিম।"

"অ, মোংগ্ৰাৰ মাইকী মোৰ ওচৰত আহি আছে। তাইৰ কি আপত্তি আছে?"

"ছাৰ, যোৱা দেওবাৰৰ আগৰ দেওবাৰে ৰাতি পুৰণি লাইনৰ মোংগ্ৰাৰ মাইকী ফান্দো ঘৰৰ পৰা নাইকিয়া হয়। দুদিনৰ পিছত লাইন চৰ্দ্দাৰে তাইক লগ পায়। ৰূপচিঙৰ লগত গিৰিয়েক-ঘৈণীয়েকৰ দৰে থাকিবলৈ আহিছে বুলি ফান্দোয়ে চৰ্দ্দাৰক জনায়। কিন্তু জাত নিমিলাত ৰূপচিঙে ফান্দোক এতিয়া ৰখাব খোজা নাই; তাৰ জাতৰ মানুহে তাৰ লগত খোৱা-বোৱা কৰিবলৈ আপত্তি কৰিছে, ৰূপচিঙে ফান্দোক ঘূৰাই দিব খোজে।"

"ৰূপচিঙে লগত ৰাখি ঘূৰাই দিলে মোংগ্ৰাই লব?" মেনেজাৰে আৰু কিবা সুধিব খুজি বৈ গৈ আচৰিতভাৱে মাথোন বৰবাবুলৈ চালে।

মেনেজাৰৰ অন্তৰত যে অনেক গভীৰ সমস্যাই অগাডেৰা কৰিছিল সেই কথা বিস্ময়-বিমূঢ় মুখখনেই স্পষ্ট কৰিলে! উদাৰ আৰু বিপ্লৱী মনোভাৱৰ কুলি সমাজখনৰ কথাকে মেনেজাৰে চিন্তা কৰিছিল; শিশুৰ দৰে মানুহক ভাল পোৱাতে কুলিৰ জীৱনী-শক্তি। কুলি নৰনাৰীৰ সহজ জীৱনৰ কথাবোৰ মেনেজাৰে চকু জপাই কল্পনা কৰিবলৈ চেষ্টা কৰিলে। চাহাবৰ চিন্তা-ক্লান্ত মুখৰপৰা চকু আঁতৰাই বৰ কেৰাণীয়ে সুধিলে,— "মোংগ্ৰা, তই কি কৰ? ফান্দোক ঘূৰাই লবি?"

"দায় লগোৱা বাবে ৰূপচিঙে কি দিব?" মোংগ্ৰাই সুধিলে।

"দুই কুৰি টকা দিম আৰু।" ৰূপচিঙে উপযাচি উত্তৰ দিলে।

"দুই কুৰি নহব—আঢ়ৈ কুৰি দিব লাগিব; নহলে তাইক তয়ে ৰাখ্।" মোংগ্ৰাই আপত্তিৰ সুৰত কলে।

"বাৰু লবি—আঢ়ৈ কুৰি।"

"ফান্দোয়েও দহ টকা দিব লাগিব; তাই মোক নোকোৱা-কৈ ঘৰ এৰি গৈছিল কিয়?" ফান্দোৰ হৈ ৰূপচিঙেই উত্তৰ দিলে, "বাৰু, তাইৰ দহ টকাও ময়ে দিম দে।"

বৰবাবুৱে পুনৰ মেনেজাৰলৈ চাই কলে, "মোংগ্ৰাক ৰূপ-চিঙে নিজৰ হৈ পঞ্চাছ টকা আৰু ফান্দোৰ হৈ দহ টকা দিবলৈ ৰাজী হোৱাত মোংগ্ৰাই ফান্দোক ঘূৰাই লব।"

"গুড্ গুড্, ভাল আছে। কিন্তু লাইনত ফান্দোক লৈ গণ্ডগোল হব নোৱাৰিব।"

মেনেজাৰৰ কথাত মোংগ্ৰা আৰু ৰূপচিঙ দুয়োটাই একে-লগে কলে, "হুজুৰৰ আগত শপত খাইছোঁ; গণ্ডগোল হলে শাস্তি দিব।"

"পিছে ফান্দো মোংগ্ৰাৰ ঘৰলৈ যাবি কেতিয়া?"

"নিলে এতিয়াই যাম, মৰম নকৰি মাৰধৰ কৰিলে আকৌ ঘূৰি আহিম।"

"সদাই কি তোক মাৰ-ধৰ কৰেঁ। ? পেটৰ ভোকত খাবলৈ নেপাই হাবিয়া খাই মগজৰ ঠিক নোহোৱা হলেহে মাৰেঁ।।"

"বাৰু, হৈছে যা, যা, তঁহতৰ সব মতাই এক—পেট ভৰাই দুসাজ খাবলৈ দিলেই তিৰোতাক মূৰত তুলি লবি; তাৰে চুলি হেন ইফাল সিফাল হলেই তিৰোতাৰ ওপৰত ঔ-কিল। যা, যা, ঘৈণীয়েৰক এতিয়া লৈ যা; আজি ৰাতি তাই ভালকৈ ৰান্ধি বাঢ়ি খুৱাওক গৈ। ৰূপচিঙে তাৰ নিজৰ আৰু ফান্দোৰ হৈ অফিচত তিনি কুৰি টকা সাত দিনৰ ভিতৰত জমা দিবি।"

"দিম হুজুৰ।" ৰূপচিঙে স্বীকাৰ কৰিলে।

"তহঁত লাইনলৈ যাগৈহঁক; ৰাতি হল। বাকী গোচৰ অহা বাৰলৈ নিষ্পত্তি কৰিম।"

বৰবাবুৰ বক্তব্য শেষ নৌহওঁতেই মিলাৰে দিনটোৰ অৱসাদ দূৰ কৰিবলৈ চিগাৰেট এটা জ্বলাই "গুড্ নাইট" বুলি বঙলাৰ পিনে খোজ আগবঢ়াই চিন্তা কৰি গল, "ঠিকেই তো; বিয়া হল

বুলিয়েই স্বামী-স্ত্ৰী ইজনে-সিজনক তুলা-তৰ্জ্জুৰ ওজনৰে ভাল পাব নোৱাৰে ; ইজনে সিজনৰ ওচৰত সকলো সময়তে বিশ্বাসী হৈ থকাও সম্ভৱ নহয়। বিয়াৰ পিছত পৰাপক্ষত মতাতিৰোতা ইজনে সিজনলৈ চকু মুদি থকাই ভাল ;—চিগাৰেটৰ ধোঁৱাৰ লগত মিলাৰব ভাববোৰো ধোঁৱাবৰণীয়া হল।

বববাবুয়ে মেজৰপৰা কাগজ-পত্ৰ সামৰি ললে, চৰ্দ্দাৰে চকী-মেজ অফিচ ঘৰলৈ কঢ়িয়ালে।

ৰাতিপুৱাই ঘৰৰপৰা ওলাইছে ; চকুৰ তলৰ জুইকুৰাৰ দৰে গোটেই দিনৰ ৰদটো সূৰ্য্যৰ ওপৰতে জ্বলি আছে। গাখীৰচেনি নোহোৱা পানী-চাহ টোপাৰ বাহিৰে পুৱাৰপৰা এই সন্ধিয়ালৈকে খুদকণ এটাও কাৰো পেটত পৰা নাই। চাহাব উঠাৰ লগে লগে মতা-তিৰোতা সকলোৱেই খৰ-খেদাকৈ নিজ নিজ লাইনৰ পিনে বাট ললে, নৰেশ্বৰ চনিয়াও মানুহ লানীৰ পিছ ধৰিলে।

“অকণমান কথাতে ইমান মাৰ-ধৰ খাই বাগিছা এৰি গুচি নেযাই কিয় ?” বেজাৰত বিৱৰ্ণ মুখেৰে নৰেশ্বৰে চনিয়াক সুধিলে।

“তই নেজান ? কুলিয়ে মাক-বাপেক, মতা-তিৰোতা, লৰা-ছোৱালী চব এৰিব পাৰে—এৰিব নোৱাৰে মাথোন চাহ-গছ কেইজোপা।” চনিয়াৰ কথাই কথাই ব্যঙ্গ, ব্যথা, ক্ষোভ-অভিমান মিহলি।

“ৰতউ আজি মৰিব বুলিয়েই ভাবিছিলোঁ ; সি চাগৈ পাটীৰ পৰা গাব বিষত কেইবাদিনলৈকো উঠিব নোৱাৰিব।”

"পাটীত পৰি আৰাম কৰিলে খুৱাব কোনে? কেচুৱা হোৱা তিৰোতাই দুদিন পাটীত পৰি থাকিবলৈ নেপায়—পিঠিত দুকোব সৌকা পৰোঁতেই গাৰ বিষত উঠিব নোৱৰা হব?"

নৰেশ্বৰে বুজিলে এইবোৰ চনিয়াৰ অন্তৰৰ কথা নহয়—বিপৰীত উত্তৰ তাইৰ মজ্জাগত।

দুখৰ কথাৰ আলোচনাত মনস্তাপ বাঢ়ে। অপ্ৰীতিকৰ এই কথোপকথন নৰেশ্বৰে মৌনতাৰে শেষ কৰিবলৈ বিচাৰিলে। কিন্তু আচৰিত—মানুহে দুখ পাতলাবলৈ দুখৰ বিষয়ে আলোচনা কৰিহে আনন্দ পায়।

অলপ পৰ চিন্তাগ্ৰস্ত হৈ চনিয়াই আৰম্ভ কৰিলে, "কুলিৰ ইমান শাস্তি দেখিও পাদুৰিয়ে উপদেশ দিয়ে,—'যি কোনোৱে তোমাক সোঁ গালত চৰ মাৰে, তালৈ বাওঁ গাল পাতি দিবা। কোনোৱে তোমাৰ ওপৰত গোচৰ কৰি তোমাৰ চোলা লব খোজে তালৈ তোমাৰ বৰ কাপোৰখনো দিবা।" পাদুৰিৰ মুখত যি দৰে শুনিছিল সেইদৰে আঁৰ নলগাকৈ ব্যঙ্গভাৱে চনিয়াই আবৃত্তি কৰিলে। নৰেশ্বৰে শুনিছিল উৎকৰ্ণ হৈ—কিন্তু এটা শব্দৰো মৰ্ম্ম তাৰ উপলব্ধি নহল।

"আমি বোলে মানুহৰ পুত্ৰ। মানুহৰ পুত্ৰই সেৱা-শুশ্ৰূষা পাবলৈ নহয়—কৰিবলৈ, আৰু অনেকৰ মুক্তিৰ অৰ্থে আপোন প্ৰাণ দিবলৈ আহিল।" অৰ্থহীন ভাষাত চনিয়াই ভোৰ-ভোৰালে। বন্ধুৱাৰ শাস্তি দেখি খন্তেকলৈ তাইৰ মূৰৰ বিকৃতি ঘটিছে—নৰেশ্বৰে ভাবিলে। কলঘৰ পাৰ হৈয়ে চনিয়াই

নৰেশ্বৰৰ লগ এৰি লাইনৰ বাটেদি অন্ধকাৰত খৰখেদাকৈ গল।

চনিয়া যেতিয়া ৰতৌৰ ঘৰ ওলাল—ঘোৰ আন্ধাৰ। পিঠিত কেচুৱা বান্ধি ৰতৌৰ ঘৈণীয়েকে চোতালত চৰু-হাড়ি ঘঁহিছিল; লগে লগে ভিতৰত পৰি থকা ৰতৌৰ লগত তৰ্কাতৰ্কি জুৰিছে। চোতালত ভৰি দিওঁতে নিদিওঁতেই ঘৈণীয়েকে কোৱা শুনিলে—"বাগান এৰি যাবলৈ কৈয়ে আছোঁ; কি সুখত ইয়াত থাকিম? লোকৰ গচকত যোৱা চাহ-পাতকিটা আনোতেই পিঠি ডৰাডৰ কৰি কোবাইছে!"

"তই কলেই হলনে? যাবি কলৈ? নতুন গিৰমিটৰ বছৰ পূৰ হোৱা নাই। পলাই গলে ধৰাই আনি আকৌ মাৰ-ধৰ নকৰিব? সেই কথা থ'—তই আলোমণিৰ পৰা হাৰিয়া এবাটিকে আনি দে। বিখত মৰিছোঁ।"

"নিছা লগাই পিঠিৰ বিষ কিমান দিনলৈ পাহৰি থাকিবি? বল, দোচোৰা বাগানলৈ পলাই যাওঁ।" বালিৰে ঘঁহি পৰিষ্কাৰ কৰা কেৰাহিটোত পানী ঢালি ঢালি ৰতৌৰ ঘৈণীয়েকে বলকিলে।

"হাৰামজাদী, বাৰে বাৰে একে কথাই কৈ থাকে; মই মৰিছোঁ বিখত—তাই কয় পলাই যাবলৈ।" ৰতৌয়ে ঘৈণীয়েকক উদ্দেশ্য কৰি অজস্ৰ অবাইচ মাত উচ্চাৰণ কৰিলে। মাত-বোল নকৰাকৈ গুৱাল-গালি সহি থকা অভ্যাস কুলি ৰমণীৰ নাই। ঘৈণীয়েকেও উৎকট গালি পাৰিলে। কথাৰ পৰা কুৰুক্ষেত্ৰৰ আশঙ্কা কৰি চনিয়াই লৰা-লৰিকৈ মাত দিলে, "এই, ৰতৌ ক'ত?"

কোণৰ নালত ধৰি কেৰাহিটো হাতত তুলি মুখৰ অশ্লীল কথাষাৰ বন্ধ কৰি কলে, "পিঠিৰ বিখত চিঞৰি আছে।"

"মই মধু আনিছিলোঁ।"

"তাকে আনিবলৈ মোক চিঞৰিছে, দেগৈ যা।"

আন্ধাৰৰ মাজত চনিয়াৰ হাতৰ ঘটিটোলৈ লক্ষ্য কৰি খঙত আৰু হিংসাত জ্বলি উঠা ৰতৌৰ ঘৈণীয়েকৰ চকু-মুখৰ জুইকুৰা নুমাল।

ৰতৌয়ে চনিয়াই মধু অনা বুলি কোৱা কথাষাৰ শুনিছিল; ভিতৰ সোমাওঁতেই তাইৰ হাতৰ ঘটিটো চিলনীয়ে থপিওৱাৰ দৰে থপিয়ালে। ওপৰলৈ মুখ কৰি একে নিমিষতে ঢোক্-ঢোক্কৈ গোটেইখিনি শেষ কৰি ঘটিটো চনিয়াৰ হাতত ঘূৰাই দিলে। চনিয়া ৰতৌৰ ওচৰত মাটিতে বহিল। মৰমে পশুকো বশ কৰে, কঠুৱাক কোমল কৰে, বৈৰীক মিত্ৰ কৰে। ৰতৌয়ে নিজৰ কঁকালৰ খোচনাৰপৰা আধাখোৱা চাধাৰ পাতটো উলিয়াই চনিয়াক চুক এটা ছিঙ্গি দি এটুকুৰা নিজৰ মুখত দিবলৈ হাতত মোহাৰিলে। চাধাকণ মোহাৰি মুখৰ ভিতৰত অকাই-পকাই চনিয়াই কলে, "চাওঁ, তোৰ পিঠিখন।" ৰতৌৰ পিঠিত চনিয়াই হাত মোহাৰিলে; অলপ অলপ তেজ বাগৰি থকা পিঠিখনত গাৰ শাৰীৰ আচলটো লাহে লাহে থপৰিয়াই দিলে। চনিয়াৰ স্নেহৰ প্ৰলেপত বিষ ভালেখিনি উপশম হোৱাত ৰতৌ শান্তিত নীৰব হল। সেই মৌনতাৰ মাজতে পাত্ৰুৰি জোনাথন ৰতৌৰ ঘৰ ওলালহি। ৰতৌৰ ঘৈণীয়েকে

গিৰিয়েকৰ ওচৰত পাদুৰিক বহিবলৈ পুৰণা পেকিং বাকচ এটা আগ বঢ়াই দি বান্ধনী কোঠাৰপৰা কোচিনৰ চাকিটো মজিয়াত থলেহি। পাদুৰি জোনাথনে কেৱল ধৰ্ম্ম প্ৰচাৰেই নকৰে; প্ৰয়োজন অনুসৰি ঔষধ-পাতিৰ ব্যৱস্থাও দিয়ে। নাহৰণি বাগিছাৰ ওচৰতে অনুস্টুপীয়াভাৱে গীৰ্জ্জা এটা গঢ়ি তুলিছে; তাৰ লগতে স্কুল এখনো পাতিছে। মাজে সময়ে জোনাথনে লাইনলৈ আহি কুলিহঁতৰ সুখ-দুখৰ বা-বাতৰি লয়, সুবিধা পালে বাইবেল পঢ়ি শুনায়, খ্ৰস্টান ধৰ্ম্মৰ সহজ সৰল উপদেশ দিয়ে। বাগিছাৰ মতা-তিৰোতাই কিবা যদি ধৰ্ম্ম শিক্ষা—ধৰ্ম্ম শিক্ষা কিয় কোনো শিক্ষা যদি পাইছে—সি জোনাথন আৰু তেওঁৰ গুৰু পাদুৰি এণ্ড্ৰুজ চাহাবৰ অনুগ্ৰহতহে।

ৰতোৰ লাইনতে কেইবাদিনৰে পৰা লৰা এটাৰ অসুখ; বাগিছাৰ ডাক্তৰৰ ঔষধত ভাল নোহোৱাত পাদুৰিক মাতি পঠিয়াইছিল। ৰতোৰ সন্ধিয়াৰ শাস্তিৰ কথা শুনি পাদুৰিয়ে তাৰ খবৰ লবলৈকে আহিল। চনিয়াই ৰতোৰ পিঠিত হাত ফুৰাই থকা দেখি পাদুৰিয়ে নিজে বেগটো মেলি তুলা অলপমান টিনচাৰ বেঞ্জিনৰ বটলটো উলিয়াই কলে, "চনিয়া এই দাৱাইটো তুলাৰে ঘাত লগাই দে।" জোনাথনে চনিয়াক জন্মৰেপৰা চিনি পায়; ভাইৰ বদ্‌মেজাজটো বুজি মৰমো কৰে।

আলফুলকৈ চনিয়াই তুলাত ঔষধ লগাই ৰতোৰ পিঠিত সানি দিলে; পোৰণিত ৰতো উস্‌দ্ৰসাই উঠিল; "চয়তান, দুচ্‌মন, কেতিয়াৱা তাক কোবৰে ঘপিয়াম……।" মেনেজাৰক

উদ্দেশ্য কৰি কোৱা প্ৰত্যেকটো কথা ডবল-কোৰৰ ঘাপৰ দৰে তাৰ মুখৰপৰা ওলাল।

"ৰতৌ, গালি পৰা পাপ···" পাদুৰিয়ে কলে।

"গালি পৰা পাপ? ছালাই মাৰি খুন কৰিবলৈ ভাল হল— মই গালি পৰা পাপ।" তুঁহজুইৰ মাজত লুকাই থকা ক্ৰোধ খুচৰি দিওঁতেই ভমক্ কৰে জ্বলি উঠিল। "পাদুৰি চাহাব, আমাক খ্ৰীস্টান কৰি তোৰ গিৰ্জ্জালৈ লৈ চাকৰি এটা দি পৰিত্ৰাণ কৰ।" পৰিত্ৰাণ শব্দটো সদাই জোনাথনৰ মুখত শুনা।

ৰতৌৰ কথাৰ উত্তৰ নিদি চাকিটোৰ কোমল পোহৰৰ দৰে হাঁহি এটা মাৰি পাদুৰিয়ে বেগৰপৰা ক'লা মলাটৰ গধুৰ শাস্ত্ৰখন উলিয়ালে; শাস্ত্ৰৰ সমুখত ৰতউ সাপৰ দৰে শান্ত হল।

পাদুৰিয়ে ৰতৌৰ যন্ত্ৰণাভৰা মুখখনলৈ চাই স্নেহেৰে কলে, "বুজিছ ৰতউ, দুখ সকলো মানুহৰে আছে; কিন্তু দুখ যিমানেই কষ্টৰ নহওঁক এদিন নহয় এদিন সিও অন্ত হব। এই দুখেই ঈশ্বৰৰ স্বৰ্গৰাজ্যলৈ লৈ যোৱাত আমাক সহায় কৰিব।"

"এস্, ঈশ্বৰৰ কথা সদায় কি কৈ থাক? পুৱাৰপৰা নিশা-লৈকে ঈশ্বৰলৈকে ভয় কৰি হাড়-ভঙ্গা কাম কৰোঁ—ফলত দুবেলা দুসাজ পেট ভৰাই খাবলৈ নেপাওঁ; পাওঁ পিঠি ফাটি যোৱা বেতৰ কোব।' কথাৰ লগে লগে কাণৰ ওচৰত ভোনভোনাই থকা মহটো ৰতৌয়ে দুই হাতেৰে চাপৰ মাৰি মোহাৰি তেজখিনি দীঘলকৈ মেলি দিয়া আঠুত সানি থলে—গাত নতুন তেজ সঞ্চয় কৰিবলৈ।

জোনাথনে গহীনাই বাইবেলৰ ভাষাৰে উত্তৰ দিলে, "ভগৱানৰ পুত্ৰ যিচুয়ে কি শাস্তি পাই গল, তাৰ তুলনাত তুমি আমি কি শাস্তি ভুগিছোঁ?"

"যিচু দেৱতা, তেওঁৰ লগত আমাক কিয় তুলনা কৰিছ? আমাৰ নিচিনা দুখীয়া মানুহে সেই কষ্ট কেনেকৈ সহিম?" দুখৰ দীঘল নিশ্বাস পেলাই বতৌয়ে কলে।

পাতুৰিয়ে তৰ্কাতৰ্কিৰ অন্ত পেলাবলৈ ধৰ্ম্মশাস্ত্ৰৰ পাত মেলিলে; অনুভূতি মিহলি কণ্ঠেৰে পাতুৰিয়ে পঢ়িল—

"ইহুদীসকলে ৰজাৰ ওচৰলৈ যিচুক নি কোবোৱালে; আৰু সেনাবিলাকে কাঁইটেৰে কিৰিটি সাজি তেওঁৰ মূৰত দি বেঙেনা বৰণীয়া কাপোৰ পিন্ধালে; আৰু যিচুৰ ওচৰলৈ গৈ ইহুদি-বিলাকৰ ৰজা বুলি কোৱা মানুহটোৰ জয় হওক বুলি ইতিকিং কৰি তেওঁক চৰ মাৰিলে। ৰজাই ইয়াৰ পিছতে যিচুক এৰি দিব খোজাত ইহুদিবিলাকে মানা কৰিলে। তেওঁক ক্ৰুচ বিদ্ধ কৰাবলৈ জনালে। ৰজাই প্ৰভুক ইহুদিসকলৰ হাতত সোধাই দিলে। সিবিলাকে যিচুক ক্ৰুচ বিদ্ধ কৰিবলৈ মূৰৰ লাওখোলা নামৰ ঠাইলৈ গ'ল। সেই ঠাইতে সিবিলাকে তেওঁক আৰু তেওঁৰ লগৰ আন দুটাক অৰ্থাৎ দুফালে দুটাক আৰু মাজত যিচুক ক্ৰুচত দিলে। যিচুৰ ক্ৰুচৰ ওচৰতে তেওঁৰ মাক্, মাকৰ ভনীয়েক আৰু মগ্দলীনী মৰিয়ম থিয় হৈ আছিল। যিচুয়ে তেতিয়া কলে, 'মোৰ পিয়াহ লাগিছে।' সেই ঠাইতে চিৰিকাৰে পূৰ হোৱা এটা পাত্ৰ আছিল; তাৰে পানী নল এডালেৰে তেওঁৰ মুখত দিয়া হ'ল।

"কিন্তু যিচুৰ শাস্তি সিমানতো শেষ নহল। ইহুদিসকলৰ নির্দ্দেশমতে সেনাইঁতে ক্রুচবিদ্ধ যিচুৰ ঠেঙ্গ ভাঙিবলৈ চেষ্টা কৰিলে। কিন্তু মৃত্যু হোৱা দেখি যিচুৰ ভৰি নেভাঙিলে; বাকী দুজনৰ ঠেং ভাঙিলে। তথাপি সেনাবিলাকৰ এটাই বৰছাৰে খোচমাৰি তেওঁৰ কোষত বিন্ধিলে; তাতে তেতিয়াই তাৰ পৰা তেজ আৰু পানী বাহিৰলৈ ওলাল।"

ক্ষন্তেক ৰৈ পাদুৰিয়ে পুনৰ পাত লুটিয়ালে। অন্তৰ পৰশি যোৱা ধৰ্ম্মশাস্ত্ৰৰ বাণী বিস্ময় নিৰ্ব্বাক হৈ তিনিওজন শ্রোতাই শুনিছিল। পাদুৰিয়ে আৰম্ভ কৰিলে, "যিচুয়ে আমাক কি মহৎ উপদেশ দি গৈছে, সেই কথা যি সকলৰ কাণ আছে শুনক।

"আত্মাৰ দৰিদ্ৰবিলাক ধন্য; কিয়নো স্বৰ্গৰাজ্য সিবিলাকৰ।

"শোক কৰা বিলাক ধন্য,—কিয়নো সিবিলাকে সান্ত্বনা পাব।

"নম্র লোকবিলাক ধন্য, কিয়নো সিবিলাকে দেশখন অধিকাৰ কৰিব।

"ধাৰ্ম্মিকতালৈ ভোগ আৰু পিয়াহ লগা বিলাক ধন্য; কিয়নো সিবিলাক তৃপ্ত হব।

"দয়ালু লোকবিলাক ধন্য; কিয়নো সিবিলাকে দয়া পাব।

"নিৰ্ম্মল চিত্তৰ লোকবিলাক ধন্য; কিয়নো সিবিলাকে ঈশ্বৰৰ দৰ্শন পাব।

"মিলনকাৰী বিলাক ধন্য; কিয়নো সিবিলাকে ঈশ্বৰৰ সন্তান বুলি প্ৰখ্যাত হব।

"ধাৰ্ম্মিকতাৰ কাৰণে তাড়না পোৱা-বিলাক ধন্য; কিয়নো

স্বৰ্গৰাজ্য সিবিলাকৰ।” এই উপদেশ চনিয়াই বহুবাৰ শুনিছে; তথাপি প্ৰত্যেক শাৰী বাক্যত তাই মনোযোগ দিলে; আগলৈ মনত ৰাখিবলৈ পাদুৰিৰ মুখে মুখে আওৰাই গল।

উশাহ সলায় আগতকৈ গভীৰ স্বৰে পাদুৰিয়ে পঢ়িলে—“তোমালোক পৃথিবীৰ লোণ; কিন্তু যদি লোণৰ সোৱাদ গুচিল তেন্তে তাক কিহেৰে লোণা কৰা যাব? সেয়ে তেতিয়াৰ পৰা একো কাৰ্যৰ নহয়, কেৱল বাহিৰলৈ পেলোৱাব, আৰু মানুহৰ গচকাৰ যোগ্যহে হয়। তোমালোক জগতৰ পোহৰ। পৰ্ব্বতৰ ওপৰত থকা নগৰ গুপ্ত হব নোৱাৰে। আৰু মানুহে চাকি লগাই, দোণৰ তলত নথৈ, গছৰ ওপৰতহে থয়; তাতে ঘৰত থকা সকলোৰে পোহৰ দিয়ে; এইৰূপে তোমালোকৰ পোহৰ মানুহৰ আগত প্ৰকাশিত হওক; তাতে সিবিলাকে তোমালোকৰ ভাল কৰ্ম্ম দেখি পিতৃৰ স্তুতি কৰিব।” পুথি জপাই চকু মুদি পাদুৰিয়ে প্ৰাৰ্থনা কৰিলে—

“প্ৰভু যিচু খ্ৰীস্টৰ অনুগ্ৰহ, ঈশ্বৰৰ প্ৰেম, আৰু পবিত্ৰ আত্মাৰ সহভাগিতা আমাৰ সকলোৰে লগত থাকোক, আমেন।”

বাকী তিনজনেও প্ৰাৰ্থনাৰ সুৰত একেলগে ‘আমেন’ উচ্চাৰণ কৰিলে। বেগত কিতাপ আৰু ঔষধৰ বটল ভৰাই পাদুৰি নিশব্দে ওলাই গল। গোটেই পৰিবেশটো পাদুৰিৰ স্নেহ-অকপট কল্যাণ-কামনাই শান্তিময় কৰি গ’ল।

আকাশ কলা ডাৱৰে ছানি পেলাইছিল। বৰষুণৰ আগন্তুক; বাহিৰত অন্ধকাৰ—অনুমানৰ ওপৰতহে বাট চিনিব পাৰি।

পাহুৰিয়ে কাঠীটো মাৰি জেপৰ ঘড়িত সময় সংকেত বিচাৰিলে ; প্ৰায় আঠ বাজে। লাইনৰ কোনো মানুহৰ ঘৰত পোহৰৰ পৰিচয় নাই। অভাৱ অনাটনত জীৱন যাৰ দুৰ্ব্বহ—অন্ধকাৰৰ পৰা আলোককৈ যাবলৈ কেৰাচিন তেলত তেওঁলোকে অপব্যয় কৰিব কিয় ?

লাইনত প্ৰায় কুৰিটামান সৰু সৰু টিনপাতৰ ঘৰ ; কোনো কোনো ঘৰৰ আওলাৰ টিনপাত মাটী চোওঁ চোওঁ হৈ বেৰ আৰু খিৰিকিৰ সুকীয়া প্ৰয়োজন নোহোৱা কৰিছে। বাগিছাৰ বনুৱাক চাৰিওপিনে সিঁচৰতি কৰি বেলেগ বেলেগ লাইনত বহুৱা হৈছে। উদ্দেশ্য সকলোৱে গোট খাই যাতে মালিকৰ বিপক্ষে ষড়যন্ত্ৰ কৰিব নোৱাৰে ; বেলেগে বেলেগে থাকিলেই খিয়লা-খিয়লি, অৰিয়া-অৰি; এয়ে শাসনৰ বিভেদ নীতি—চাহবাগিছা আৰু চৰকাৰ উভয়ৰে।

ৰতৌৰ জপনাৰ মুখ পাৰ হৈছেহে মাথোন—কোনোবাই মতা শুনিলে "পাহুৰি" !

"অসিতা ?" মাততে চিনি পাই পাহুৰিয়ে সুধিলে, "তোৰ ছোৱালীৰ ভাল হৈছে ?"

"ভাল হলে কি হব ? খাবলৈ নাই ; তাক পঠাইছোঁ দোকানৰপৰা ধাৰলৈ চাউল আনিবলৈ। দিয়ে কি নিদিয়ে ! আগৰ সপ্তাহৰ ধাৰো মাৰিব নোৱাৰিলোঁ—ছোৱালীৰ বেমাৰতে সপ্তাহৰ খোৰাকি আদায় হল।" দীঘল নিশ্বাস টানি অসিতাই কলে, "দোকানীয়ে নিদিলে চাগৈ ! কাৰবাৰ ঘৰতহে বিচাৰিছে ; সি যোৱাৰ পিছত দুই ঘন্টি পৰিল।"

পাতুৰিয়ে জেপ খপিয়াই হাতত যি পৰিল তাকে আগবাঢ়ি উমানে উমানে অসিতাৰ হাতত দিলেগৈ।

"তইতো সদায় দি থাক; আমি শোধ দিম কেনেকৈ?" লওঁ নলওঁকৈ হাতৰ মুঠিটো টান কৰিলে, কেনেবাকৈ আন্ধাৰত পইচা কেইটা হেবায় বুলি।

"যেতিয়াই পাৰ দিবি।" উত্তৰৰ প্ৰত্যাশা নকৰি পাতুৰি আগবাঢ়িল।

নগ্ন অৰ্দ্ধনগ্ন ল'ৰা-ছোৱালী কেইটামানে মাজ-বাটতে ধেমালি কৰি আছিল; উৰি-ফুৰা গুবৰুৱা ধৰি পাখি ছিঙ্গি কিৰিলি পাৰি জপিয়াইছে; কষ্টত গুবৰুৱাই চি-চিঞঁৰিছে। পাতুৰিৰ লগত মতা-তিৰোতা, লৰা-বুঢ়া সকলোৰে পৰিচয়; বহু ল'ৰা-ছোৱালীক পাতুৰিয়ে নাম কাঢ়িয়েই মাতে। নাম ধৰি মাতিলে বন্ধুত্ব অন্তৰঙ্গ হয়—পাতুৰিয়ে জানে। লাইনৰ মানুহেও ভৰিৰ খোজৰ শব্দ, গল খেকাৰি আনকি ছাঁটোতে পাতুৰিক চিনি পায়। ল'ৰা-ছোৱালীহঁতে অন্ধকাৰতে পাতুৰিৰ চেহেৰাটো ধৰিব পাৰি তেওঁক বেৰি ধৰিলে। পাতুৰিয়ে কোনোবাটোৰ মূৰত হাত থলে, কোনোটোক গালত, কোনোটোক পিঠিত চপৰিয়ালে। মিঠাইগুটি মুখত পৰাৰ দৰে পাতুৰিৰ স্পৰ্শত গোটেইজাক আনন্দত উৎফুলিকৃত হল।

"এইটো উমি নহয় নে?" নিজৰ মূৰটো তললৈ দোঁৱাই আন্ধাৰতে আকৃতিটো অনুমান কৰি সুধিলে। বাকীবোৰ ল'ৰা-ছোৱালীয়ে একে লগে 'হয়, হয়' বুলি চিঞঁৰিলে।

“উমি, এই কেইদিন স্কুললৈ কিয় যোৱা নাই ?”

“ঘৰত সৰু ছোৱালীজনী ৰাখিছোঁ।” উমিয়ে লাহে লাহে কলে।

“বেচ্ বেচ্ ঘৰতো কাম কৰিব লাগে, স্কুলতো যাব লাগে।” লবাহঁতক পিঠিত চপৰিয়াই পাদুৰি আগ বাঢ়িল। • লবাহঁতক এৰাই দুখোজ গৈছেহে মাথোন, কেইবাটাও কঙ্কালে পাদুৰিক আগভেটি ধৰিলে। পাদুৰি নীৰৱ দেখি এজনে মাতিলে, “পাদুৰি, আমি ভোলৈকে খপি আছোঁ।”

থমকি পাদুৰিয়ে মানুহ কেইজনৰ মুখলৈ চাই কলে, “কিয় ?”

“আমাক তই শাস্ত্ৰ শুনাবি।”

“বহুত ৰাতি হ’ল। তহঁতৰো চাগে ভাগৰ ধৰিছে।” কথাষাৰ কৈ কি কৰিব কি নকৰিব পাদুৰিয়ে চিন্তা কৰিলে। জোনাথনৰ মনত পৰিল শাস্ত্ৰৰ বচন এফাঁকিলৈ, ‘মানুহৰ পুত্ৰই সেৱা শুশ্ৰূষা পাবলৈ নহয়—কৰিবলৈ আৰু অনেকৰ মুক্তিৰ অৰ্থে প্ৰাণ দিবলৈ।”

“আমাৰো আকৌ ভাগৰ ! দিনটো কোৰ মাৰোঁ, ৰাতিটো গাহৰি পৰা দি পৰি থাকোঁ। হাৰিয়া খাই নাচ কৰোঁ।” এজনে উত্তৰ দিলে।

“তই আহি কেতিয়াবা আমাক দুটা ভাল কথা শিকাব, পাপ নকৰিবলৈ কব। নহলে কুলিৰ ওচৰলৈ কোননো আহে, তাহাঁতৰ সুখ-দুখৰ কাহিনী শুনিবলৈ ? তাহাঁতক দুই-চাৰিটা ভাল কথা শিকাবলৈ ? হাৰিয়া খাই সেই কাৰণেই চব পাহৰিব খোজোঁ।”

মানুহজনৰ এই ব্যথাভৰা উক্তিত পাত্নৰিৰ মুখ আন্ধাৰতকৈও গহীন হ'ল ।

প্ৰত্যুত্তৰ নিদি পাত্নৰি কাষৰ ঘৰৰ চোতালত থিয় হ'লগৈ। মানুহবোৰ তেওঁৰ পিছে পিছে গ'ল। ঘৰৰ গিৰিহঁতে লৰা-লৰিকৈ পাত্নৰিক ভঙা পেকিং বাকচ এটা আনি বহিবলৈ দিলে। বেগটো কাষতে থৈ, পাত্নৰি বহিল। চাওঁতে চাওঁতে কেইবা গৰাকী মতা তিৰোতাই পাত্নৰিক অৰ্দ্ধচন্দ্ৰাকৃতিত বেৰি ল'লে। এজনে লেম্প এটা আনি কাষতে ডাণ্ডি ধৰিলে।

আদিম মানবৰ দৰে সহজ প্ৰকৃতিৰ এই মানুহবোৰৰ পৰিশ্ৰমৰ তিক্ততা দূৰ কৰিবলৈ শিক্ষিত সমাজৰ দৰে আনন্দৰ অনুষ্ঠান যে নাই, সেই কথা পাত্নৰিয়ে জানে। সেই কাৰণেই কেতিয়াবা গোটেই ৰাতি নাচ-গান কৰি নতুবা মদ খাই নহ'লে নিজৰ তিৰোতাক অত্যাচাৰ কৰি অথবা পৰৰ তিৰোতাত সঙ্গম উৎসুক হৈ ঘৃণা-ধৰা জীৱনৰ অৱসাদ আঁতৰাবলৈ চেষ্টা কৰে। পশু প্ৰবৃত্তি উত্তেজিত কৰিবলৈ মালিকে মদৰ ভাটিখানাও বাগিছাৰ কাষতে বহুৱাইছে। কেৱল যিচুৰ প্ৰতি প্ৰগাঢ় ভক্তিত তাহাঁতে পাত্নৰিৰ কাষ নেচাপে, সেই কথাও পাত্নৰিয়ে বুজে। সদায় দেখি থকা দৃশ্য আৰু ভোগ কৰা জীৱন পাত্নৰিৰ ওচৰত ক্ষন্তেকলৈ পাহৰিব পাৰে—তাতে তাহাঁতৰ সন্তুষ্টি। যিচুৰ উপদেশতকৈ সাধু-কথাৰ নিচিনা মনোৰম যিচুৰ জীৱনী বহুৱাৰ অধিক হৃদয়গ্ৰাহী।

পাত্নৰিয়ে মোনাৰপৰা বাইবেল উলিয়াই চকু মুদি ক্ষন্তেক

প্ৰাৰ্থনা কৰি কলে, "ভাইহঁত, ঈশ্বৰৰ দূত যিচুৰ জীৱনীৰ বিষয়ে আমি শুনিছো। যিচুয়ে মানুহৰ দুখ দূৰ কৰি পাপৰপৰা তাহাঁতক পৰিত্ৰাণ কৰিবলৈ নিজৰ মৃত্যুৰ দ্বাৰা স্বৰ্গ-ৰাজ্যৰ বাট আমাক দেখুৱাই দি গৈছে। যিচুয়ে তেওঁৰ জীৱন কালতে মানুহৰ দুখ কেনেকৈ দূৰ কৰিছিল, তাৰ বিৱৰণ মই বাইবেল শাস্ত্ৰৰ পৰা এতিয়া পঢ়ি শুনাম।"

পাদুৰিয়ে দুই হাতেৰে বাইবেল মেলিলে। লেম্পটো একেবাৰে পুথিৰ ওচৰলৈ আনি এজনে ডাণ্ডি ধৰিলে। পাদুৰিয়ে বাইবেলৰপৰা যিচুয়ে দুজন অন্ধক চকু দান কৰা, ভূতে ধৰা মানুহক সুস্থ কৰা, তেজ যোৱা ৰোগত ভোগা তিৰোতাক জীৱন দানৰ আখ্যা এটা এটাকৈ পঢ়ি শুনালে। বাইবেল জপাই পাদুৰিয়ে সমুখলৈ চালে। সৰু সৰু ল'ৰা-ছোৱালীবোৰ ইতিমধ্যে চোতালত টোপনিত লালকাল! বুঢ়ী তিৰোতা কেইগৰাকীয়েও হামিৱাইছে; আকাশত মেঘে গাজিছে। পাদুৰি যাবলৈ থিয় হল; কেইবাজনো বনুৱাই অন্ধকাৰত পাদুৰিক বাট দেখুৱাই আগবঢ়াই দিবলৈ হাতত আধা জ্বলা লেম্প লৈ লগত ওলাল।

## চৈধ্য

চনিয়াৰ ভাটৌ এটা আছিল; ৰঙা, দীঘল বেঁকা ঠোঁট; ঘন সেউজীয়া পাখিৰ বৰণ। তাই ওলাওঁতে সোমাওঁতে সুৰ ধৰি

কলকলায়, "চ-নি-য়া, চ-নি-য়া; আহ্ আহ্।" ভাটৌটো মৰিল। ভৰিত শিকলি লগাই ডাঙ্গত বান্ধি থলে দুখ পাব বুলি চনিয়াই ভাটৌটো সজাত পুহিছিল। ছোৱালীশূন্য ঘৰৰ দৰে সজাটো এতিয়াও ছালৰ কুৰাত নীৰৱ হৈ ওলামি আছে। নতুনকৈ ভাটৌ পোৱালি এটা বিচাৰি আনি সজাত সুমুৱাবলৈ চনিয়াই কেইবা দিনৰেপৰা ভাবি আছে।

শনিবাৰ; আগবেলা পাত তুলিয়েই চনিয়া গুচি আহিল। নৰেশ্বৰৰ লগত আবেলি চৰাই পোৱালি বিচাৰি যোৱাৰ কথা। শনিবাৰে মিলাৰ দম্পতী তিনিবজাতে ক্লাবলৈ ওলায়; তাৰ পিচত নৰেশ্বৰৰ বঙলাত কাম নেথাকে। বাগিছাৰপৰা ওলাই যোৱা বাটৰ মুখতে নৰেশ্বৰে চনিয়াক অপেক্ষা কৰি আছিল। মেনেজাৰ চাহাবৰ মটৰ বাগিছা পাৰ হোৱাৰ সংকেত পায়ে চনিয়া নৰেশ্বৰৰ লগ লাগিলহি।

বাগিছাৰ সীমা পাৰ হৈ ধাননি পথাৰ। বাগিছাৰে মাটী; বাগিছাৰ বনুৱাক খেতি কৰিবলৈ দিয়া হৈছে। পথাৰৰ গাতে গা লাগি হাবিখন—চৰকাৰি ৰিজাৰ্ভ। বাগিছাৰ বনুৱাই কাঠ-বাঁহ ইয়াৰ পৰাই নিয়ে। বাগিছাৰ কাষেদি বৈ যোৱা পাভৈ-জান নৈয়ে পাক ঘূৰণি খাই ৰিজাৰ্ভটোৰ সিটো কাষত পৰিছেগৈ। চ'তৰ শেষ; কেইদিনমানৰ আগতে ডুছাটিমান বৰষুণ হৈ গৈছে—বসন্তৰ আগ-জাননী। বাটৰ কাষৰ দুবৰীয়ে মুৰ তুলি উঠিছে; ঠায়ে ঠায়ে পথাৰতো সেউজী বোল ধৰিছে। বহল পানী এডোঙাৰ কাষতে এপাল ম'হ চৰিছে: কেইটামানে

বোকাত ঘূলি লৈছে। চৰি ফুৰা ম'হৰ পিঠিত উঠি বগলিয়ে মনৰ আনন্দত চিকৰা খুচৰিছে। বাটৰ কাষৰপৰা চপৰা এটা তুলি চনিয়াই বগলিলৈ দলিয়ালে। পৰৰ সুখ সহিব নোৱাৰা মানুহৰ দৰে ম'হৰ পিঠিত উঠা বগলিৰ গৰ্ব্বিত মুখ চনিয়াৰ সহ্য নহল। পাখিৰ মাজত লাজতে লেংলেঙীয়া ঠেং লুকুৱাই বগলি কেইটা উৰি গল—বৰবাবুৰ অফিচ কোঠাৰ বেৰত অঁৰা দিন গণনাৰ ছবিখনত থকা চৰাই কেইটাৰ দৰে মনোৰম দৃশ্য এটাৰ সৃষ্টি কৰি।

"বগলিৰ মঙহ খাইছ? বৰ গোন্ধায়।" উত্তৰলৈ অপেক্ষা নকৰি চনিয়া আগ বাঢ়িল।

পথাৰ পাৰ হোৱাৰ লগে লগেই জাৰণি আৰম্ভ। মানুহৰ শাসন নোহোৱা প্ৰকৃতি সমৃদ্ধ; সমতা সংৰক্ষণ ধৰ্ম্ম-বিবৰ্জ্জিত হোৱাত বৈচিত্ৰ্যও। জাত-বিচাৰ পদ-মৰ্যাদালৈ ভ্ৰূক্ষেপ নকৰি দীঘল-চুটি, বহল-ঠেক, সৰু-বৰ বিবিধ গছ-গছনি একেলগে জাৰণিত সমবেত হৈছে। কোনো গছত কুঁহিপাত মেলিছে; কোনোত ফুল ফুলিছে; সেউজীয়া দীঘল পাতৰ বেত গছ এশাৰীয়ে ৰূপজীৱিনীৰ দৰে সুকাঠী নাহৰক মেৰাই ধৰিছে। নাহৰৰ দুই-চাৰিটা কলিয়ে চকু মেলিছে; তাৰ ওপৰত মৌ-মাখি পৰি উত্ৰাৱল হৈছে। মূৰৰ ওপৰেদি হঠাতে বতাহ এজাক সোঁ-সোঁকৈ বৈ যোৱাত নৰেশ্বৰে চক খাই থমকি ৰৈ মূৰ তুলি চালে।

"ভেবাটোৰ দৰে ৰৈ কি চাইছ? ঘন-চিৰিকা দেখা নাই?

বগা ঘন-চিৰিকা; গৰম পৰিলেই ইহঁত আহে। ইহঁতৰ বাহ নাই; শ শ চৰায়ে একে জোপাতে তিনি চাৰিদিন জিৰণি লয়—আমাৰ বাগিছাৰ মানুহৰ দৰে।”

আগবঢ়াৰ লগে লগে কৈ গ’ল, “বাগিছাৰ মানুহৰ জানো ঘৰ-বাৰী আছে? কোন ক’ৰ পৰা আহিছে কোনেও কব নোৱাৰে; বাগিছাই ঘৰ দিছে—কাম কৰা দিন কেইটা থাকিব —তাৰ পিচত যাব কলৈ?” চনিয়াৰ কথা কোৱা ধৰণটোৰেই নবেশ্বৰৰ মানত সমিধানহীন প্ৰশ্ন।

লুংলুঙীয়া বাট—বাট নহয় শন সূতা এডাল যেন পৰি আছে; সমানে সমানে দুজনে খোজ কাঢ়িব নোৱাৰি। দুয়ো-কাষৰ ওখ ওখ ঘন-কাঁইট হাতেৰে আঁতৰাই চনিয়াৰ পিছে পিছে যোৱা নবেশ্বৰে সুধিলে—

“কত ওলাম? কব পাৰনে?”

“বাট হেৰুৱাম বুলি ভয় কৰিছ?” পিছলৈ মুখ ঘূৰাই উত্তৰ দিলে।

“বাট হেৰাল যদি ভালেই হল।” আকৌ চনিয়াই কলে।

“কিয়?”

“হেৰোৱা বাট বিচাৰি ফুৰোঁতে জাবৰিখনৰ লগত চিনাকি হ’ব; নহলে আহিল কণা, গল কণা, খাগৰি কাটিলে তিনি কণা।”

“অসমীয়া ফকৰাও দেখোন তই আওৰাব পাৰ?”

“কিয় নোৱাৰিম? মই কিবা ইয়াৰ ছোৱালী নহওঁনে? কুলি লৰা-ছোৱালীৰ ৰাঁচী দেশৰ গীত কেইটাহে মনত

আছে; বাকী মাত-কথা পাহৰি অসমীয়া হৈছে, নেজান হবলা ?"

অলপ আগবাঢ়ি চনিয়াই ওপৰলৈ মূৰ তুলি কলে, "দেখিছ ?"

চনিয়াৰ আঙুলি নিৰ্দ্দেশলৈ চাই নৰেশ্বৰে কলে, "টোলোঠা পকা পুলিতে লাগিছে।"

"উঠিব পাৰিবি ?"

ৰূপহী গাভৰুৰ মন যোগাবলৈ দৰ্কাৰ হ'লে ডেকাই প্ৰাণ দিবলৈকো আগবাঢ়ে।

নৰেশ্বৰে কথাত সময় খৰচ নকৰি ধুতী সামৰি কামিজৰ হাত কোচাই খপ্‌খপ্‌কৈ পুলিটোত বগাই লোমালোমে পকি থকা টোলোঠা পকা টপাটপ তললৈ দলিয়ালে। চনিয়াই খপ্‌জপকৈ হাবিত পৰা ফলবোৰ সংগ্ৰহ কৰি শাৰীৰ আচলত বান্ধিলে। এটা মুখত দি কলে, "পকি ৰহ দিছে।" নামি অহা নৰেশ্বৰৰ হাতত কেইটামান দি কলে, "আমাৰ জংঘলী মানুহৰ দৰে তইঁতে কেতিয়াবা এইবোৰ খাই পাইছনে ?"

একেলগে দুটামান মুখত ভৰাই নৰেশ্বৰে কলে, "তই হাটলৈ নিলে—খাবলৈ নেপাম কিয় ?"

"মই বেচিবলৈ নিবলৈ যাম কিহৰ জগৰত ? নিজে আহি পাৰি খাবিহি।"

চনিয়াই আকৌ এগাল টোলোঠা পকা নৰেশ্বৰলৈ দলিয়ালে, ধোপ ধৰাৰ দৰে নৰেশ্বৰে এটাও মাটিত পৰিবলৈ নিদি

হাত পাতি ধৰিলে। হঠাতে শুকান পাতৰ খৰ্খৰ্ শব্দ; ইফালে সিফালে চাই নৰেশ্বৰ বৈ গ'ল। পিছত খোজৰ শব্দ শুশুনি চনিয়াই ঘূৰি চাই সুধিলে, "ৰলি দেখোন? কি হ'ল?"

"সাপ-সুপ নেকি?"

"কত সাপ দেখিলি?"

"শুন, সেইয়া খৰ্খৰ্ শব্দ।" নৰেশ্বৰ কাণ থিয় কৰি ৰল।

"ধেত্তেৰি, তাকো নেজান? বনৰীয়া কুকুৰাই শুকান পাত গোটাইছে। মানুহৰ ভৰিৰ শব্দ শুনি শুকান পাতৰ মাজত উম লব—তেতিয়া চিনে কোনে?"

"বেচ বুদ্ধি!"

"বুদ্ধি নহে তোৰ দৰে বুৰ্ব্বক হবনে?"

বিদ্ৰূপ নহয়—চনিয়াৰ কথা কোৱাৰ ধৰণেই তেনে; নৰেশ্বৰৰ মুখৰপৰা অসন্তোষৰ কোনো শব্দ নোলাল।

বৈ বৈ শব্দ হৈছে—চি—ৰি—ৰি; আকৌ ঘনাই চিঞঁৰিছে —ৰিকি ৰিকি। ভৰিৰ শব্দ নকৰাকৈ চনিয়াই মাতটো অনুসৰণ কৰি জোপোহাটোত জপিয়াই পৰিল। ভুৰুংকৰে জোপোহাৰ-পৰা চৰাই এটা উৰি গল; তাৰ পিছতে দীঘল নেজৰ অন্য এটা উৰিল।

"চা, চা, মতাটোলৈ চা—বৰ ধুনীয়া। মাইকী জনীৰ পিছতে উৰা মাৰিলে।"

"মতা-মাইকী চিন ধৰিলি কেনেকৈ?"

"মই যে মাইকী কিহৰ পৰা চিনি পাইছ? খোপাটোৰ পৰা নে—বুকুৰ পৰা? মতাটোৰ মূৰত ধুনীয়া জঁট; দীঘল নেজ; বহুত চৰাইৰ মাইকী জনীতকৈ মতাটোহে ধুনীয়া— কুকুৰাৰ দৰে। জাননে নেজান?"

"পিছে, মানুহৰ হলে তিৰোতা জনীহে ধুনীয়া।" নৱেশ্বৰে কওঁ বুলিয়েই কলে।

"মোৰ চকুয়ে তোকহে হলে ধুনীয়া দেখে।" চনিয়াই পিছলৈ চকু ঘূৰালে—নৱেশ্বৰক গ্ৰাস কৰা চাহনি।

"আগেয়ে উৰা মৰা মাইকী জনীৰ মাতটো ধৰিব পাৰিলিনে নাই? মতাটোক পিছ লবলৈ মৰমেৰে মাতি চৰাইজনী উৰি গল।" অলপ বৈ দুষ্টালিৰ হাঁহিৰে যোগ দিলে, "মই তোক যেনেকৈ আহ আহ কৈ পিছে পিছে আনিছোঁ!"

"মই তিৰোতাৰ পিছত নুঘূৰোঁ।" তিৰোতাৰ ভালপোৱাৰ সৌভাগ্যতে যে জীৱনৰ সাৰ্থকতা—সেই উত্তৰ দিয়ালৈকে নৱেশ্বৰে উপলব্ধি কৰা নাছিল।

"নিজৰ ইচ্ছাত নুঘূৰ হয়; পিছে সকলো মানুহকে তিৰোতাই তেলৰ ঘানিত বুঢ়া বলধ ঘূৰুৱাদি ঘূৰায়।"

জাৰণিখনৰ এটা সীমা পাভৈজানৰ পাকটোতে শেষ হৈছে। দুয়ো গৈ নদীখনৰ গড়াতে ৰলগৈ—মুকলি ঠাই। জাৰণিৰ পৰা পলাই আবেলিৰ ব'দটোয়ো নৈখনৰ ওপৰত জুৰাইছে। অলপ আঁতৰত ওখ শিমলু এজোপা, বিচিত্ৰ বৰ্ণৰ চৰায়ে শিমলুৰ ফুলৰ মাজত আনন্দৰ ফাকুৱা উৎসৱ পাতিছে। কিন্ত

কিল কিল কিল—বিচিত্ৰ ভাষাত সঙ্গীতৰ গুঞ্জণ। সকলোটি চৰাই মধুৰ স্বাদত মতলীয়া; এটাৰ মুখৰ মধু অন্যটোয়ে কাঢ়ি খাবলৈ চেষ্টাও নাই; কাকো বঞ্চিত কৰিবলৈকো কাৰো অভিপ্ৰায় নাই; কোনোৱে কাকো ঈৰ্ষাও কৰা নাই। প্ৰকৃতিৰ প্ৰাচুৰ্য্যত সকলোৰে সমান অধিকাৰ—প্ৰকৃতিৰ নিয়ম।

"চা, চা, কিমান ৰঙৰ চৰাই গোট খাইছে।" উৎসুকেৰে নৰেশ্বৰে শিমলুজোপাৰ শিৰলৈ আঙুলিয়ালে।

"শিমলুৰ নিচিনা ধুনীয়া ফুলৰ কাষত নাচি বাগি গান গাই মৌ-চুহিবলৈ গোট নেখাই কলৈ যাব? বাগিছাৰ মতাবোৰে মধু খাই গাভৰুক ঘেৰি ঘেৰি নেনাচে জানো?"

নৰেশ্বৰৰ চকুত লাজৰ হাঁহি বিৰিঙিল।

"লোকৰ ধেমালি চাই পেট নভৰে; বঠো দে; বেলি পৰক—তেতিয়া শিমলুৰ খোৰোঙত ভাটৌ পোৱালি বিচাৰিম।"

নদীৰ পিনে মূৰ কৰি একতীয়া হৈ চনিয়াই গড়াতে দাঘল দিলে; মাজত কিছু ব্যৱধান ৰাখি নৰেশ্বৰো বহিল।

"মোৰ কাষত শুবলৈ ভয় কৰ নেকি? ভয়াতুৰ মানুহে ভাল পাব নোৱাৰে।" পানীৰ যুঁৱলিত টোপনিৰ ভাও ধৰি জুপুকা লাগি থকা কণা-মুচৰিটোলৈ লক্ষ্য কৰি কলে।

"ভয় কিয় কৰিম?" নিজৰ সাহসৰ পৰিচয় দিবলৈ নৰেশ্বৰে ঘাঁহৰ ওপৰত তপিনাটো চোচোৰাই চনিয়াৰ কাষ চাপিল।

ধোঁৱা বৰণীয়া অকণমানি চৰাই এটাই চনিয়াৰ চকুৰ সমুখত

পোক-পৰুৱা খুচৰিছিল। চনিয়াই নিবিষ্ট মনে মুহূৰ্ত্ত তালৈ চাই কলে, "কণীপৰা এই জনীৰ সৰহ দিন হোৱা নাই; ডেউকা দুখন এতিয়াও মেঘবৰণীয়া হৈ আছে। লৰা পোৱাৰ পিছতে সিদিনা দসোদাক চাবলৈ যাওঁতে তাইৰ এনেকুৱা শেঁতা মুখখন দেখি মৰা নে জীয়া মই ধৰিবই নোৱাৰিছিলোঁ।" চনিয়াই বাগৰ সলালে।

"চৰাইৰ বিষয়ে ইমানবোৰ কথা ক'ত শিকিলি?" পঢ়াশালীৰ পাঠ্য কিতাপত কাউৰীৰ বিষয়ে থকা নীৰস পাঠটো নৰেশ্বৰৰ মনত পৰিল। মনত ৰং লগোৱা চনিয়াৰ কথাবোৰৰ লেশমাত্ৰও সেই পাঠত নাছিল।

"চৰাইৰ কথা জনা সহজ। তইতৰ দৰে মানুহৰ কথাহে বুজা টান। গাৰ ৰং, মুখৰ মাতৰ পৰাই চৰাইৰ ধৰণ-কৰণ ধৰিব পাৰি। মানুহৰ ভিতৰখনৰ কথা বাহিৰৰ পৰা একো বুজিবই নোৱাৰি। কেতিয়াবা ক'লা মানুহটো মনটো ধোৱাই ধোৱা কাপোৰৰ দৰে চাফা; ইপিনে বগা চামৰাৰ ভিতৰত চকুৰ তলৰ ছাই।" শাস্ত্ৰ-বচন মতাৰ দৰে চনিয়াই গহীনাই কলে।

"মানুহতকৈ চৰাইলৈহে দেখোন তোৰ বেচি মৰম!" গম্ভীৰ পৰিস্থিতি পাতলাবৰ কাৰণে ধেমেলীয়াকৈ নৰেশ্বৰে প্ৰশ্ন কৰিলে।

"মানুহলৈ মৰম হব কিয়? মানুহৰৰ পৰা মই পাইছোঁ কি? ওপজা দিনৰেপৰা মাথোন দুখ কষ্ট অপমান—কিমান সহিম? কলঘৰৰ বুঢ়া মহৰীয়েও সুবিধা পালে ভোবোলা ছাগলিৰ দৰে

গা সুঙিবলৈ আহে।" চনিয়াৰ দীৰ্ঘ নিশ্বাস নৰেশ্বৰৰ অন্তৰত লাগিলগৈ।

"তোৰ দৰে বাঘিনীৰ কাষ চাপিবলৈ সাহ পাইনে ?" হাঁহি-মস্তৰোৰে চনিয়াৰ দুখ উকুৱাবলৈ চেষ্টা।

"মই বাঘিনী ?" হঠাতে চুচৰি গৈ নৰেশ্বৰৰ গাত পৰিল।

"খালে ঔ" বুলি নৰেশ্বৰে ইচ্ছা কৰিয়েই ডাঙৰকৈ চিঞৰিলে।

"নিচিঞৰিবি, তোৰ চিঞৰত চৰাইবোৰে মাথোন ভয় খাই উৰিব।"

"উস্, উস্; কামুৰিলে কামুৰিলে।" উস্-উসাই নৰেশ্বৰ থিয় হ'ল।

"চাওঁ চাওঁ; কিহে কামুৰিলে ?" চনিয়াও ধৰমৰকৈ উঠিল। ধুতীখন ওপৰলৈ ডাঙি নৰেশ্বৰে হাতেৰে মোহাৰি থকা কলা-ফুলটো চালে।

"ৰঙা পৰি একেবাৰে ডমলা ডমল বান্ধিলে।" তাই নিজেই নৰেশ্বৰৰ কলাফুলত হাতফুৰাই মাটীলৈ চকু নমাই কলে, "ধেৎ, তয়ো ভাল ঠাইত শুইছিলি ? সেইটো পকৰাৰ গাঁত দেখা নাছিলি ? তইঁত মতাবোৰে সদাই চকু মুদিয়েই ফুৰ। ভাল-জনীয়েই কামুৰিলে হবলা—বিহ-পকৰা।"

নৰেশ্বৰক এৰি চনিয়াই নৈৰ গৰাত কিবা বিচাৰিলে। বন-দৰবৰ পুলি কেইজোপামান তুলি হাতৰ তলুৱাত খচি ৰস উলিয়াই নৰেশ্বৰৰ কলাফুলত ঘঁহি দিলে। চেক্‌চেক্‌নিত নৰেশ্বৰে উস্-আস্ কৰিলে।

"কেনে পাইছ ? বিষ কমিছে ?"

"ও, ও, কমিছে ; আৰু অলপ ঘঁহি দে ।"

"মোৰ হাতখন ভাল লাগিছে হবলা ?" বন-দৰৰ সোপা ঘঁহি ঘঁহি সুধিলে ।

"তোক বাঘিনীহে বুলিছিলোঁ ? তই দেখিছোঁ বেজিনী ।" অলপ ৰৈ কলে, "এৰ, এৰ, ইমান জোৰেৰে ঘঁহি মোৰ ছাল নিছিঙিবি ।"

"তিৰোতাই হাত ফুৰাওঁতেই ছাল ছিঙা মতা মৰি যোৱাই ভাল ।" তাচ্ছিল্যৰ ভাবটো বন-দৰৰ সোপা দলিয়াই দিয়া হাতৰ ভঙ্গীত ওলাই পৰিল ।

"ভাল পাইছনে নাই ?"

নৰেশ্বৰে মূৰ দুপিয়ালে ।

"হাবিত ৰং-ৰহইচ কৰিবলৈ আহিলে, হাবিৰ দুখ-কষ্টও হাঁহি হাঁহি লব লাগে, বুজিছ ?"

ভালপোৱাৰ ভাগৰত তাইৰ মুখত জিৰনি লোৱা নৰেশ্বৰৰ চকুদুটাৰপৰা ৰক্ষা পাবলৈ কথাৰ গতি সলনি কৰি ক'লে ।"

"যা, সৌ তৰাপাত কেইটামানকে আনগৈ ।"

"তৰাপাতেৰে কি কৰিবি ? জাৰিবি ?"

"ওঁ, জাৰি-ফুঁকি মন্ত্ৰ মাতি তোক বশত ৰাখিম ! যা, আনগৈ ।" পিছৰ কথাষাৰ জোৰ দি কলে ।

"হুকুম দিয়াত তই বৰ পাকৈত !"

"মতাক হুকুম দিবলৈকেতো তিৰোতা ।"

যোৱাৰ কুকুং কাৰাং নকৰি পুনৰ ঘপহকৈ নৰেশ্বৰ ঘাঁহৰ ওপৰত বহিল। চনিয়াই নৰেশ্বৰে নেদেখাকৈ ববচা বন এডাল উভালি তাৰ কাণত সুৰ-সুৰাই দিয়াত নৰেশ্বৰে উঠি তৰাপাত আনিবলৈ লৰ দিলে। ইতিমধ্যে চনিয়াই লগত অনা টোপোলাটো মেলিলে। নৰেশ্বৰৰ হাতৰপৰা তৰাপাত কেইটা লৈ,টোপোলাৰ মুৰি আৰু পানী-পিঠা কেইখন দুভাগ কৰি কলে, "বহ, খা; কুলি ছোৱালীৰ হাতৰ খালে জাত যাবনে কি?"

গুড় অকণৰে মুৰি কেইটা গললৈ গলিয়াই নৰেশ্বৰে কলে, "তই দেখোন ঘৰ চলোৱা তিৰোতা? যাকে বিয়া কৰাবি—সেয়ে সুখী হব।" মন ভাল লাগিলে সাধাৰণ বস্তুতো তৃপ্তি বাঢ়ে; তৃপ্তিত চোবোৱা মুৰিৰ মুৰ-মুৰ মধুৰ শব্দ হল।

"কাক বিয়া কৰাব লাগে? তোক?" চকুৰ অদ্ভুত ভঙ্গীৰে নৰেশ্বৰৰ মুখলৈ উত্তৰৰ প্ৰত্যাশাত চালে।

"তোৰ নিচিনা বগা ছোৱালীক বিয়া কৰাবলৈ মোৰ জানো ভাগ্য হব?" মুৰি-চোবোৱাৰ ভাও ধৰি কথাষাৰে নো কি ক্ৰিয়া কৰে তালৈ বাট চালে।

"মোৰ গাত চাহাবৰ তেজ আছে দেখি ঠাট্টা কৰিছ?"

অধিক আনন্দত নিৰানন্দ। ঠট্‌মট্ খাই নৰেশ্বৰে সংশোধনৰ সুৰত কলে, "নাই, নাই, ধেমালিহে কৰিছোঁ।"

"ধেমালিতহে মানুহে সঁচা কয়।"

তাৰ কথাষাৰ কাঁইট নহয়, উপভোগৰহে—তাকে প্ৰমাণ কৰিবলৈ পুনৰ কলে, "বুজিছ নৰেশ্বৰ, চাহাবৰ তেজ গাত আছে

দেখিছে তোৰ লগত অকলে ইয়ালৈ আহিবলৈ সাহ হৈছে। বগা তেজৰ কাৰণেহে চনিয়াক কোনেও তিৰোতা কৰিবলৈ সাহ কৰা নাই।”

“তই নিজে বিয়া নোসোমালে, কোন ডেকাৰ সাধ্য তোক বিয়া কৰায়?” উঘাত সূতা পকোৱাদি আঘাত দিয়া মন্তব্যৰ মোৰ সলাই নৰেশ্বৰে স্বস্তি লভিলে।

“বিয়া কৰাই কুলিয়নী খটাদি খাটিবহে লাগিব। মতাটো ফস্তি জুবি শুই থাকিব; তিৰোতাজনীয়ে পুৱাই উঠি ৰান্ধিব-বাঢ়িব লাগিব; ঘৰ-চোতাল সাৰিব লাগিব, গৰু-ছাগলি চাব লাগিব। মতাটোৰ লগতে পাত তুলিবলৈ গৈ আকৌ ঘূৰি আহি তাকেইহে ৰান্ধি-বাঢ়ি খুৱাব লাগিব। বছৰৰ মূৰত দিব কি? কোলাত কেচুৱা! বিয়া কৰি লেটাৰ দৰে নিজৰ বাহতে বন্দী হোৱাতকৈ ভালপোৱাৰ এঠাৰে জাল তৰি তইঁতৰ নিচিনা পোক-পৰুৱাক ফান্দত পেলাই ৰং চাম।” কথাষাৰ শেষ কৰি পানী-পিঠাখন খচখচ্ কৈ চোবালে।

“ল’ৰা-ছোৱালী ভাল নেপাৱ?” চনিয়াৰ কথাৰ উত্তৰ দিবৰ সামৰ্থ্য নৰেশ্বৰৰ নাছিল; কিবা এষাৰ কোৱা দৰ্কাৰ বুলি সি সাধাৰণ প্ৰশ্নটোকে সুধিলে।

“ওহোঁ, লোকৰ ল’ৰা-ছোৱালী দেখিলে কেতিয়াবা একোলা লবৰ মন যায়; লেলো-পেলো ঘৰত এপাল ল’ৰা-ছোৱালী দেখিলে ঘিণ লাগে।”

“লখুৰ মাকৰে দেখোন এপাল।”

"সেই পালকে তোলোঁতে কষ্টত মোৰ জীৱন গ'ল।" পাতত পৰি থকা মুৰি কেইটা ঘাঁহৰ ওপৰত ছটিয়াই চনিয়াই থিয় হৈ ক'লে, "বল, নৈত পানী খাই আহোঁগৈ।"

মুৰিখিনি শেষ বাৰলৈ গাল মাৰি নৰেশ্বৰো উঠিল। কঠাল জোপাত পৰি কুলি চৰাইজনীয়ে কু-উ-উ-উ চিঞৰিলে; ওচৰৰ এজোপা গছৰপৰা অন্য এটাই লেনীয়াই সঁহাৰি দিলে।

"কুলি চৰাই দুটাই আঁতৰে আঁতৰে থাকি কি কথা পাতিছে, বুজিছ ?"

"তই হবলা ভালপোৱা-পুইৰ কথা পাতিছে বুলি ভাবিছ ?"

"নহলেনো কি কথা পাতিব ? ইটোৱে সিটোক খুটিয়া-খুটি কৰাৰ বাহিৰেনো তাহাঁতৰ আছে কি ?"

"কি আছে ?" ভেঙুচালিৰে নৰেশ্বৰৰ কথাকে দোঁহাৰি সমুখলৈ দেখুৱালে; "চা, চা, কাউৰীজনীয়ে খুটিবলৈ খেদি আহিছে।"

কঠাল গছত পৰি কুহু কুহু চিঞৰা কুলিটোক কাউৰীজনীয়ে বহু দূৰলৈ খেদি নিলে। নৰেশ্বৰ চনিয়াৰ মূৰৰ ওপৰেদি অন্য জনী কুলি চৰায়ে নিশব্দে উৰি কঠাল গছত পৰিল। কঠাল গছত পৰা কুলিটোলৈ ৰহস্যভৰা হাঁহিৰে চাই চনিয়াই সুধিলে, "বুজিলি কি ঘটনা ঘটিল ?"

নৰেশ্বৰে নিজৰ বুৰ্বকামিত নিজে লাজ পালে।

"মতা কুলিটোয়ে মাইকীজনীক কলে—কঠাল গছত কাউৰীয়ে কণীত উমনি দি আছে; মই কঠাল গছত পৰিলেই

তাই মোক খেদি যাব ; মোৰ পিছত তাই বহু দূৰলৈ উৰি যাব। তই আহি তাইৰ বাহত কণী পাৰিবি। লোকৰ বাঁহত পোৱালি ফুকোৱা মজাৰ বুদ্ধি হয়নে নহয় ?”

কুলিজনীৰ কাণ্ড-কাৰখানালৈ দুয়োটাই কিছুপৰ চাই ৰল। ইডাল সিডাল জপিয়াই চৰাইজনীয়ে বাহ থকা ডালটোত পৰিলগৈ। কঠাল পাতে আঁৰ কৰাত চৰাইজনী দুয়োৰে দৃষ্টিৰ অগোচৰ হল।

“নেদেখাই দেখাৰ দৰে চাইছ দেখোন ? কুলি ছোৱালী এৰি কুলি চৰাইত মন বহিলনে কি ? তহঁতৰ মতাবোৰৰ স্বভাৱেই—একেজনীকে সদাই ভাল নেলাগে।” কথা কৈ কৈ চনিয়াই হাতত ধৰি নৰেশ্বৰক নৈলৈ লৈ গল। চলুৰে চলুৰে পানী খাই ভৰি দুখন বালিৰে ঘঁহি ঘঁহি চাবিওপিনৰ পানীৰ যুঁৰলিলৈ চাই চনিয়াই কলে,—“এইবাৰ মেনেজাৰ চাহাব এই ফালে টিল হাঁহ মাৰিবলৈ অহা নাই হবলা ? এতিয়ালৈকে দেখোন হাঁহ পৰিয়েই আছে। মেনেজাৰে কিজানি হাঁহ চিকাৰ এৰিলেই।”

“কিয় ?”

“যোৱা বছৰ জাৰকালি হাঁহ চিকাৰ কৰিবলৈ আহি যি হে হল !”

“কি হ’ল ?”

“কম, ৰ ; বহি লওঁগে।”

দুয়ো পাৰৰ বননিত বহিলহি। আবেলিৰ ৰ’দ চেৰেঙা চনিয়াৰ চুলিৰ মাজত সোণৰ অলঙ্কাৰ জিলিকাৰ দৰে জিলিকিল।

আঠুলৈকে উলঙ্গ ভৰি দুটা জোকাৰি জোকাৰি বালি গুছাই—তাই কবলৈ আৰম্ভ কৰিলে।

"মেনেজাৰে হাঁহ ঢিকাৰলৈ আহি, হাঁহ নেপাই চখা মাৰিলে।"

"চখা কি?"

"চখা চিনি নেপাব? মতা মাইকী একেলগে থাকে।"

"চৰ চৰাইৰ মতা-মাইকী দেখোন একেলগে থাকে?"

"সৰু শৰালি হাঁহৰ দৰে দেখিবলৈ"—ব্যাখ্যা কৰি বুজাবৰ চেষ্টা কৰি চনিয়াই উপযুক্ত শব্দ বিচাৰি উচ্‌পিচাবলৈ ধৰিলে।

"ও, বুজিছোঁ বুজিছোঁ, চাকৈ-চকোৱা।" বুদ্ধিৰ পৰিচয় দিবলৈ সমৰ্থ হোৱাত সৰেশ্বৰে গৌৰৱেৰে চনিয়ালৈ চালে। নাৰীৰ প্ৰশংসা সকলো পুৰুষৰে কাম্য।

"ও, ও, মতা চৰাইটোক চাহাবে গুলি কৰি জামাদাৰৰ হাতত দি উভতিছিল; মাইকীটোৱে হলে চাহাবৰ পিছ নেৰিলে; চাহাবৰ মূৰৰ ওপৰেদি ঘূৰি ঘূৰি বাগিছা পালেগৈ। দুবাৰ-এবাৰ জামাদাৰৰ হাতৰপৰা মতাটো নিবলৈকে চোঁ মাৰিছিল। চাহাবে তাকো গুলিয়াব খুজিছিল, জামাদাৰে হাক দিলে। তাৰ চিঞঁৰ শুনি শুনি চাহাবৰ অসহনি হল; পিছত লগৰটোকো গুলি কৰি দুয়োটাকে জামাদাৰক নিবলৈ কলে। চখা লাইনৰ মানুহে নেখায়; জামাদাৰে নললে। চাহাবে দুইটাকে বাগিছাত কবৰ দি তাৰ ওপৰত শিৰীষ গছ এজোপা ৰোৱাই দিলে।"

"মিলাৰ চাহাবৰ মুখত সেই দেখিয়েই হাঁহি নোলাই হবলা।"

"চাহাবৰ স্বভাৱেই তেনেকুৱা ; চব হাঁহি তাহাঁতে মেমবোৰক দি দিছে।"

"মেমজনী কিন্তু মৰমিয়াল। চাহাবৰ লগতহে বৰ মিল নাই ; মেম-চাহাব দুয়োটা বেলেগ কুঠৰীত শোৱে। একে খোৰোঙতে দুটা ভিন জাতীয় চৰাই।"

"বেলেগ কুঠৰীত নুশুই—আমাৰ দৰে মতা-তিৰোতা, ল'ৰা-ছোৱালী আটাইবোৰ একেখন চাঙতে শুব ?"

অলপ পৰ বৈ আকৌ কলে, "গিৰিয়েকৰ লগত মিল হব কেনেকৈ ? মিলাৰে আজিকালি আমগুৰি চাহাবৰ মেমৰ লগত মটৰত ফুৰা-চকা কৰা দেখিছোঁ। চাহাববোৰৰ স্বভাৱেই—নিজৰ তিৰোতাত মন নবহে। বুজিছ, মিলাৰ চাহাবে এদিন সন্ধিয়া কলঘৰৰপৰা ওলাওঁতে মোৰ কান্ধত হাত দি ধেমালিতে টুকুৰিয়াই চাই সুধিছিল, 'মিনি, বঙলাত যাবি ?' মই কি কলোঁ জান, 'চাহাব তোৰ বঙলাত মেম আছে, মই কিয় যাম ?' কথাষাৰ কৈয়ে দূৰৈত দুজনক দেখি তাৰ লগলৈ লৰ দিলোঁ।"

আত্মগৰ্ব্বৰ চাহনিৰে শক্তি পৰীক্ষাৰ চলৰে নৰেশ্বৰলৈ মুখ ঘূৰাই প্ৰশ্ন কৰিলে, "মোক বঙলালৈ নিলে মিলাৰক খুন কৰিব পাৰিবি ?"

নৰেশ্বৰৰ দেহত শক্তি থাকিলেও কথাৰ সাহস মুখত নাই। অপ্ৰস্তুত যোদ্ধাৰ দৰে অলস-অসহায় ভাৱে সি মাথোন তাইলৈ থৰ লাগি চাই ৰল।

কথাখিনি কৈয়ে দুখৰ নিশ্বাস টানি অকস্মাতে অন্যমনস্ক

হৈ ঘাঁহনিত পেট পেলাই চনিয়া শুলে; আঠুৰ ওপৰলৈ আগ-বাঢ়ি অহা শাৰীখন ভৰিৰ আঙুলিৰেই তললৈ টানিলে। গাত সুৰসুৰাই থকা বন এজোপা আজুৰি কলে, "বুজিছ নৰেশ্বৰ, বনৰীয়া জন্তুৰ দৰে আইক চাহাব এটাই আক্ৰমণ কৰাত মোৰ জন্ম।" দুই হাতৰ মাজৰ বনডাল ঘূৰাই তাৰ মাজতে হেৰোৱা কাহিনী বিচাৰি আকৌ আৰম্ভ কৰিলে।—"সেই কাৰণেই সকলোৱে আজি মোক পেটে পেটে ঘৃণা কৰে। তয়ো কৰ নহয়?"

নৰেশ্বৰৰ মনৰ ভাব লক্ষ্য কৰিবলৈ চনিয়াই ওপৰলৈ মূৰ কৰি ঘূৰি চালে। কি উত্তৰ দিয়া উচিত ঠিক কৰিব নোৱাৰি নৰেশ্বৰে নিৰ্ব্বিকাৰে মাথোন চাই ৰল।

"আইৰ লগতে ময়ো মৰা হলে ঘৃণা-অপমান সহিব নেলাগিল-হেঁতেন। মিছায়ে এণ্ড্ৰুজ চাহাবে মোক জীয়ালে।"

"এণ্ড্ৰুজ চাহাবে?" টোপনিৰ পৰা হঠাতে সাৰ পোৱা মানুহৰ দৰে নৰেশ্বৰে সুধিলে।

"ও, এণ্ড্ৰুজ পাদুৰিয়ে মোক কেচুৱাতে হচপিটেলৰপৰা যোৰহাটৰ মিছনলৈ লৈ গৈছিল। তাতেহে মই ডাঙৰ হৈছিলোঁ।"

"গুচি আহিলি কিয়?" নৰেশ্বৰে পূৰ্ব্বৰপৰা চনিয়াৰ জীৱনী কিছু শুনিছে; তথাপি লোকৰ জীৱনৰ ঘটনা জানিবলৈ মানুহৰ চিৰন্তন কৌতুহল। নৰেশ্বৰৰ তাৰ ব্যতিক্ৰম হব কেনেকৈ?

হাতৰ ওপৰত মূৰটো থৈ চনিয়াই কওঁ নকওঁকৈ কলে, "সেইবোৰ বহুত কথা, এণ্ড্ৰুজ চাহাবৰ বাহিৰে আনে নেজানেও;" শোকৰ নিশ্বাস টানি কৈ গল।

"এণ্ড্ৰুজ চাহাবে মৰম কৰিছিল সঁচা, পিছে চাহাবৰ ওচৰত থাকিলে মোৰ মনটো খণ্ডত বলিয়া হয়। সেই কাৰণেই জোৰ কৰি লখুৰ্হুতৰ ঘৰলৈ গুচি আহিলোঁ।"

নৰেশ্বৰে নিস্তব্ধ হৈ শুনিছিল; ওচৰ চাপিলে আত্মীয়তা বাঢ়ে, সি চনিয়াৰ গা লগাই বহিল।

"এণ্ড্ৰুজ চাহাবে মোক মিছনৰ স্কুলতো নাম লগাই দিছিল; কত ছবি থকা নতুন কিতাপ দিছিল। এদিন এডাল পেঞ্চিল দিছিল; তাৰে মই কি কৰিলোঁ জান? এণ্ড্ৰুজ চাহাবৰ ঘৰৰ বেৰত আঁকি-বাকি পেলালোঁ।" কথাষাৰ কৈ অতীত স্মৃতিত চনিয়াৰ নিজৰে হাঁহি উঠিল।

"এণ্ড্ৰুজ চাহাবে খং কৰা নাছিল; মৰমেৰে বুজাইছিল— পেঞ্চিলেৰে আখৰ লিখে, বেৰত আঁক-বাক নকৰে। সেইদিনাৰ পৰা হলে বেৰত পেঞ্চিলৰ দাগ এটাও মৰা নাছিলোঁ।"

ক্ষন্তেক ৰৈ কলে, "এণ্ড্ৰুজ চাহাবে স্কুললৈ নপঠোৱা হেঁতেন কিজানি তেওঁৰ লগতে ডাঙৰ দীঘল হলোঁহেঁতেন।"

"স্কুলে কি জগৰ লগালে?" নৰেশ্বৰে সোধো নোসো-ধোকৈ সুধিলে।

"জানো কিয়, স্কুলৰ লগৰীয়াবোৰক মোৰ ভাল লগা নাছিল; মোতকৈ কেইবাজনীও ডাঙৰ ছোৱালীও স্কুলত আছিল; তাহাঁতে মোৰ গাৰ বৰণটো দেখি ফিচিঙা-ফিচিঙি কৰে; তেতিয়াই বুজিছিলোঁ মোৰ গাৰ বগা বৰণটো বৰণ নহয়— বেয়া বেমাৰ। মোৰ গাৰ বৰণটো ক'লা কৰিবলৈ ওপৰ

শ্ৰেণীৰ ছোৱালীবোৰে কেতিয়াবা কেতিয়াবা মোৰ গাত ক'লা চিয়াহী ছটিয়াই দিছিল; মই একো নকওঁ; কান্দি কান্দি ঘৰলৈ আহোঁ। এণ্ড্ৰুজ চাহাবে এদিন ধুনীয়া চোলা এটা দি তাত যেন চিয়াহী নেপেলাঁও—বৰকৈ কৈছিল। চোলাটো দেখি ছোৱালী কেইজনীৰ চকু পুৰিবলৈ ধৰিলে; কেনেবাকৈ চিয়াহী পেলাই বুলি তাহাঁতৰপৰা মই আঁতৰি আঁতৰি ফুৰিছিলোঁ। স্কুল ছুটীৰ পিছত ঘৰলৈ আহোঁতে ওপৰ শ্ৰেণীৰ ছোৱালী এজনীয়ে তাইৰ দোৱাতটো মোৰ চোলাৰ ওপৰত উবুৰিয়াই দি খিল্-খিল্কৈ হাঁহি লৰ মাৰিলে; লগৰ বাকী লৰা-ছোৱালীবোৰেও হাত চাপৰি মাৰি হাঁহিলে। মোৰ চকু-পানী ওলাইছিল—চোলাটোত চিয়াহী লগাৰ কাৰণে নহয়—প্ৰথমা দিনা যে এণ্ড্ৰুজ চাহাবৰ কথাষাৰ ৰাখিব নোৱাৰিলোঁ। কান্দি কান্দি ঘৰলৈ আহি একো নেখাই শুই থাকিলোঁ। পিছদিনা এণ্ড্ৰুজ চাহাবে মোৰ চোলাটোত চিয়াহী দেখি একো সুশুধিলেও, নকলেও, মোলৈ এনেভাৱে চালে—মোৰ নিজৰে দোষী দোষী লাগিল; এণ্ড্ৰুজ চাহাবে মোলৈ তেনেকৈ নেচাই মোক মৰা হেঁতেনেই ভাল পালোহেঁতেন। সেইদিনাৰপৰা অৰণ্যে মোৰ মনৰ অৱস্থা সুকীয়া হ'ল; মই খঙাল হলোঁ; সুবিধা পালে ছোৱালীজনীক শাস্তি দিবলৈ মনে মনে পাঙিলোঁ। এণ্ড্ৰুজ চাহাবৰ মেজত পেন্সিল-কটা সৰু চুৰি কটাৰি এখন দেখিছিলোঁ; সেইখন মোৰ হাতত ৰখা হলোঁ। কেতিয়াবা লগত স্কুললৈ লৈ যাওঁ। কটাৰিখন কাকো নেদেখুৱাকৈ

লকুৱাই থৈছিলোঁ ; তথাপি কটাৰিখন স্কুললৈ নিয়া দিনাৰপৰা কোনো ছোৱালীয়ে মোক নোজোকোৱা হ'ল। ভাবিলোঁ কটাৰিৰ ভয়ত তাহাঁতে মোৰ লগত চুপতি কৰিবলৈ এৰিলে। আচলতে সি নহয় ; মোৰ ধুনীয়া চোলাটোত চিয়াহী পেলোৱাত মই একো গালি-শপনি নপৰাত বোধকৰোঁ তাহাঁতে নিজে নিজে লাজ পাইছিল। সেইদিনা দুপৰীয়া ; দুপৰীয়াৰ ধেমালিৰ ঘণ্টাত স্কুলৰ পথাৰত সকলোৱে খেলা-ধূলা কৰে। কটাৰিখনৰে মই একলীয়া হৈ বন খুচৰি আছিলোঁ ; ওপৰ শ্ৰেণীৰ সেই ছোৱালীজনীয়ে বগী মেম, বগী মেম বুলি শিয়াৰি মোক ঠেলা মাৰি দিলেহি ; মই উবুৰি খাই পৰিলোঁ। তাই ওচৰতে হাঁহি হাঁহি আছিল ; পিছ মুহূৰ্ত্ততে মই উঠি গৈ তাইৰ বাহুত কটাৰিৰে খোচ মাৰি দিলোঁ। তাই চিঞৰি বাখৰি মাষ্টৰণীৰ কোঠালৈ লৰ দিলে। কিছু সময়ৰ পিছত মাষ্টৰণীৰ মোক কোঠালৈ মাতি নি হাতৰ কটাৰিখন কাঢ়ি লৈ সাৰৌপ সাৰৌপ কোব দিলে।"

"এণ্ড্ৰুজ চাহিবে গম নেপালে ?"

"নেপাব কিয় ? এণ্ড্ৰুজ চাহাব ঘৰত সদায় নেথাকে ; মাজে-মাজে গাৱঁৰ গিৰ্জ্জালৈ যায়। মোৰ বাহিৰে তেওঁৰ ঘৰত থাকে খানচামাটো। মই স্কুলৰ ছোৱালী এজনী চুৰি-কটাৰিৰে কাটিলোঁ বুলি খানচামাই জানিলে। এণ্ড্ৰুজ চাহাব আহিলে মোক ঘৰৰপৰা উলিয়াই দিব বুলি ভয় খুৱালে ; সি আকৌ সঁকিয়ালে—মোৰ আই বোলে মৰা নাছিল ; আস্পতালৰ পৰা

মোৰ জন্মৰ কেই দিনমানৰ পিছতেই পলাই গল। তাৰ সেই কথাত বিশ্বাস হোৱা নাছিল। এণ্ড্ৰুজ চাহাবকো সুধিম সুধিম বুলি এদিনলৈকে সাহস নহল। খানচামাৰ কথাত সেই দিনাও মই ভয় খোৱা নাছিলোঁ; এণ্ড্ৰুজ চাহাবক ধৰি মেলি মই নিজেই এণ্ড্ৰুজ চাহাবৰ ঘৰ এৰিম বুলি পাঙিছিলোঁ। কোনোবা বাগিছাত মোৰ নিজৰ মানুহ আছিল বুলি শুনিছিলোঁও; লখুৰ বাপেকে কেতিয়াবা কেতিয়াবা এণ্ড্ৰুজ চাহাবৰ ঘৰত নাতিনিয়েক বুলি মোক চাবলৈকো গৈছিল। বাগিছাৰ ককাৰ ঘৰলৈকে যাবৰ মোৰ ইচ্ছা হৈছিল। এণ্ড্ৰুজ চাহাব অহাত কান্দি-কাটি মোক বাগিছালৈ পঠাবলৈ কলোঁ। তেওঁ মান্তি নহৈছিল; পিছে মই দুই তিনি দিন মান ভাত-পানী খাবলৈ এৰাতহে তেওঁ নিজে আহি লখুহঁতৰ ঘৰত মোক থৈ গল।"

সন্ধিয়াৰ বেলিটো চনিয়াৰ চকুত পৰিছিল, বেলিটোৰ পৰা চলচলিয়া চকু আঁৰ কৰাৰ চলেৰে শাৰীৰ আচলেৰে মুখ ঢাকি চনিয়াই কলে, "ধেত্তেৰি, তোক কি কথাবোৰ কলোঁ!" চকুৰ পানীয়ে চনিয়াৰ চকুদুটা ধুই মনোৰম মৰমিয়াল নিকা কৰিলে।

মন্ত্ৰ উচ্চাৰণত বোবা হোৱাৰ দৰে চনিয়াৰ জীৱন কাহিনী শুনি নৰেশ্বৰ নিৰ্ব্বাক হল; চনিয়াৰ দুখৰ কাহিনীয়ে ঢাক খাই পৰা তাৰ নিজৰ জীৱনৰ কথাবোৰ উজাৰি দিলে। বন্ধু-বান্ধৱ ওচৰ-চুবুৰীয়াৰ অত্যাচাৰত জীৱন কি দৰে তিতা হয়—সেই সোৱাদ নৰেশ্বৰৰ মনত লাগি আছে।

দীঘল নিশ্বাস টানি সেই বেজাৰৰ পৰিবেশৰপৰা আঁতৰি যাবলৈ নৰেশ্বৰ গা জোকাৰি থিয় হ'ল।

"চবাই পোৱালি আজিলৈ থক দে। ৰাতি হল—বাট খপিয়াই খপিয়াই যোৱাও টান হব।"

"বাট হেৰুৱাই ৰাতিটো ইয়াতে কটাব লগা হ্লে তই ভালহে পাবি?"

চনিয়াৰ কথায় কথায় সাঁথৰ; সাঁথৰ ভাঙিব নোৱাৰি নৰেশ্বৰে সুধিলে, "কিয়?"

"কিয়—বুজি নেপাৱনে?" খিল্-খিলাই হাঁহি চেউৰী পোৱালিৰ দৰে চনিয়াই চেকুৰিলে।

আন্ধাৰ হ'ল; নৰেশ্বৰৰ কাৰণে বাট চিনাই টান।

"লৰি নেযাবি; মই বাট উলিয়াব নোৱাৰিম।"

"ভয় লাগিছে যদি মোৰ গাত ধৰ।"

"হাতখন দে—হাতত ধৰিয়েই যাওঁ।"

"গাত ধৰিবলৈ সাহ নাই? ধৰ, হাততে ধৰ।" সোঁহাতখন পিছলৈ দি কলে, "তোক সদাই এনেকৈ হাতত ধৰি টানি-আজুৰি ফুৰিব লাগিব?"

কুঁহিপাতৰ দৰে চনিয়াৰ কোমল হাতখনত খামোচ মাৰি ধৰি নৰেশ্বৰে কলে, "হাত দিছোঁয়েই নহয়; যলৈকে ইচ্ছা তলৈকে টানি নে!" নৰেশ্বৰৰ উত্তৰত নতুন মাদকতা।

"সদায় মোৰ পিছত ঘূৰিবলৈ তোৰ সাহ হব? মইতো বাগিছাত নেথাকিম; বাগিছাৰপৰা বহুত দূৰলৈ গুচি যাম—

এনেকুৱা ঠাইলৈ যাম—য'ত মই কাৰ ছোৱালী কোনেও নেজানিব। বুজিছ, মানুহে নজনা-নুশুনা মানুহৰপৰা দুখ নেপায়—দুখ পায় আপোন মানুহৰ পৰা।" হাতৰে টানকৈ আজোৰ এটা মাৰি নবেশ্বৰক কাষ চপাই কলে, "কৈছোঁয়েই নহয়, মোৰ গাত চাহাবৰ তেজ—সিয়েই মোক নজনা-নুশুনা দূৰ-দূৰণিলৈ টানি নিব। তোৰ গাত আছে গাৱঁৰ তেজ—চিৰদিনৰ কাৰণে গাৱঁৰ চাৰিসীমা পাৰ হবলৈ তোৰ জানো শক্তি হব?"

নবেশ্বৰ কেতিয়াও ইমান ডাঙৰ ডাঙৰ প্ৰশ্নৰ উত্তৰ দিব লগা হোৱা নাছিল; পঢ়াশালীত সূতকছাৰ অঙ্কক সি কৰিবলৈ টান পাইছিল; চনিয়াৰ প্ৰশ্ন তাতোকৈ জটিল। পৰীক্ষাৰ কাৰণে প্ৰস্তুত নোহোৱা পৰীক্ষাৰ্থীৰ দৰে নবেশ্বৰে অসহায় বোধ কৰিলে।

"চাবি, চাবি—গছৰ মূঢ়া।" চনিয়াৰ সতৰ্কতাত সাৱধান হবলৈ নৌ-পাওঁতেই উজুটি খাই চনিয়াৰ গাত পৰিল। খন্তেক থমকি নিজৰ দেহৰপৰা অকস্মাতে তাৰ হাত দুটা এৰুৱাই চনিয়াই কলে, "উজুটি খোৱা তোৰ সাৰ্থক হৈছে; মনে মনে যি ভিক্ষা কৰিছিলি—তাকেই এতিয়া পালি। পিছে, সকলো ঠাইতে উজুটি খাই ফুৰিলে কেতিয়াবা নলাত পৰিবি।" তাইৰ কথাত যে হাঁহি, নবেশ্বৰে অনুমান কৰিলে।

চনিয়াৰ গাতে গা লগাই আগ বাঢ়োতে অজস্ৰ কথা কবৰ ইচ্ছা হৈছিল নবেশ্বৰৰ; কিন্তু এটা শব্দও মুখৰপৰা নোলাল। কথাবোৰে মনৰ ভিতৰতে কোনটো আগেয়ে ওলাব, কোনটো পিছত ওলাব—অগা-ডেৱা কৰিলে, কিন্তু কাৰ্য্যক্ষেত্ৰত প্ৰকাশ

পাবলৈ কোনোটোৱে সাহ নহল। বহুত পৰ কাৰো মুখত মাত নাই; মাত্ৰ শুকান সৰা পাতত ভৰিৰ সৰ্-সৰ্ শব্দ। সেই ভয়লগা মৌনতা ভাঙিবলৈ চনিয়াই কলে, “লঙ্কালৈ গলে মানুহ ৰাৱণ হয়, শুনিছ?”

অধিক কথা কবলৈ ভয় কৰি নৰেশ্বৰে মাথোন “ও” বুলি শলাগিলে।

“এনেয়ে ও বুলিছ!”

“কিয় নেজানিম? মই ৰামায়ণৰ সাধু স্কুলত পঢ়িছিলোঁ।”

“থৈ দে তোৰ স্কুল! তই একো নেজান। লঙ্কালৈ গলে যদি মানুহ ৰাৱণ হয়—বনলৈ গলে বনৰীয়া হয়? তই জানো আজি জঙ্গললৈ আহি জঙ্গলী হলি?”

সংকেতটো নৰেশ্বৰে যৎসামান্য উপলব্ধি কৰি বুকুত মৰ সাহ বান্ধি ডুখোজমান আগবাঢ়ি চনিয়াৰ কান্ধত তাৰ হাতটো থলে।

“এই খবৰ্দাৰ, বেছি ওচৰলৈ আহিছ। চৰাইৰ মাত যেনেকৈ বুজোঁ, মানুহৰ চকু-হাতৰ অৰ্থও জানো! তোৰ হাতে মৰমৰ কথা কবলৈ বিচাৰিছে!”

নৰেশ্বৰৰ মূৰৰ ওপৰেদি ইতিমধ্যে কিবা এটা উৰি যোৱা অনুমান হ’ল। চনিয়াৰ কান্ধত আশ্ৰয় লোৱা নৰেশ্বৰৰ হাতখন আপোনা-আপুনি কঁপি উঠিল। আদিকাণ্ডতেই ৰামায়ণ সমাপ্ত।

“বুজিছ, তহঁতৰ নিচিনা ডেকাৰপৰা মোক ৰক্ষা কৰিবলৈহে সেইটো আহিছে। নহলে কান্ধৰপৰা বাগৰি তোৰ হাতখনে মোৰ দেহৰ ক’ত আচুৰিলেহি ঠিক নাই। তহঁত মতা-

বোৰকতো বিশ্বাস কৰিব নোৱাৰি; মৰম কৰিলেই বান্দৰৰ দৰে আচোৰ।"

নৰেশ্বৰৰ মুখৰ মাত নাই; অন্ধকাৰত প্ৰকাশ কৰিব নোৱাৰা বহু কথাই মানুহৰ মনলৈ আহে। ভয়, ভালপোৱা, বিপৰীত-ধৰ্ম্মী ভাববোৰে অসময়ত নৰেশ্বৰৰ অন্তৰত সোমাই খকা-খুন্দা লগাইছিল। কি কৰিব নকৰিব নিজেই বুজিব নোৱাৰি নৰেশ্বৰে পেপুৱা লাগি নিমাত হৈ খোজ দিছিল। নৰেশ্বৰৰ কোনো সা-সহাঁৰি নেপাই, কিজানিবা সি ভেজাৰ পালে, অনুমান কৰি চনিয়াই মাত দিলে, "ভয় নেখাবি; সেইটো বোন্দামুখীয়া ফেঁচা। সন্ধিয়া শুই উঠি উৰি ফুৰা পোকৰ পিছে পিছে খেদি ফুৰিছে।"

নৰেশ্বৰ পুনৰ পিছ পৰা দেখি নিজৰ হাতখন পিছলৈ দি মাতিলে,

"এই পিছ পৰিলি কিয়? আহ্ আহ্ মোৰ হাত ধৰ।"

"মই হলে একো দেখা নাই।" উটি যোৱা পকৰাই কুটাগছত লাগি ধৰাৰ দৰে নৰেশ্বৰে আকৌ চনিয়াৰ হাতখন চেপামাৰি ধৰিলে।

"হাতে হাতে ধৰি আহি থাক। আন্ধাৰৰ মাজতে তোক বহুত নেদেখা বস্তু দেখুৱাম—নোপোৱা বস্তুও পাবি।"

সঁচায়ে নে ঠাট্টা কৰি কৈছে নৰেশ্বৰে একো ধৰিব নোৱাৰিলে। এখোজ দুখোজকৈ আগবাঢ়ি গৈ নৰেশ্বৰে পুনৰ

চনিয়াৰ কান্ধত হাত থৈ খোজত খোজ মিলাই বুজিও নুবুজাৰ ভাও ধৰি সুধিলে, "তই মোক আন্ধাৰত কি দেখুৱাবি ?"

"নজনা হলি, কোনো কথাই নেজান ? মতা-তিৰোতাই ৰাতিৰ আন্ধাৰত কথা পাতেনে, বেলিৰ পোহৰত কথা পাতে ?"

"তই দেখোন মোক বিয়া নকৰোঁ বুলিছ।"

"তোক নেলাগে কাকো নকৰাওঁ। কৈছোঁয়েই নহয়—বিয়া সোমালেই, মতাৰ চাকৰ ? মই তোক বিয়া কৰাম বুলি ভাবিছ ?"

"কিয় নেভাবিম ?" নৰেশ্বৰে উত্তৰৰ লগে লগে বাওঁহাত খন চনিয়াৰ কঁকালৰ মাজেদি সুমুৱাই তাইৰ গাটো নিজৰ গাৰ লগত চপাই ললে। চনিয়াই তাৰ হাতত টিপা এটা মাৰি কলে, "তোৰ হাতখনে কি বিচাৰি খপজপাই ফুৰিছে ?"

চনিয়াৰ কথাত লাজ পাই নৰেশ্বৰে নিজৰ মুখখন চনিয়াৰ পাৰ চৰাইৰ পাখিৰ দৰে কোমল গালত লগাই দিলে।

"মোৰ গালত গুড় আছেনে ? চেলেকিবলৈ যে আহিছ। গুড় খালে ভোক নপলায়—বাঢ়েহে বুজিছ ?" মূৰটো নৰেশ্বৰৰ মুখৰপৰা আঁতৰাই পুনৰ কলে, "এই ৰ, ৰ ; বহুত আগবাঢ়িছ ; তইত মতামানুহহে ছোৱালী অকলে পালে কি কৰিম কি নকৰিম লগাৱ।"

কেই খোজমান আগবাঢ়ি আকৌ ক'লে, "মতা মানুহত সঁজাত নাই ; ছোৱালী ভুলাবলৈ তইত লৰা-বুঢ়া সকলো সমানে পাকৈত।"

শুক্লা পক্ষৰ জোন আকাশত; ওখ গছ-গছনিৰ মাজেদি সোমোৱা জোনৰ ক্ষীণ পোহৰ চনিয়াৰ মুখত পৰাত তাইৰ চকু দুটা আন্ধাৰ ৰাতি জোনাকী পৰুৱাৰ দৰে তিৰবিৰাইছিল।

নৰেশ্বৰে বুজিব নোৱাৰিলে—চনিয়াৰ চকুত কৌতুকৰ হাঁহিনে কুটিল হাঁহি। কথা পাতি পাতি আহি থাকোঁতেই জাবণি পাৰ হৈ পথাৰত ওলাল।

"চাওঁ, চাওঁ হাতৰ বান্ধ মোকোলা, সাবটা-সাবটিকৈ লাইনত সোমাব নোৱাৰিবি। এতিয়া তই বাট চিনি পাবি। অকলশৰে আহি থাক! সদায় লগ এটা তোক লাগিছে কেলৈ?"

এবো নেৰোকৈ নৰেশ্বৰে তাইৰ কঁকালৰপৰা হাতখন আঁতৰাই আনিলে। বান্ধোন মুকলি চৰাইৰ দৰে চনিয়াই জপিয়াই গুচি গল; 'আকাশৰ বোলৰ দৰে চনিয়াৰ মন ক্ষণে ক্ষণে সলনি'—নৰেশ্বৰৰ মনৰ চিন্তা। বাগিছালৈ অহাদিনৰ-পৰা চনিয়াক সি কিমান লগ পাইছে; প্ৰতিবাৰতে দেহৰ ৰং-ৰূপৰ লগত তাইৰ মনটোও বেলেগ বেলেগ হয়। ধুনীয়া ছোৱালীৰ মনৰ কথা ধৰাই টান।

"মই আহিলোঁ; ৰাতি তোৰ টোপনি নাহিব। দুখ হব —হাবিৰ মাজত ৰাতিখন অকলশৰে পায়ো গাভৰু চনিয়াক একো কৰিব নোৱাৰিলি।" উপহাসৰ হাঁহি মাৰি দেহৰ ছন্দৰ লগত ভৰিৰ ছন্দ মিলাই জোনাকী নিশাৰ নাচনী পৰীৰ দৰে নাচি নাচি চনিয়া আঁতৰিল।

মদৰ জালে এৰা দিয়া মানুহৰ দৰে নৰেশ্বৰ অৱশ হৈ পৰিল।

আজি কেইদিন হৈছে—চনিয়াক লগ পোৱা ? ৰামধনুৰ দৰে মুহূৰ্ত্তে মুহূৰ্ত্তে মনৰ বৰণ সলোৱা কি অদ্ভুত ছোৱালী ! মুহূৰ্ত্তৰ কাৰণে হলেও তাৰ সামান্য জীৱনটো কেনে আনন্দ-মুখৰ কৰি তুলিলে ; স্বৰ্ণময় এনে সন্ধিয়া তাৰ জীৱনত ঘূনাই আহিব জানো ?

মনোৰম এই জোনাক নিশাটো পাটীত পৰি কটাবলৈ তাৰ সত নগল। জীৱনৰ মধুৰ মুহূৰ্ত্তবোৰ উপভোগ কৰিব নোৱাৰিলে জীয়াই থকাৰে বা সাৰ্থকতা ক'ত ? এই সত্য নৰেশ্বৰে আজিহে জীৱনত প্ৰথমবাৰৰ কাৰণে আৱিষ্কাৰ কৰিলে। মাদলৰ নিমন্ত্ৰণত তাৰ অন্তৰত থৌকি-বাথৌকি লাগিল। বাগিছাৰ বাট ধৰি লাইনৰ পিনেই মাদলৰ ছেৱে-ছেৱে সি বাট বুলিলে। উৰিফুৰা চৰাইৰ দৰে তাৰ মনটো পাতল পাতল লাগিল।"

## পোহৰ

নৰেশ্বৰ ঢলং-পলংকৈ মাজৰাতি ঘৰ সোমালহি। হাৰিয়া খোৱাৰ অভ্যাস তাৰ নাছিল অথচ লাইনৰ নাচ-গানলৈ গলে নেখাইও নোৱাৰে। প্ৰথমে দুই এৰাতি গাৱঁৰ সংস্কাৰ মানি মদ খোৱা পাপ বুলি খোৱা নাছিল। কিন্তু ইমানবোৰ মানুহে যাক পাপ বুলি নেভাবে, সি কিয় তাক পাপ বুলি ভয় কৰিব ? যি যি ভাৱে জীৱনৰ আনন্দ উপলব্ধি কৰিব খোজে, তাক তেনে-ভাৱেই উপভোগ কৰিবলৈ দিব লাগে। স্বৰ্গ প্ৰাপ্তিৰ কাৰণে পাপ-পুণ্যৰ কথা ভাবি থাকিলে মানুহে পৃথিবীৰ উপভোগৰ পৰাতো

বঞ্চিত হবলগা হয়, স্বৰ্গৰ বাটো হেৰুৱায়। ফুলে ফুলে উৰি পখিলাই যেনেকৈ বৰ্ণ-বিচিত্ৰ হবলৈ বিচাৰে, মানুহেও সেইদৰে পৃথিবীৰ সকলো সঙ্গৰপৰা সুখ-আনন্দ আহৰণ কৰি জীৱন মধুৰ কৰিব লাগে। জীৱনটো ঈশ্বৰে বঞ্চিত হবলৈ সৃষ্টি কৰা নাই— কৰিছে ভোগ কৰিবলৈ। হাৰিয়াত মুখ দিয়াৰ আগতে নৰেশ্বৰে এইবোৰ কথা কেইবা নিশাও ভাবিলে। এদিন-দুদিন কেইবা-দিনৰ ভবা-গুণাৰ পিছতহে সি হাৰিয়াত মুখ দিলে। সেই নিশা নিছাৰ মাত্ৰা চৰিল। নাচৰপৰা ঢলং পলংকৈ কোনোমতেহে ঘৰ পালেহি। বাটত বতিয়াই আহিছে। বতিয়াই বতিয়াই পাটীত পৰিলগৈ। চাহাবক ৰাতিপুৱাৰ চাহ যতনাই আহি বুধুয়ে দেখে যে নৰেশ্বৰৰ কোঠাৰ দুৱাৰ মেল খোৱা নাই; উঠাৰো কোনো কুৰুং-কাৰাং নাই। লৰা মানুহ—টোপনি গধূৰ; মাজে মাজে সেই কাৰণে হয় বুধুয়ে নহয় ৰহমতে তাক পুৱা জগাই দিয়ে। দুৱাৰত খিলি লগোৱা নাছিল। ঢকিয়াওতেই মেল খালে। নৰেশ্বৰ অসাৰ হৈ বিছনাত পৰি আছে। বুধুয়ে ওচৰ চাপি 'নৰেশ্বৰ নৰেশ্বৰ' বুলি দুবাৰ মান চিঞৰিলে। নৰেশ্বৰে লাহেকৈ চকু মেলি চালে, বুধুয়ে নৰেশ্বৰৰ মুখখন দেখি ভয় খালে; কপালত হাত থলে—হাত ডেই-পুৰি নিয়া তপত। নৰেশ্বৰে সেহাই সেহাই পানী এটোপা বিচাৰিলে; তাক পানীটোপা খুৱাই বুধুয়ে লৰালৰিকৈ চাহাবক নৰেশ্বৰৰ জ্বৰৰ কথা জনাবলৈ গল।

বাগিছাত কোৰ মৰা পুৱা ছয় বজাতে আৰম্ভ হয়; পালেং-চাহ খায়ে মিলাৰ চাহাব কাম জাৰিলৈ সাজি-কাচি ওলাইছিল।

নৰেশ্বৰৰ জ্বৰৰ কথা শুনি বুধুৰ হাতত ডাক্তৰলৈ চিঠি লিখি দিলে। দুটা কুলিৰ হতুৱাই ষ্ট্ৰেচাৰত তুলি ডাক্তৰে নৰেশ্বৰক বাগিছাৰ হচপিটেললৈ নিয়ালে। নৰেশ্বৰ একেবাৰে অজ্ঞান।

ব্ৰেকফাষ্ট খাই দহমান বজাত মিচেচ মিলাৰ হচপিটেললৈ গল; হচপিটেল ঘৰৰ খটখটিত ভৰি দিয়া মাত্ৰকে চাৰিওপিনে ত্ৰাস্ত-ব্যস্ত লাগিল। হাতখৰা কামিজ আৰু হাফ্‌পেণ্ট পিন্ধা ঘুটমুটিয়া মানুহজনে জালৰ দৰজাখন মেলি নমস্কাৰ জনাই মেমচাহাবক ভিতৰলৈ নিলে। মিচেচ মিলাৰে তেওঁৰ ধয় নৰেশ্বৰৰ খবৰ সুধিলে। ডাক্তৰে মেমচাহাবক কাষৰ কোঠা-টোলৈ লৈ গ'ল। নৰেশ্বৰ গভীৰ টোপনিত।

"কি হৈছে?" নৰেশ্বৰৰ পুৱাৰ জোনটোৰ দৰে ঢেলা মুখখনলৈ একেথৰে চাই মিচেচ মিলাৰে ইংৰাজীতে সুধিলে।

"চেৰিব্ৰেল মেলেৰিয়া। এইমাত্ৰ তেজ পৰীক্ষা কৰি এম. ঠি. (M. T.) পালোঁ।" নৰেশ্বৰৰ হাতখনৰ উত্তাপৰ উমান লৈ ডাক্তৰেও ইংৰাজীত কলে, "ইন্‌জেকচন দিয়াত টেম্পাৰেচাৰ কমিছে; নাড়ীৰ গতিও ভাললৈ আহিছে।"

"ভয় আছে?"

"বোধকৰো, বিপদ কাটি গৈছে। সন্ধিয়ালৈ জ্বৰ সম্পূৰ্ণ নেৰিলেও কমিব বুলি আশা কৰোঁ।" সমৰ্থনৰ বাবে ডাক্তৰে বেৰত আঁৰি থোৱা বেমাৰীৰ চাৰ্টখনলৈ চকু ঘূৰালে।

"নমৰে?" সঠিক উত্তৰৰ কাৰণে কৰা দৃঢ় প্ৰশ্ন।

"নাই নাই, ভয় একো নাই। তিনদিনৰ মূৰত আৰোগ্য

হৈ সি বঙলালৈ ঘূৰি যাব পাৰিব।" নিজৰ কামৰ সুবিধাৰ কাৰণে নৰেশ্বৰ শীঘ্ৰ আৰোগ্য বিচাৰিছে বুলি ডাক্তৰে অনুমান কৰাত মিচেচ মিলাৰে কলে, "নহয় নহয়, বঙলাৰ কামৰ কাৰণে নহয়। লৰাটো স্মাৰ্ট; ভাল বিহেভিয়াৰ। মিলাৰে তাক পছন্দ কৰে।" ডাক্তৰে নৰেশ্বৰক বিশেষ যত্ন লব বুলি চাহাবৰ নাম উল্লেখ কৰিলে। "আপুনি ঠিকেই কৈছে। চেহেৰা-পাতিৰ পৰা ভাল মানুহৰ ঘৰৰ লৰা বুলিয়েই অনুমান হয়।" ৰোগীৰ পৰিচৰ্য্যাত মনোযোগ দিয়া দৰ্শাবলৈ, নৰেশ্বৰৰ গাৰপৰা খহি পৰা কম্বলখন ঠিক কৰি ডাক্তৰে উত্তৰ দিলে।

"ইয়াক আমি বাটত পাইছিলোঁ।"

"মাক-বাপেকৰ লগত কাজিয়া কৰি ভদ্ৰঘৰৰ লৰাই বহু সময়ত বাগিছাৰ কাম বিচাৰি আহে। বাগিছাত কামত সোমাই কুলিয়নী ৰখাই কুলিৰ লগত একেবাৰে মিলি যায়।" ডাক্তৰে উত্তৰ দিলে।

"কুলি ছোৱালী দেখিবলৈ সুন্দৰ; ডেকা মানুহক ভুলাব পাৰে!" হাঁহি মাৰি মিচেচ মিলাৰে নৰেশ্বৰৰ বিছনাৰ কাষৰ পৰা আঁতৰিল।

কাষৰ বিছনাত অন্য ৰোগী। বেমাৰীয়ে পকা চকলাটেঙ্গাৰ দৰে চক্ৰাকাৰ হালধীয়া চকু দুটাৰে মেমলৈ চাই হাঁহিলে। মিচেচ মিলাৰেও হাঁহিৰে প্ৰত্যুত্তৰ দি ৰোগীৰ পৰিচয় পাবলৈ, ডাক্তৰলৈ চালে।

"মেমচাহাব, সেইটো টিং মিন—কলঘৰৰ চীনা মিস্ত্রি।"

"কি হৈছে ?"

"পেটৰ বেমাৰ ; তাৰ কানি খোৱাৰ মাত্রাটো কমাইছোঁ ; তাতে তাৰ আপত্তি।"

"কানি খাব নেলাগে—বেমাৰ ভাল হব।" মিচেচ মিলাৰৰ মুখৰ অসমীয়া কথাষাৰ শেষ নৌহওঁতেই কিবা এটা ধোপোচ কৰে তেওঁৰ ভৰিত পৰিল। আতঙ্কত উচপ খাই ইংৰাজীতে চিঞৰিলে, "ৰক্ষা কৰা, হে ভগৱান।"

"এই, এই পাগ্‌লী আঁতৰ হ, আঁতৰ হ," চিঞৰি মিচেচ মিলাৰৰ ভৰিৰপৰা টোপোলাকৃতিৰ মানুহজনীক ডাক্তৰে হেচুকি ঠেলি দিলে।

"এই মাইকীৰ কি হৈছে ?" মিচেচ মিলাৰে বিস্ময়ৰে প্রশ্ন কৰিলে।

"এইজনী টিং মিনৰ মাইকী, মেমচাহাব।" শৰীৰৰ সকলো অঙ্গতে মঙহ লপ-থপ ; টিং মিনতকৈ বয়সীয়াল। ডাক্তৰৰ উত্তৰত অবিশ্বাস কৰি মিচেচ মিলাৰে পুনৰ সুধিলে—"মাইকী নে মাক ?" লৰালৰিকৈ উত্তৰ দিওঁতে ডাক্তৰে ভুল কৰিছে বুলি মিচেচ মিলাৰে শুধৰণী দিলে।

"মাইকী, মেমচাহাব।" হাঁহি মাৰি ডাক্তৰে নিশ্চিতভাৱে কলে, "এইক মানুহে পাগ্‌লী বুলি মাতে। তাই টিং মিনক ক্ষন্তেক এৰি থাকিব নোৱাৰে, গিৰিয়েকৰ লগে লগে ফুৰে। তাইৰ পৰা টিং মিনক চিকিৎসা কৰাও টান। আমাক নোকো-

ৰাকৈ যি সি বস্তু খুৱাই দিয়েহি। কেতিয়াবা গিৰিয়েক তাইৰ হাততে মৰিব।” ডাক্তৰে খঙৰ চকুৰে পাগলীলৈ চালে; তাই মেমচাহাবলৈ মুখ তুলি কপালত চপৰিয়াই উচুপি উচুপি কান্দিবলৈ ধৰিলে।

“কান্দিব নেলাগে, দোচোৰা বেমাৰী আছে।”

আশ্বাস দি আকৌ কলে, “ভয় নাই, ডাক্তৰ বাবুয়ে তোমাৰ মতাক সোনকালে ভাল কৰি দিব।”

কথাষাৰ কৈ ডাক্তৰলৈ চালে; আত্ম-গৌৰৱত ডাক্তৰৰ মুখ উজ্জ্বল হৈ উঠিল।

“মিন ভাল হৈছেই; দুদিনৰ ভিতৰতে তাক হচপিটেলৰ পৰা এৰি দিম। সি পৰি থাকিলে কলঘৰৰ কামৰ বহুত খতি হয়।”

মিচেচ মিলাৰে উভতিবলৈ ইচ্ছা কৰিলে। ডাক্তৰে অনুৰোধ জনালে, মেটাৰ্নিটি ওৱাৰ্ডত এবাৰ ভিজিট দিবলৈ।

“কিয় যাব লাগে?” মেটাৰ্নিটি নামটোত মেমচাহাবৰ ঘৃণা; প্ৰশ্নত অনিচ্ছা।

“তিৰোতা বিলাকে মেমচাহাবক চাবলৈ আগ্ৰহ কৰিছে।”

“বেচ্।”

ডাক্তৰে আগে আগে বাট দেখুৱাই নিলে; কম্পাউণ্ডাৰ, ধাই, চকীদাৰ মেমচাহাবৰ পিছে পিছে পকৰাৰ লানীৰ দৰে লাগি গ’ল।

প্ৰসূতি কোঠাত পোৱাতীহঁতকৈ সন্তান আৰু তাহাঁতৰ জন্মদাতায়ে সৰহকৈ গোট খাইছে। নৱাগত শিশুক চাবলৈ

ঘৰ ঘৰোৱাই হচপিটেললৈ উঠি আহিছে। মেমচাহাবক দেখি প্ৰসূতিৰ কাষৰ পৰা মতাবোৰে আঁতৰি গৈ চেলাম জনালে।

"বহুত চেলাম, বহুত চেলাম।" চাৰিওপিনে সিচঁৰতি হৈ থকা মানুহবোৰৰ সকৌতুক দৃষ্টি এৰাবলৈ মেমচাহাবে লৰা-লৰিকৈ খৰালিত শুকাই যোৱা মৰানদীৰ দৰে নিস্পন্দভাৱে বিছনাত পৰি থকা প্ৰসূতি এজনীৰ কাষ চাপিল। জীৰ্ণ-শীৰ্ণ, শৰীৰত তেজ মঙহ নাই; হাড় কেইডাল জকজকাই ওলাই আছে। এহাতেৰে বুকুৰ পিয়াহত সদ্যজাত সন্তানৰ মুখ লগাই দি কয়লা বৰণীয়া অন্য হাতেৰে মেমচাহাবক চেলাম দিলে।

"লৰা পাই ভাল পাইছে ?"

প্ৰসূতিয়ে চকুৰে হাঁহি মূৰ দুপিয়াই মেমৰ কথা সমৰ্থন কৰিলে। বিছনাৰ ওচৰত বহি থকা মানুহটোৱেও আশ্বস্ত হৈ মুখত এমোকোৰা হাঁহি লৈ চুচৰি আহি মেমচাহাবলৈ দুই হাত বঢ়াই কলে, "বক্‌চিচ্ মেমচাহাব।"

"তোমাৰ মাইকী ?"

"ওঁ", জন্মদিয়াৰ গৌৰৱত আনন্দ পৰিপূৰ্ণ মুখ।

"তোমাৰ লৰা হৈছে, তুমি আমাক মিঠাই খুৱাব লাগে।" হাঁহি মাৰি মেমচাহাবে কলে।

"হুজুৰৰ বাগিছাত এটা কুলিৰ সংখ্যা বাঢ়িল।" উত্তৰেৰে মেমচাহাবক শল-ঠেকত পেলোৱা ভাবি নিজৰ চাতুৰিত নিজেই হো-হোকৈ হাঁহিলে।

বন্দুৰাৰ বিৰক্তিকৰ যুক্তি মিচেচ মিলাৰৰ লাইচলৰ তীব্ৰ গন্ধৰ দৰে কেনেবা কেনেবা লাগিল। হাতৰ বেগৰপৰা টকা এটি তাৰ হাতত দি বাহিৰলৈ আহিবলৈ খোজ ললে। মেমচাহাবৰ বকৃচিচ পোৱা সৌভাগ্য চাবলৈ চাৰিওপিনে সিঁচৰতি হৈ থকা লৰা-বুঢ়াই জুমুৰি দি ধৰিলে।

মেমচাহাবক ওলাই যাবলৈ দিবলৈ ডাক্তৰে বাৰাণ্ডাৰ জালৰ দুৱাৰখন বহলকৈ মেলি ধৰিলে। খট্‌খটিত ভৰি আগ-বঢ়াই মিচেচ মিলাৰে পিছলৈ ঘূৰি চাই কলে, "প্ৰসূতিক জোৰ হোৱা ঔষধ দিব লাগে; বৰ দুৰ্ব্বল।"

"হৰলিক্স খাইছে; পোৰ্ট ওৱাইনো দিয়া হৈছে।"

অলপপৰ চিন্তা কৰি মিচেচ মিলাৰে কলে, "ডাক্তৰ বাবু, নৰেশ্বৰক দিবলৈ ইনজেকচন হচপিটেলত নহলে—টাউনৰপৰা অনাব লাগে। পথ্য-পাতি দিওঁতে-কাৰ্পণ্য নকৰিব।"

"কোনো চিন্তা নাই, মেমচাহাব।" ডাক্তৰে আশ্বাসৰে কলে।

কেইদিন মানৰ পিছতে নৰেশ্বৰৰ জ্বৰ একেবাৰে এৰা দিলে। মাত্ৰ শৰীৰ কিছু দুৰ্ব্বল। পাত তোলাৰ পৰা চনিয়াই আবেলি বাহিৰে বাহিৰে নৰেশ্বৰৰ খবৰ লবলৈ আহিল। নৰেশ্বৰৰ কাষৰ বিছনা উদং।

"টিং মিনক এৰি দিলে?" চনিয়াই কাষ চাপি সুধিলে।

"আজি দুপৰীয়া গল; ৰক্ষা পালোঁ। বেমাৰীতকৈ ঘৈণীয়েকৰ কথাই কথাই কান্দোনত ৰাতিও শুব নোৱাৰো। ঘৈণীয়েক নহৈ তাই মাক হোৱাহেঁতেন হে ভাল আছিল।"

"মাক নহয়, তাই টিং মিনৰ শাহুয়েকহে।" নৰেশ্বৰে চনিয়াৰ উত্তৰ একো বুজিব নোৱাৰি বহল ব্যাখ্যা বিচাৰি তাইলৈ চালে।

—নৰেশ্বৰৰ অনুৰোধত চনিয়াই টিংমিনৰ জীৱন কাহিনীৰ বিষয়ে যি কলে তাৰ মৰ্ম্ম এই,—

তাইক মানুহে পাগলী বুলি ঠাট্টাত মাতে। আচল নাম সীতা; সীতাৰ গিৰিয়েক শাল-কাঠনি বাগিছাৰ। চীনা মিস্ত্ৰীয়ে সীতাৰ জীয়েক অহল্যাকহে বিয়া কৰোৱা কথা আছিল; অহল্যাক গহনা-গাথৰিও গঢ়াই দিছিল। মাজে মাজে শাল-কাঠনিত অহল্যাৰ লগত আছিলগৈও। কিন্তু হঠাতে এদিন টিং মিনৰ ঘৰত অহল্যাৰ মাকহে কাঁহি-বাতি ধুবলৈ আহিল। টিং মিন ফিটাৰ কামতো পাৰ্গত; ৰাতি-দিন সমানে খাটিবও পাৰে। চাহাবে তাক বাবু লাইনৰ ওচৰতে বঙলা এটা সাজি লবলৈও দিছিল। জোৱায়েকৰ নতুন ঘৰ চাব-মেলিবলৈহে সীতা টিং মিনৰ ঘৰলৈ অহা বুলি সকলোৱে ভাবিছিল। টিংমিন তেতিয়া ডেকা, মাকৰ বয়সীয়া সীতাক সি যে পলুৱাই আনিব কোনেও ভবাই নাছিল। এদিন তুদিনকৈ দিন গল—সীতা সেই টিং মিনৰ ঘৰতে। লাইনলৈ নেলাগে তাই চুবুৰীয়া বাবুহঁতৰ ঘৰলৈকো নেযায়। টিং মিনেও নিজৰ কামহে জানে; কোনো তাৰ বন্ধু নাই; কাৰোলগত কথা এষাৰো নেপাতে; নিজৰ কথাকো কাকো নকয়। কোনোবাই কিবা সুধিলে সোণ খটোৱা আগদাঁত কেইটা উলিয়াই মাথো হাঁহে। কেইদিনমানৰ

পিছত সীতাক লৈ টিং মিন হাটলৈ গৈছিল। সীতাৰ গিৰিয়েকে নিজৰ বাগিছাৰ মানুহ-দুনুহ লৈ চীনা মিস্ত্ৰিক হাটৰ ভিতৰতে মাৰধৰ কৰি ঘৈণীয়েকক ওভোতাই নিলে; আচল কথাটো তেতিয়াহে জনাজাত হল। টিং মিন জখম হৈ হাটতে পৰি আছিল; পাহৰণি বাগিছাৰ মানুহে সন্ধিয়া ডাং-ডোলা কৰি ঘৰলৈ আনিলে। বিয়া কৰিবলৈ ঠিক হোৱা অহল্যাক বিয়া নকৰি মাক সীতাক কিয় আনিছিল সুধিলে টিং মিনে সদাই মৰা অৰ্থহীন হাঁহিটো মাৰে। তাৰ গাৰ ঘা শুকাই পাটীৰপৰা উঠিব পৰা বহিব পৰা নৌ হওঁতেই সীতা আহি এদিন ৰাতি আকৌ তাৰ ঘৰত সোমাল। তেতিয়াৰ পৰা তাই টিং মিনৰ লগতে লৈ গ'ল; খন্তেকলৈকো গিৰিয়েকৰ লগ এৰা নিদিয়ে চীনা-মিস্ত্ৰিয়ে কলঘৰত কাম কৰাৰ সময়ত তায়ো কলঘৰত কাম কৰিবলৈ যায়; সি চাহাবৰ বঙলাত কাম কৰিবলৈ গলে তাই গেটতে থাকিব; বাগিছাৰপৰা বৰকৈ ওলাই সোমাই অন্য ঠাইত ফুৰিবলৈকো নোলায়। বাগিছাৰ মানুহে টিং মিনৰ লগত ছাঁৰ দৰে তাইক সদাই লাগি থকাকে দেখি আহিছে।"

"লৰা-ছোৱালী আছেনে নাই?"

"ভাল কথা সুধিছ? লৰা-ছোৱালী তাই দেখিবই নোৱাৰে; লাইনৰ লৰা-ছোৱালীক বলিয়া কুকুৰৰ দৰে ভয় কৰি আঁতৰি ফুৰে। লৰা-ছোৱালী হলে গিৰিয়েক কিজানি আঁতৰি পৰে, সেই ভয়তে সন্তান জন্ম নিদিয়ে; পেটতে নষ্ট কৰে। জোনাকীৰ ঔষধ খায়ে বাৰে বাৰে তাই গৰ্ভ

নষ্ট কৰে। জোনাকীয়েই তাইৰ কথা বাগানৰ মাজত ৰটি ফুৰিছে।”

স্বামী-স্ত্ৰীৰ মাজত সতি-সন্ততি অন্তৰায়, গাৱঁৰ পৰিবেশত ডাঙৰ দীঘল হোৱা নবেশ্বৰৰ মগজুয়ে বুজিবলৈ টান পালে। তাৰ চকুত অবিশ্বাসৰ প্ৰশ্ন উজ্বলিল। চনিয়াই উত্তৰ দিবলৈ মুখ মেলোঁতেই চকীদাৰে লেম্প এটা আনি কোঠাৰ চুকত থৈ মাত দিলে, “এই মিনি, বেমাৰীৰ ওচৰত কথা নকবি; ঘৰলৈ যাগৈ। ডাক্তৰ বাবু আহি দেখিব লাগিলে তোকো দৰিয়াৰ, মোকো ফাইন কৰিব।” নিৰ্দ্দেশ জাৰি কৰি হাতৰ দ্বিতীয় লেম্পটো চকীদাৰে ওচৰৰ কোঠাত থবলৈ গ'ল। এনেতে কেৰ-মেৰকৈ দুৱাৰ মেলাৰ শব্দ হল; ডাক্তৰ নহয়—মিলাৰ চাহাবৰ মেম। মেমচাহাব সোমোৱাৰ লগে লগে গোটেই কোঠাত অডিকলোনৰ মোহাচ্ছন্ন কৰা সুবাস বিয়পি পৰিল।

“নবেশ্বৰ, ভাল ?”

নবেশ্বৰে মুখত উজ্জ্বল হাঁহিৰে শোৱাৰ পৰাই নমস্কাৰ জনালে। বিছানাৰ কাষতে থিয় দি থকা চনিয়াৰ মুখৰপৰা ভৰিলৈকে গোটেই দেহতে কৌতুকেৰে চকু ফুৰালে। দেহৰ বৰণ, মুখৰ গঢ়, আনকি দীঘল নাকটোও ধাৰকৰা ধাৰকৰা অনুমান হ'ল। তাইৰ মুখৰপৰা চকু নাতৰোৱাকৈয়ে ৰহস্যৰে সুধিলে,—

“কত থাক ?”

“পুৰণি লাইনত।” চনিয়াই তললৈ মূৰ কৰি ভয়ে ভয়ে উত্তৰ দিলে।

"নৰেশ্বৰক চিনি পাই ?"

মূৰ জোকাৰি চনিয়াই মৌনতাৰে শলাগিলে।

"কেনেকৈ চিনিলি ? ঘৰত যায় ?" মেমচাহাবৰ ইতৰ ইঙ্গিত চনিয়াই বুজিব নোৱাৰি উত্তৰ দিলে, "নাচত জনা-শুনা হৈছে।"

"তাৰ লগত নাচিছিলি ?"

চনিয়াক কোনো উত্তৰ নিদিয়া দেখি মেমে ইঙ্গিতটো সহজ কৰিবলৈ পুনৰ কলে, "বিয়া কৰাবলৈ মন যায় ?"

কুচি মুচি চনিয়া নিস্তব্ধ হল।

চনিয়াৰ দেহৰ ৰঙৰ লগত নিজৰ বৰণৰ সাদৃশ্য লেম্পৰ কুহুম কেলীয়া পোহৰতে লক্ষ্য কৰি অলপ বৈ সুধিলে, "চাফা বং কত পালি ?"

কুকুৰেই কুকুৰৰ প্ৰধান শত্ৰু; তিৰোতাৰো বৈৰী তিৰোতা।

মেমচাহাবৰ ঘেং কৰি উঠা প্ৰশ্নত চনিয়াৰ গোটেই শৰীৰ বিছাই ডকাৰ দৰে বিজ্‌বিজ্ঞালে। মিচেচ মিলাৰৰ বিদ্ৰূপপূৰ্ণ ধেমুভিৰীয়া চেলাউৰি যুগলৰ ইঙ্গিত বুজি চনিয়া হঠাতে কোঠাৰ পৰা অন্তৰ্দ্ধান হল। উজ্জ্বল হৈ ওলাই অহা পুৱাৰ বেলিটো শীতকালৰ ডাঠ কুঁৱলীৰ মাজত ম্লান পৰাৰ দৰে নৰেশ্বৰৰ হাঁহি মুখো অকস্মাতে বিবৰ্ণ পৰিল।

"বাগিছাত আহিয়েই কুলি ছোৱালীক প্ৰেম কৰিছ ? কুলি ছোৱালী খুব সুন্দৰ, নহয় ?" নৰেশ্বৰৰ মুখত হাঁহি ফুটাবলৈ

কৌতুক বাণ মাৰিলে; কিন্তু উৰ্ব্বশীৰো কটাক্ষ কেতিয়াবা ব্যৰ্থ হয়।

নৰেশ্বৰ মাজ নিশাৰ আকাশৰ দৰে মৌন; তাৰ আনন্দৰ সকলো উৎস হঠাতে শ্ৰান্ত হৈ পৰিল; মেমচাহাবৰ দৃষ্টি এৰাবলৈ অস্বাভাৱিক হাঁহি এটাৰে গাৰুত মূৰটো লবালে।

"ডাক্তৰ বাবুক কৈ দিছোঁ—ভাল দৰব দিব। ভয় নাই; ভাল হৈ যাবি।"

মেমচাহাবৰ আশ্বাসবাণী তাৰ কাণত নোসোমাল। সি বাগৰ সলালে; শৰীৰৰ নহয় মনৰ অসহ্য যন্ত্ৰণাত। 'গুড্ নাইট' বুলি মিচেচ মিলাৰ ওলাই গ'ল।

অকাৰণত চনিয়াক অপমান কৰাত মিচেচ মিলাৰৰ প্ৰতি তিক্ততাত নৰেশ্বৰৰ অন্তৰ বেদনাময় হৈ পৰিল। চনিয়াক তাৰ ভাল লাগিছে কেৱল তাইৰ ৰূপৰ কাৰণে নহয়; মুকলি হব খোজা তাইৰ যৌৱনৰ কাৰণেও নহয়—তাইৰ অন্তৰৰ অকৃত্ৰিম চেনেহ কণৰ কাৰণেহে। ৰূপ-সৌন্দৰ্য্যয়ে মানুহৰ সৰ্ব্বস্ব নহয়; সেই সৌন্দৰ্য্য পশু-পক্ষীৰো আছে; প্ৰকৃতিতো আছে। কিন্তু মানুহৰ লাগে অন্তৰ এখন—সুখ-দুখ, বেজাৰ-আনন্দ, সহায়-সহানুভূতি জনাবলৈ। চনিয়াত নৰেশ্বৰে তেনে এখন অন্তৰকে আবিষ্কাৰ কৰিছে। সেই অন্তৰৰ লগত তাৰ যেন জন্ম-জন্মান্তৰৰ সম্বন্ধ।

## ষোল

সকলোৰেই এবাৰ নহয় এবাৰ বাগিছাত মেলেৰিয়াত পৰে ; দুই-চাৰিবাৰ ভোগাৰ পিছত আপোনা-আপুনি শৰীৰত মেলেৰিয়াৰ বীজাণু ধ্বংস কৰিবৰ শক্তি জন্মে ! হচ্পিটেলৰ পৰা ৰোগমুক্ত হৈ কেইদিনমানৰ পিছতে সুস্থ-সবল হৈ নৰেশ্বৰ আলোমণিৰ চোতালৰ নাচলৈ আহিল। বাগিছালৈ আহি প্ৰথম কেইদিনমান নৰেশ্বৰে আচহুৱা আচহুৱা পাইছিল ; কুলি ডেকা-গাভৰুৰ চেহেৰা-পাতি, চাল-চলন, কথা-বতৰা কেনেবা কেনেবা লাগিছিল, কথাই কথাই ভাত-মাছৰদৰে সঙ্গম সম্বন্ধীয় মন্তব্য শুনি ঘৃণাও হৈছিল। কিন্তু দিন যাওঁতে-নেযাওঁতেই নিজৰ অজ্ঞাতসাৰেই কুলি সঙ্গৰ কাৰণে তাৰ মন ব্যাকুল হৈ পৰিল ; তাৰ সমুখত এক নতুন জীৱন উন্মীলিত হল। গাৱঁৰ জীৱন বান্ধোনৰ জীৱন ; পুৰণি নীতি-নিয়মে গাৱঁৰ জীৱনক গতানুগতিক ৰীতিত বন্দী কৰি থৈছে ; জীৱনৰ সহজ আনন্দ সমাজৰ নিৰ্দ্দয় শৃঙ্খলত প্ৰাণহীন। বাগিছাত কিন্তু প্ৰত্যেক নৰনাৰীৰে জীৱন বিচিত্ৰ ; প্ৰত্যেকেই নিজৰ ৰুচি অভিৰুচি মতে জীৱন ধৰ্ম্ম পালন কৰে। বহু দুখকষ্ট জয় কৰিও জীৱনৰ আনন্দ লাভ কৰিবলৈ বগুৱা সক্ষম হৈছে। বগুৱা নৰ-নাৰীৰ বাংঢালী চকু-মুখ, সহজ স্ফুৰ্ত্তি, অকৃত্ৰিম আনন্দত নৰেশ্বৰ বিমুগ্ধ।

নাচ-গীত তেতিয়াও আৰম্ভ হোৱা নাই। জুম জুম পাতি কথা-বতৰা হোৱা ডেকা-গাভৰুৰ হাঁহিৰ শব্দ নৰেশ্বৰৰ মনত

সঙ্গীতত‌কৈও মধুৰ লাগিল। লখুয়ে দূৰৈৰ পৰাই নৰেশ্বৰৰ চেহেৰাটো অনুমানকৰি আগবঢ়াই আনি বহুৱালে; নৰেশ্বৰক দেখি ওচৰতে বহি থকা গাভৰু কেইজনীয়ে খিল্‌খিলকৈ হাঁহিলে—সেই হাঁহিত অন্তৰৰ অফুৰন্ত অৰ্থ স্পষ্ট হল। তিৰোতাৰ সমুখত পুৰুষ সৰ্ব্বতিকাল ব্যতিব্যস্ত। বিব্ৰত হৈ নৰেশ্বৰে হঠাতে লখুৰ গাতে গা লগাই আশ্ৰয় বিচাৰিলে। কথা-বতৰা আৰম্ভ কৰাৰ অভিপ্ৰায়ে নৰেশ্বৰৰ কান্ধত হাত থৈ লখুয়েই প্ৰথমে সুধিলে, "নৰেশ্বৰ তোৰ বেমাৰ ভাল হল?"

"ও, কেতিয়াবাই"; মূৰ দুপিয়াই নৰেশ্বৰে উত্তৰ দিলে; নৰেশ্বৰৰ চকু কিন্তু ওচৰতে জুম পাতি থকা গাভৰু কেই-জনীলৈহে। এজনী ৰাধু—সি চিনিছে। তাইৰে লগতে সাবিত্ৰী তিলকমতি দুয়ো জনীয়ে তিৰবিৰাই থকা চকুৰে ইপিনে সিপিনে চাই হাঁহি হাঁহি কথা পাতিছে। নিশ্চয় তাক লৈ আলোচনা—নৰেশ্বৰে ভাবিলে।

"তই নাচৰ শেষলৈকে নৰবি; আগতে যাবি। মেলেৰিয়া জ্বৰে পাইছে যেতিয়া এবা ধৰা কৰি মাজে মাজে শিকাব।" লখুৰ পুনৰ প্ৰশ্নত নৰেশ্বৰৰ চকু প্ৰকৃতিস্থ হল।

"ডাক্তৰে কুইনাইন বড়ি খাই থাকিবলৈ দিছে। ৰাতিপুৱা-গধূলি বড়ি খায়ে আছোঁ।"

"মুখত চাগৈ তোৰ তিতা লাগিয়েই আছে? ৰ', মুখৰ তিতা মৰাৰ দিহা কৰোঁ।"

নৰেশ্বৰৰ কান্ধত ভৰদি উঠি লখু ভিতৰলৈ গল; এই

সুযোগতে নৰেশ্বৰে গাভৰু কেই গৰাকীৰ পিনে তপিনাটো চোচোৰাই তাহাঁতেনো কি কথা-বতৰা পাতিছে শহাৰ দৰে কাণ থিয় কৰি উমান ললে। ৰাধুক ঠেলামাৰি সাবিত্ৰীয়ে খিল্‌খিলাই নৰেশ্বৰে শুনাকৈয়ে কলে, "তোক এৰি কুদ্রু-কেৰেলা দেখোন কৰবাত চৰিবলৈ গল ?" লখুক উদ্দেশ্য কৰি কোৱা কথা।

"কলৈ যাব ? ভৰিত জৰী বন্ধা আছে।" ঘনচিৰিকাৰ কণীৰদৰে ঘূৰণীয়া চকুৰ হাঁহিৰে ৰাধুলৈ চাই তিলকমতিয়ে কলে, "মোৰন্তো চিৰিয়া সজাত বন্দী। তহঁত দুজনীয়ে নতুন চিৰিয়া সজাত সুমুৰাগৈ যা।" ৰাধুয়ে নৰেশ্বৰলৈ কেৰাহিকৈ চাই উত্তৰ দিলে।

"ৰাধুৰ আমালৈ হিংসা হৈছে।" সাবিত্ৰীয়ে ঠেলা মৰাত তিলকমতি ৰাধুৰ গাত পৰিলগৈ :

"মোক ঠেলা মাৰিছ কিয় ? চকু মেলি চা—নিজৰ চকুৰ চাকি জ্বলিলে আন্ধাৰতো দেখিবি।" কথাৰ লগে লগে তিলকমতিয়েও নৰেশ্বৰৰ অস্পষ্ট মূৰ্ত্তিটোলৈ লক্ষ্য কৰিলে।

"কাজিয়া কৰিছ কেলৈ ? দুইজনীয়ে দেখোন জালি কোমোৰাটো দুডোখৰ কৰি ভগাই লব পাৰ।" ৰাধুয়ে মাতিলে।

নৰেশ্বৰৰ পিনৰপৰা মুখখন সাবিত্ৰীৰ পিনে ঘূৰাই তিলকমতিয়ে কলে, "আচ্চীত মুখ চোৱাদি সিয়ো আমালৈকে চাই আছে। বেমাৰৰ পৰা উঠা গাটোত মঙহ ধৰাই নাই এখোন !"

"তোৰ তপিনাৰ মঙহ এভাগকে দেগৈ যা। শকত হব।"

লাহী শৰীৰৰ সাবিত্ৰীয়ে মঙ্গহেৰে পূৰ তিলকমতিক ঠাট্টাৰ সুৰত উত্তৰ দিলে।

"মোৰ তপিনাৰ মঙ্গহতকৈ তোৰ বুকুৰ মঙ্গহতহে সোৱাদ পাব।" নিজৰ কথাতে নিজে ৰস পাই হি-হিকৈ হাঁহি তিলকমতিয়ে নিজৰ ডোণ হেন খোপাটো কথাৰ লাচতে মেলি দিলে। গলধনৰ-পৰা তপিনালৈকে মেল খাই পৰা চুলিকোছাই তিলকমণ্ডিত পিঠিখন সন্ধিয়াৰ আন্ধাৰতকৈ গাঢ় কৰি তুলিলে। বাগৰি পৰা চুলিকোছা সোঁহাতেৰে সামৰি কলে, "নৰেশ্বৰৰ ছাঁটো দেখিয়েই এইজনী বলিয়া হ'ল।" আছুৰ নেছা মেৰোৱাদি দুই হাতৰ মুঠিতে চুলিটাৰি পকাই খোপাটো বান্ধিবলৈ উপক্ৰম কৰি তিলকমতিয়ে পুনৰ কলে, "জুইকুৰা নিজৰ বুকুতে বান্ধি জ্বলি পুৰি মৰিছ কিয়? ওচৰ চাপি যা; তাৰ দেহাতো জুই জ্বলক।"

"তোৰ নিজৰ জ্বলা বুকুখননো ছাইৰে ঢাকিছ কিয়? বল, দুই কুৰা জুইয়ে দুইপিনৰ পৰা আগুৰি ধৰোঁগৈ।" সাবিত্ৰীৰ মুখত দুষ্টালিৰ হাঁহি।

"দুইজনীয়ে এনেয়ে হিংসাত দেই পুৰি মৰিছ। সি গাৱঁৰ লৰা; কুলি ছোৱালীক কিহৰ জগৰত বিয়া কৰাব? বাগিছাত ধন ঘটিবলৈ আহিছে—ধনৰ মোনা ভৰিলেই গাৱঁলৈ উভতি যাব।"

বাধুৰ কথাত দুয়োজনীৰে গালৈ হুচ আহিল; নৰেশ্বৰলৈ অসন্তোষৰে চাই দুয়োজনীৰ মুখৰ ৰং অধিক কিচ্‌কিচীয়া হল।

এনেতে হাতত ঘটী এটাৰে লখু আহি নৰেশ্বৰৰ ওচৰত বহিল; নৰেশ্বৰৰ হাতলৈ ঘটীটো আগবঢ়াই দি কলে, "আজি পৰ্সাদ বৰ সোৱাদ; আলোমণিৰ দৰে কোনেও পৰ্সাদ তৈয়াৰ কৰিব নোৱাৰে। পি চা; মূৰৰ পৰা ভৰিলৈকে গা জুৰ পৰি যাব।"

নৰেশ্বৰে ঘটীটো মুখত লগাই দোঢোকমান গিলিলে। দুই চাৰি-জনে থিয়াথি কৰিছে; ডিঙিতে কলা ঢোল বন্ধা ডেকা এজনে মাদলত চাপৰ মৰাত ফিচ্‌ফিচ্‌কৈ কথা পাতি থকা মানুহৰ জুমত আলোড়ন হল। ৰাধু, সাবিত্ৰী, তিলকমতিয়েও উঠিবলৈ যো-জা কৰি চাৰিওপিনে চকু ঘূৰাই নিজৰ নিজৰ লগৰীয়া বিচাৰিলে। নৰেশ্বৰ-লখুৰ মাজতে ছোৱালী এজনী থিয় হলহি; সাবিত্ৰীয়ে তিলকমতিৰ গাত চিকুট মাৰি দিলে।

সংকেতৰ অৰ্থ বুজিব পাৰি ৰাধুয়ে লাহে লাহে কলে, "উঁহু, তহঁতৰ কাম নাই।" ৰাধুয়ে লখুৰ পিনেও চালে; লখুৰ কিন্তু তাইলৈ লক্ষ্য নাই; নৰেশ্বৰ চনিয়াৰ লগত সি ৰং-ৰহইচকৈ কথা পাতি আছে; নাচত যোগ দিবলৈও কুৰুং কাৰাং কৰা নাই। যিমানে তাহাঁতৰ হাঁহি দেখিলে সিমানে ৰাধুৰ খং চৰিল—কেৱল লখুৰ ওপৰতে নহয়, চনিয়াৰ ওপৰতো। নাচ-গানত পাকৈত সুঠাম-সুশ্ৰী লখুয়ে তাইক ভাল পায়, তাতে চনিয়াৰ হিংসা—ৰাধুয়ে ভাবিলে। চনিয়াই ইচ্ছা কৰিয়েই লখুক তাইৰ পৰা দূৰে দূৰে ৰাখিবলৈ বিচাৰে। গাভৰুৰ ওপৰত প্ৰতিহিংসাৰ উপযুক্ত ব্যৱস্থা অপমান নহয়, তাই ভালপোৱা জনক অপহৰণ কৰাহে। চনিয়াৰ লগত ঘটা সৰু

সৰু বহু ঘটনা ৰাধুৰ মনলৈ আহিল ;—লখুৰ ভালপোৱাৰপৰা বঞ্চিত কৰিবলৈ সেইবোৰ চনিয়াৰ ষড়যন্ত্ৰ—ৰাধুয়ে সেই মুহূৰ্ত্তে বুজিলে। সামান্য গছকতে বুকুত শুই থকা সাপটোৱে ফোঁচ কৰি ফণা তুলি উঠিল। হিংসা-বিদ্ৰোহত জ্বলি-পকি চনিয়াৰ কাষৰপৰা লখুক আজুৰি আনিবলৈ সোঁ সোঁ কৰে ৰাধু আঁতৰ হল। চনিয়া-নৰেশ্বৰৰ অলেখলেখ চাবলৈ সাবিত্ৰী, তিলকমতিয়ে উঠিবৰ উপক্ৰম শিথিল কৰিলে। চনিয়াই নৰেশ্বৰৰ কান্ধত হাত থৈ কোৱা শুনিলে, "তই হবলা হাৰিয়া খাবলৈ আহিলি? বেমাৰৰপৰা উঠিছহে—নেখাবি; আকৌ অসুখত পৰিবি।" কথাৰ লগে লগে চনিয়াই ঘটীটো নিজৰ মুখত বাকি নমাই থলে।

"আজিৰ ৰসত জাল নাই; মিঠা। নৰেশ্বৰৰ গা জুৰ হে পৰিব।" লখুয়ে উত্তৰ দিলে। লখুৰ আশ্বাসত নৰেশ্বৰে পুনৰ ঘটীটো মুখত লগাই ঢক্ ঢক্‌কৈ শেষ কৰিলে।

চনিয়াই অকস্মাতে তাৰ মুখৰপৰা ঘটীটো আজুৰি আনি কলে, "ছিস্ ছিস্ কি কৰিলি? কুলি ছোৱালীয়ে মুখ দিয়া হাৰিয়া খালি!"

ঘটীটো আজুৰি নিয়াত নাকে-মুখে পৰা ৰসখিনি হাতেৰে মছাত নৰেশ্বৰ ব্যস্ত হল। মাদলৰ চাপৰ খৰ হল। কঁকালত শাৰীৰ আগটো টানকৈ আটি সাবিত্ৰী-তিলকমতিহঁত আলোমণি থকা পিনে নাচৰ মাজলৈ উঠি গল। গাভৰুহঁতে কৌতূহলত আলোমনিৰ সঙ্গ বিচাৰে—বিয়া নোসোমোৱাকৈয়ে বিবাহিত

জীৱন-ৰহস্যৰ সোৱাদ পাবলৈ। ৰাধু আহি লখুৰ পিহ পিনে থিয় হলহি—মুখত কোনো সম্ভাষণ নাই। খোজৰ শব্দৰ পৰাই পিছপিনে কোন থিয় হৈছে অনুমান কৰি চনিয়াই ওপৰলৈ মুখ তুলিলে। ৰাধুৰ নিষ্ঠুৰ দৃষ্টি অন্ধকাৰত অধিক কঠোৰ হল; মাত-বোল নকৰাকৈ হাতত ধৰি তাই লখুক টানিলে—গাভৰুৰ শক্তি আৰু শাসনৰ আজোৰ। নিমাতী হৈ দবাৰ হাত ধৰি ন-কন্যাই খোজ লোৱাৰ দৰে সুৰ-সুৰকৈ লখুয়ে বাধুক অনুসৰণ কৰিলে।

কৰম নাচ আৰম্ভ হৈছে; এজন ডেকাৰ ডিঙিত ঢোল; চাৰি-পাঁচজনে মাদল বজাইছে; ঘূৰি ঘূৰি মাদলৰ ছেঁৱে ছেঁৱে বিচিত্ৰ-ভঙ্গিত জাপ ধৰিছে। প্ৰত্যেক জনী নাচনীৰ হাতত একোটিকৈ চাহ গছৰ সৰু সৰু সেউজীয়া ডাল; ইজনীয়ে সিজনীৰ ডিঙিত ধৰাধৰিকৈ মাদলৰ তালে তালে আগলৈ এবাৰ পিছলৈ এবাৰ খোজ বঢ়াই কঁকাল ভাঙ্গি তললৈ হালি হালি পৰিছে; ভৰিৰ নূপুৰ হাতৰ খাৰুৰ জুনুক জুনুক নাচনী ধ্বনিৰ লগত তাল ৰখাই হাতৰ চাহ-গছৰ ডালেৰে যেন প্ৰিয়জনক নিমন্ত্ৰণ কৰিছে—বতাহৰ ঢৌত তিনি নাচ কৰা গাভৰু চাহ-গছ পাহীহে জানিবা।

চোতালৰ দাঁতিত কদম পুলি এটা; নাচ আৰম্ভ হোৱাৰ লগে লগে নৰেশ্বৰ চনিয়া সাউত কৰে উঠি গৈ তাৰ তলত বহিলগৈ। চোতালৰ হাৰিকেন লেম্পৰ পোহৰ কদম তলত পৰাহি নাই—আন্ধাৰ। কিছু সময় কাৰো মুখত মাত নাই—

নেমাতিলেই মনৰ কথা আন্ধাৰত অধিক স্পষ্ট হয়; নীৰৱতাই সঙ্গ মধুৰ কৰে। নাকৰ নিশ্বাস, বুকুৰ কঁপনি, চকুৰ তিৰবিৰণি, দেহৰ স্পৰ্শ সেই নীৰৱতাত বাংময় হয়। নৰেশ্বৰে চনিয়াৰ হাতৰ কাঁচৰ খাৰুশাৰী লিৰিকি-বিদাৰি আছে, ইপাতৰ লগত সিপাতৰ ঠুং ঠুং খুন্দা খুৱাই নমতা সখীৰ মাজত মাতবোল কৰাই দিছিল। সৰু লৰাই পুতলাৰ লগত ওমলাৰ দৰে নৰেশ্বৰে তাইৰ খাৰুৰ সৈতে ধেমালি কৰাত চনিয়াই মিচিকি মিচিকি হাঁহিলে। তাই বুজিলে, এই খেলা নাচোনৰ পূৰ্ব্বৰ মাদলৰ ছেও হে—নাচোন প্ৰস্তুতিৰ আহ্বান। হাতটোত নিজৰ সৰ্ব্বস্বত্ব ত্যাগ কৰি নৰেশ্বৰক তাৰ ইচ্ছামতে ঘূৰাব-পকাবলৈ এৰি দি চনিয়া নিশ্চল হৈ ৰল। ঠুং ঠুং ঠুং ঠুং ঠুং। খুন্দা খাই খাৰু এপাত ভাগিল; নৰেশ্বৰৰ আঙুলি কেইটা চনিয়াৰ হাতৰ পৰা চকুখাই আঁতৰি পৰিল! নৰেশ্বৰে লাজ পালে বুলি চনিয়াই বুজিলে। কোন পাত খাৰুনো ভাঙিল নিৰ্ণয় কৰিবলৈ সোঁ-হাতৰ খাৰু শাৰীত বাওঁহাতৰ আঙুলি বুলাই চনিয়াই কলে, "সেউজীয়াৰ লগত মোৰ অৰিয়া-অৰি; সেউজীয়া পাতেই ভাঙিল।" চনিয়াই এডাল এডালকৈ পুনৰ খাৰু কেইপাত গণিলে।

"ভাঙিব বুলি ভবাই নাছিলোঁ; বেয়া পালি নহয়?" কৃপা ভিক্ষা মাতেৰে সুধিলে।

"ভাঙিল ভালেই হ'ল; এবাৰ সন্ন্যাসী এটাই হাত চাই কৈছিল—সেউজীয়া ৰং মোলৈ বেয়া। এই পাত দলিয়াই দিওঁ দিওঁ কৰিয়েই আছিলোঁ, সত যোৱা নাছিল।"

"সেউজীয়া বং অমঙ্গল যদি কিনিছিলি কিয় ?" চনিয়াৰ হাতটো নিজৰ হাতৰ মাজত সুমুৱাই নৰেশ্বৰে কলে।

"বস্তু দেখিলেই হাটত কিনিবৰ মন যায়। পইচা পালে, যি মন যায় তাকে কিনি পেলাওঁ। দৰ্কাৰি-অদৰ্কাৰি ভাল-বেয়াৰ কথা ঘৰলৈ আহিহে ভাবো।"

"অহাবাৰৰ হাটত তোৰ মন যোৱা খাৰু এযোৰ মই কিনি দিম দে।"

নৰেশ্বৰৰ হাতৰ মাজত উম লৈ থকা হাতটো উলিয়াই আনি চনিয়াই কলে, "তোৰ পইচাৰে মোৰ হাতত খাৰু পিন্ধাই গোটেই মানুহজনীকে কিনি পেলাব খুজিছ নে ?" জোনটো চাবলৈ বস্তিৰ দৰ্কাৰ নাই ; চনিয়াৰ মুখৰ নতুন ধৰণৰ হাঁহিটো আন্ধাৰতে সি চিনি পালে।

"খাৰুৰ দামতে তোক পালেতো মহা ভাগ্য।"

"এই ভাগ্যৰ কাৰণেই বাগিছালৈ আহিছিলি ?"

উত্তৰ বিচাৰি নৰেশ্বৰে হাবাথুৰি খালে ; ঘপহ কৰে মিছা কথা এষাৰ কবলৈ তাৰ ইচ্ছা নহল। এই বয়সতে বহু দুখ-কষ্ট অপবাদ অনাহকতে সি পাইছে ; কিন্তু মিছা কথাৰে সেইবোৰৰ হাত সাৰিবলৈ চেষ্টা কৰা নাই। বাপেকৰ কিবা উপদেশ সি যদি সজ্ঞানে আজিলৈকে পালিছে—এইটোৱেই। প্ৰথম দিনৰ পৰিচয়তে চনিয়াৰ প্ৰতি তাৰ অন্তৰত এটি বুজাব নোৱাৰা আকৰ্ষণ জন্মিছিল ; চনিয়াইও তাক বিশ্বাস কৰে বুলি নৰেশ্বৰৰ ধাৰণা। কাৰোৰ লগত ক্ষণিকৰ দেখাত চিৰকলীয়া বন্ধুত্ব

জন্মে; চনিয়াৰ লগৰ সেই আত্মীয়তাৰ সম্পৰ্কত মিছা কথাৰে সি বেৰা দিব নেখোজে; সহজ ভাৱেই নৰেশ্বৰে উত্তৰ দিলে, "ভাগ্যক খেদি ফুৰিলে নেপায়; সি কেতিয়া আহি ধৰা দিয়েহি তাকো কব নোৱাৰি; সেই কাৰণেই হে ভাগ্য বোলে।"

"মোক লগ পাম বুলি তই আশা কৰা নাছিলি?" নিশা ফুলা বগা ফুলৰ তীব্ৰ গোন্ধৰ দৰে চনিয়াৰ হাঁহিৰ সুঘ্ৰাণে নৰেশ্বৰক সৌৰভিত কৰিলে।

"বুজিছ চনিয়া, ঘৰৰ পৰা যিদিনা ওলাইছিলোঁ, তহঁতৰ কাকো লগ পাম বুলি আশা কৰা নাছিলোঁ।" নৰেশ্বৰৰ মাতত অনুকম্পা।

"আমাক যেতিয়া লগ পালি,—ঘৰলৈ ঘূৰি যাবলৈ মন গল।" চনিয়াই নিজৰ মূৰটোৰে নৰেশ্বৰৰ মূৰটোত খুন্দা মাৰিলে—নৰেশ্বৰৰ মূৰৰ গভীৰ দুখবোৰ যেন ছিটিকি ওলাই পৰিল।

"ওহোঁ,—ওলোটোহে হ'ল; একেবাৰে তহঁতৰ লগত থাকি যাবলৈ ঠিক কৰিলোঁ।" কথাষাৰ কৈহে যেন নৰেশ্বৰে স্বস্তি লভিলে।

"জাত নাই, ভাত নাই, ধৰম নাই, মাত-কথাৰ ঠিক নাই—এই মানুহবোৰৰ মাজত তই কিয় থাকিবি?"

চনিয়াৰ কথাত তাইৰ মনৰ ভাব ধৰা টান। তাই ধেমালিতেই কৈছেনে সঁচাকৈয়ে কৈছে একো বুজিব নোৱাৰি নৰেশ্বৰে ভাবি-চিন্তি উত্তৰ দিলে, "শুন চনিয়া, দুখীয়াৰ ক'তো জাত নাই, সি যে দুখীয়া সেইটোৱেই তাৰ চিনাকি।"

গীত-নাচৰ উৎসৱৰ মাজত নৰেশ্বৰৰ গম্ভীৰ মুখৰ বিষাদভৰা কথা চনিয়াৰ ভাল নেলাগিল। নৰেশ্বৰক সাবটি ধৰি তাই কলে, "থৈ দে, থৈ দে তোৰ কিতাপৰ মিছা কথাবোৰ। তই বাগিছাত থাকিবলৈ বিচাৰ কিয় আমি হবলা বুজা নাই?" কপট দৃষ্টিৰে চালে।

"কচোন, কিয়?" নৰেশ্বৰৰ মুখত হাঁহি তেতিয়াও বিৰিঙা নাছিল।

"বাগিছাৰ দৰে কুলি ছোৱালী কত পাবি? আমাৰ সাবিত্ৰী, তিলকমতি সকলো অপেশ্বৰীৰ দৰে ধুনীয়া।"

"তই অপেশ্বৰীৰ ৰাণী।"

হাঁহিৰ লগতে ওলোৱা নৰেশ্বৰৰ মুখৰ কথাষাৰ শেষ হবলৈ নৌ পাওঁতেই তাৰ দেহ মেৰাই থকা হাতটো এৰুৱাই কলে, "মোক খং তোলাই তই ভাল পাৱ?"

"খং তোলাম কিয়? সঁচা কথা কৈছোঁ।" চনিয়াৰ হাতখন টানি আনি নিজৰ কোলাত ললে।

"শুন নৰেশ্বৰ, মোৰ পিছে পিছে তই বৰকৈ ঘূৰিবি। তোৰ ওপৰত সাবিত্ৰীৰ নজৰ পৰিছে। সাবিত্ৰীয়ে তোৰ কথা কৈ ৰহইচ কৰে।"

"তিলকমতি, দসোদাই নকয়?"

"তিলকমতি ভতাৰ বিচৰা মাইকী নহয়; দসোদাইবা কিয় কব? তাইৰ জোৱান মতা আছে; লৰাও এটা হৈছে।" অলপ বৈ পুনৰ কলে, "দসোদাৰ লৰাটো বেচ সুন্দৰ; বাপেকৰ দৰে

শকত। কোলাৰ কেচুৱাৰে দসোদাক দেখিলে যিচুৰ মাক যেন লাগে। এণ্ড্ৰুজ চাহাবে দিয়া যিচুৰ মাকৰ ছবি এখন মোৰ হাতত আছে—এদিন দুয়োখন মুখ মিলাই চাম ৰ'।”

পিছৰ কথাখিনিৰ একো অৰ্থ বুজিব নোৱাৰি নিজৰ অজ্ঞানতা ঢাকিবলৈ হাঁহি মাৰি নৰেশ্বৰে কলে, “বিয়া কৰ, তোৰো কোলাত লৰা-ছোৱালীয়ে খেলিব।”

“কাক বিয়া কৰাম? তোক?”

আড়ম্বৰহীন এনে প্ৰশ্ন নৰেশ্বৰে আশা কৰা নাছিল; প্ৰশ্নৰ নগ্নতাৰ লগত চনিয়াৰ চাহনিত বিদ্ৰূপ কঠোৰতা এনেভাৱে মিহলি হৈছিল যে নৰেশ্বৰে ঠট্‌মট্ খাই লাহেকৈ কলে, “ও, মইতো আশা কৰিছোঁ।”

“আশা কৰিলেই পাইনে? লৰা-ছোৱালীয়ে সোটো আশা কৰে, পাইনে?” মূৰৰ ওপৰৰ জোনটোলৈ হাতটো ডাঙি চনিয়াই দেখুৱালে।

নৰেশ্বৰে উত্তৰ দিবলৈ নৌ পাওঁতেই সাবিত্ৰী, তিলকমতি, সোহাগীহঁতে হাত চাপৰি বজাই নাচি নাচি চনিয়াক নৰেশ্বৰৰ কাষৰ পৰা টানি লৈ গল। আটাই কেইবাজনীয়ে পিছলৈ ঘূৰি ঘূৰি নৰেশ্বৰলৈ চাই চকু টিপিয়া-টিপি কৰি গোৱা গীতৰ অৰ্থ—

হে প্ৰিয়ে, তোমাৰ কাৰণে দেশে দেশে মই,
—বৈৰাগীৰ বেশত ঘূৰি ঘূৰি ফুৰিছোঁ।
হে সুন্দৰী, মোৰ ভাগ্য তোমাক ইয়াতে পালোঁ,
—তোমাক এৰি নিদিছোঁ কিন্তু!

হে প্ৰিয়ে, তোমাৰ কাৰণে দুৰ্গম পৰ্ব্বত বগালো
—কতনো নদী নদা পাৰ হলোঁ।
সাপৰ বিষো অমৃতৰ দৰে পিলো।
—তোমাক আৰু এৰি নিদিছোঁ।
হে সুন্দৰী, তোমাৰ কাৰণে কত দেৱীক যে ভোগ দিছিলোঁ।
আকাশৰ দেৱতালৈ কিমান বলি উচৰ্গিলো।
ভাগ্য মোৰ সুপ্ৰসন্ন, আজি তুমি মোৰ কাষত,
বদৰ পোহৰত চকুৰ পোহৰ নিমিলিকে,
আন্ধাৰত তোমাক দুই চকু মেলি চালোঁ,
সুৰৰ মুখৰতাই বুকু-চকু নিৰ্ব্বাক কৰাৰ ভয়ত
চোতালৰ আন্ধাৰ চুকত মনে মনে বহিলোঁ।
হে সুন্দৰী, তোমাৰ কাৰণে দেশে দেশে মই ঘূৰিলোঁ।

হাঁহি, হাঁহি, হাঁহি; সাবিত্ৰীহঁতৰ মুখত হাঁহি, চকুত হাঁহি, হাত চাপৰিত হাঁহি, কঁকালৰ ভঙ্গিত হাঁহি, নাচোনৰ ছন্দত হাঁহি; মাদলৰ বোলতো হাঁহি। সেই সৰ্ব্ব-হাঁহি জয় কৰিলে আকাশত উমলি ফুৰা জোনটিৰ স্নিগ্ধ মধুৰ মিচিক মিচিক হাঁহিটিয়ে।

## সোতৰ

"এই মিনি, আঁতৰ হ; ঘৰত হিচাপ কৰিবিগৈ।"

"ঘৰত হিচাব কৰিবলৈ যাম কিয়? তোৰ আগতে কৰিম। কিমান দিছ?"

"হাজিৰা বহীত যিমান লেখা আছে।"

"তিনি টকা ন অনাহে পাওঁনে?"

"আৰু নো কিমান পাবি?"

"এ সপ্তাহ কাম কৰি ·      "

পইচাখিনি হাতৰ তলুৱাতে ইফাল-সিফালকৈ লাৰি চাবি চনিয়াই কলে।

"বঙলাৰ বাবুৰ্চি খানচামাৰ লগত গা-ঘেলাই ঘূৰি-ফুৰিলেই বাগিছাত হাজিৰা দিয়া হয় নে?" সপ্তাহৰ দৰ্মহা দিয়া বাবুয়ে পেংলাই কৰি উত্তৰ দিলে।

"বাবুৰ্চি-খানচামাৰ লগত নুঘূৰি তোৰ লগত ঘূৰিলে বেচিকৈ দিবি?" হিচাব বাবুৰ প্ৰশ্নত সাপৰ দৰে ফোঁচ-ফোঁচাই চনিয়া আঁতৰ হল। বেটীৰ খং বাঢ়নীত তোলাৰ দৰে হিচাব বাবুয়ে দৰ্মহা লবলৈ সমুখত শাৰী পাতি থকা তিৰোতা কেইজনীলৈ চাই কলে, "এই, তহঁতৰ কলীমুখ চাবলৈ মাজ-ৰাতিলৈকে মই ইয়াত খাপ দি থাকিমনে?"

"কলামুখ চাই ভাল নেলাগে যদি বগীজনীকে চকীত বহুৱাই নেবাখিলি কিয়?" সকলো জন্তুৰে মাইকীজাত বেচি ডাইল; চকু-মুখ খংমুৱাকৈ তিলকমতিয়ে দৰমহা লবলৈ হাত আগবঢ়ালে। এজনী এজনীকৈ বাকী তিৰোতাও হিচাব বাবুৰ মেজৰ সমুখত থিয় হলগৈ।

শনিবাৰ; দৰ্মহাৰ দিন। দৰ্মহাৰ ধন হাতত পৰিলেই সৰহ ভাগে বাগিছাক আশ্ৰয় কৰি ঠন ধৰি উঠা মাৰোৱাৰী

দোকানলৈ যায়। লৰা-তিৰোতাৰে মিলি কাম কৰি সপ্তাহটো যিখিনি উপাৰ্জ্জন কৰে, দৰ্কাৰি অদৰ্কাৰিত হিচাব কৰি খৰচ কৰিলে হয়তো সপ্তাহটো কোনোমতে টানি-মুনি চলিব পাৰে। কিন্তু বাগিছাই বনুৱাক জীয়াই থাকিবলৈ শিকাইছে; পকুৰাৰ দৰে সঞ্চয় কৰিবলৈ শিকোৱা নাই। বৰ্ত্তমানেই বনুৱাৰ সৰ্ব্বস্ব; আজিয়েই যদি খাই-লৈ নাচি-গাই স্ফূৰ্ত্তি নকৰে, কালিলৈ কোনে জানে কি হব? বনুৱা পুৰুষ-তিৰোতাৰ মুখত সদায় সেই একে গীত—

নোবো জোনোম বৰসিডং নাংগিন
লংদা জগৰ হুতি-প্ৰীতি
নে জীবোন গতিডং
নে জীবোন কা হো নমোগা
কাসা পীতল পোৰাঃ জানবে
কাসা পীতল বদলা নমোআ
নে জীৱন গতিডং
নে জীৱন কা হো বদলাও
কুম্বৰ চাটু পোৰা জানবে
কুম্ব তাতে কা কুবাড়া
নে জীবোন গতিডং
নে জীবোন কা নমোগা।

[মানুহৰ জীৱন দুদিনীয়া; গতিকে জীৱনটো হাঁহি-খেলি কটাব লাগে। হে বন্ধু, আজিৰ দিনটো পুনৰ ঘূৰাই নোপোৱা। কাঁহ-

পিতল ফুটিলে সলনি কৰিব পাৰি ; কিন্তু যোৱা দিনটো আকৌ ঘূৰাই আনিব নোৱাৰি। কুমাৰৰ কলহ ফুটিলে পুনৰ কুমাৰৰ কাষলৈ নাহে। হে বন্ধু, দিনবোৰ এবাৰ গলে পুনৰ তোমাৰ কাষলৈ ঘূৰি নাহে।]

সপ্তাহৰ ধন হাতত পৰিলেই কোনো লৰ মাৰে দেশী মদৰ দোকানলৈ ; বটলে বটলে পানী মিহলোৱা ফুলি চাবাপ খাই দেহ-মন মতলীয়া নোহোৱালৈকে ঘৰলৈ নোভোতে। মাজ নিশা ঢলং-পলংকৈ আহি কোনোমতে মাটীয়ে-বালিয়ে পৰি থাকে। চাবাপ খাই সপ্তাহটোৰ পৰিশ্ৰম, অভাৱ-অনাটন পাহৰি পুৱা ভালেমান পৰলৈকে অজ্ঞান হৈ শুই থাকে।

কলঘৰত কাম থকা কেইজনৰ বাহিৰে দেওবাৰটো সৰহ ভাগ বনুৱাবে ছুটীৰ দিন। ছুটীৰ দিনটো স্বাধীনতাৰ দিন ; কলঘৰৰ ঘণ্টি, আৰু বাবুহঁতৰ শাসন নিৰ্দ্দেশৰ বহিৰ্ভূত দিন। পুৱা পাটীবপৰা নৌ উঠোঁতেই বেলিটোৱে ছুটীৰ দিনৰ মুক্তিৰ আহ্লাদ আনি দিয়ে ; কৰ্ম্মহীন দিনটোৰ অৱসৰে উদ্দীপনা বঢ়ায়।

দেওবাৰ হাটবাৰ ; বাগিছাৰ কাষতে হাট। হাট নহয়, উৎসৱ। ওচৰ-পাজৰৰ গাৱঁৰ মানুহে হাটত চাউল-পাত, হাঁহ-কুকুৰা, শাক-পাচলি বেচিবলৈ আনে ; সৰহকৈ আহে চহৰৰ বেপাৰী। বেপাৰীয়ে আনে নিমখ-তেল, মলা-ধপাত, চাধাপাত, কানি-কাপোৰ, তাম-ৰূপ-পিতলৰ সস্তীয়া অলঙ্কাৰ-পাতি। মনোহাৰী দোকানীৰ বস্তুৰ প্ৰতিয়েই বনুৱা তিৰোতা-গাভৰু

বিশেষকৈ আকৰ্ষিত হয়। কুলি ৰমণীৰ সপ্তাহৰ আৰ্জ্জোনৰ সৰহখিনি মনোহাৰী দোকানীয়ে লুটি নিয়ে। বন্ধুৱা তিৰো-তাই উৎসবৰ দৰে হাটলৈ সাজি-কাচি আহে; সন্ধিয়া ৰূপ-পিতলৰ অলঙ্কাৰবে ওজন বঢ়াই ঘৰলৈ ওভোটে। কোনজনী গাভৰু আকৌ হাটতে হেৰায়; কোনজনীয়ে লগ হেৰুৱাই অচিনাকি ডেকাৰ লগত অন্য বাগিছাত বাহ সাজে গৈ। পোহাৰৰ বস্তুৰলগতে হাটকুৱাৰ মিলন-বিচ্ছেদ, হাঁহি-কান্দোন, লাজ-লোকচান সানমিহলি হৈ হাটখনক মানৱতা-ৰসেৰে পৰিপূৰ্ণ কৰি তোলে ।

ৰাতিৰ বাহি হোৱা কৰ্কৰা ভাত কেইটা শুদা-শুদাই খাই হাত-খৰা কামিজটো গাত সুমুৱাবলৈ চেষ্টা কৰি লখু চোতাললৈ ওলাল। নঙলাৰ মুখত থিয় হৈ চনিয়াই হাটলৈ যোৱা মানুহ-বোৰৰ আলেখলেখ চাইছে। হঠাতে আহি লখুৱে চনিয়াৰ গাত চাপৰ এটা মাৰি কিৰিলি পাৰি আঁতৰি গ'ল; চনিয়াই চকু ঘোপা কৰি উভতি চাই কৃত্ৰিম ৰোষত কলে, "চুপতি মাৰিব খুজিছ যদি ৰাধুৰ লগত মাৰগৈ! পুৱাতে মোক জোকাই লৈছে কিয় ?"

"ৰাধুক বিচাৰি যাবলৈকেতো ওলাইছোঁ। পোৱালি মহৰীক চাই চাই তোৰ চকু পাথৰ হৈছে; চাপৰ মাৰি পাথৰৰ টোপনি ভাঙি দিলোঁ।" লখুৱে দুষ্টালিৰ হাঁহি হাঁহি আকৌ কলে, "থিয় হৈ বাটলৈ চাই থাকিলে কি লাভ ? ঘৰৰ পৰা তোক কোনেও হৰি নিবলৈ নাহে। সাজি-কাচি হাটলৈ ওলা।

বেচা-কিনা হাটতহে হয়।" কথাৰ লগে লগে লখুয়ে জেপৰ সৰু ফণিখনৰে চুলিবোৰ জোৰেৰে আছুৰি গালে,

ৰি ৰিণ ৰিণ ৰিহালো ৰিণ
চুতুক চুতুক চুতকি বজাই পাই ৰিণকো তাব
ধীৰো ধীৰো ষাহ দো যাবো বজাৰ।

[ মুপূৰৰ ধ্বনিৰ লগত চুতকিয়ে ( ভৰিৰ আঙঠিয়ে ) সুৰ মিলাই সঙ্গীতৰ সৃষ্টি কৰিছে। বল, লাহে লাহে আমি বজাৰলৈ খোজ লওঁ। ]

নঙলাৰ খুটাৰ পৰা হাত আঁতৰাই সংকোচৰ হাঁহিৰে চনিয়াই গুণগুণাই উত্তৰ দিলে —

তোৰে দো তোলে উলো সকম
তোৰে দো কইড় তোলেনা
ভোলোং ৰে টিকা সিন্দুৰী
ভোলোং ৰে কাইড় টিকা না
অইড় লোৰতে জুৰী বংগাইয়া
অইড় দো হো কাইড় ভোলেনা।

[ হাতত মই আম পাত নেবান্ধো, মূৰত সেন্দুৰৰ ফোঁট নলওঁ, মোৰ বন্ধু নাই ; কাৰো লগত মই জোৰা নেবান্ধো। ]

গীত গাই গাই লখুলৈ কেৰাহিকৈ চাই চনিয়াই সমুখলৈ চাই বল। লখুয়ে বাট ওলাই চিঞৰিলে, "চনিয়া, আহিলোঁ ; ৰাৰণে হবি নিব অহালৈ তই বাট নেচাবি, ওলা।"

লগৰীয়াক লগ ধৰিবলৈ লখু কোবাকোবিকৈ আগ বাঢ়িল।

দূৰ্গা পূজাৰ জনতাৰ দৰে এজুমৰ পিছত আনজুম মতা-তিৰোতা বাগিছাৰ মাজেদি বাটত ওলাইছে—সকলো উৎসৱৰ সাজ-পোছাকত। নঙলাৰ মুখৰপৰাই চনিয়াই কৌতূহলেৰে চালে। বিৰচি—লগত এপাল লৰা-ছোৱালী; পিঠিত কেচুৱা বন্ধা। সৰু ছোৱালীজনীয়ে মাকৰ লগত সমানে খোজ কাঢ়িব নোৱাৰি টলং-ভটংকৈ একাঁ-বেকাঁকৈ লৰি গৈছে—এডলীয়া বাঁহৰ সাঁকোৰ ওপৰেদিহে যেন খোজ কাঢ়িছে। পিছত কুকুৰ এটাই বাট শুঙি-শুঙি আহি আছে; পিছত কুকুৰটো দেখি বিৰচিৰ লৰা-ছোৱালী মাকৰ কাষলৈ লৰি গল। কুকুৰটোৰ গাৰ নোম আধাখিনি সৰিছে; কুকুৰটো দেখিয়েই চনিয়াই তাৰ গিৰিহঁতক অনুমান কৰিলে—জখৌৰ কুকুৰ। জখৌ যলৈকে যায়, আধা-মৰা কুকুৰটোয়েও তাৰ লগে লগে বাট শুঙি আগ বাঢ়ে। গিৰিয়েক ঘৈণীয়েক হালে নিজেই দুবেলা দুমুঠি খাবলৈ নেপায়; জন্তুটো মিছাতে পুহিছে। কুকুৰটোক এমুঠি খাবলৈ নিদিয়াতে জখৌয়ে সিদিনা ঘৈণীয়েকক তহিলং কৰিছিল; ঠিক নাই, কোন দিনা তাই জখৌক এৰি বিষ্টুৰ ঘৰলৈ পলায়; তিৰোতা হল বুলিয়েই সদায় গিৰিয়েকৰ মাৰ-ধৰ খাই থাকিব পাৰেনে? —চনিয়াই চিন্তা কৰিলে। তাইৰ চকু জখৌৰপৰা কুকুৰ-টোলৈ গল। কুকুৰটোয়ে বাটৰ কাষলৈ গৈ পিছ ঠেং ওপৰলৈ তুলি চি-চি কৰে সৰু পানী চুলে; কামটো কৰা ঠাইডোখৰ শুঙি পাছ ভৰিৰে আচুৰিলে; হঠাতে আকৌ সমুখলৈ লৰ মাৰি; আগবাঢ়িল, কুকুৰটোৰ অসভ্যালিত চনিয়াই লাজত মুখ

ঘূৰালে। পিছত আৰু মানুহ—মতাতিৰোতা। সোহাগী, সাবিত্ৰী, যসোদা, তিলকমতি—তাইৰ লগৰ আঠাই কেইজনী। চনিয়া লৰালৰিকৈ ভিতৰ সোমাল। বাটৰ লগৰীয়ে তাইৰ মন চঞ্চল কৰিলে।

চনিয়াৰ ওলাওঁতে সবহ পৰ নেলাগিল। আঠুৰ তল ঢাক নোখোৱা ৰঙা শাৰীখন পিন্ধি বাটলৈ ওলাল। হুৰাহুৰি কৰি সকলোৱে খোজ লৈছে—পলম হলে জানোচা হাটৰ ধেমালি শেষ হয়—এই ভয়ত।

চনিয়াই যি আশঙ্কা কৰিছিল, সেয়ে ঘটিল। সকলোৰে পিছ পৰি পিছলৈ চাই চাই পোৱালি মহৰীয়ে খোজ দিছিল। চনিয়াক দেখি থমকিল; চনিয়াৰ ওচৰ চাপিল। তাইলৈ অৰ্থ-পূৰ্ণ হাঁহি মাৰি লগে লগে গল। কিছু সময় কাৰো মুখত কথা নাই। কথা কবলৈ উচ্পিচাই পোৱালি মহৰীয়েই প্ৰথমে সুধিলে, "হাৰিয়া খাই তুপৰলৈ শুইছিলি? কেতিয়াবাই আহি মই বাট চাই আছোঁ।"

চনিয়াই একো নেমাতিলে; মাত্ৰ পোৱালি মহৰীৰ মুখলৈ চকু ঘূৰাই বেঁকাকৈ হাঁহিলে। সেই হাঁহি আৰু চাহনিৰ সংকেতত মহৰী আশ্বস্ত হল; পুৱাৰেপৰা নিৰাশ দুশ্চিন্তাত বিভ্ৰান্ত হৈ থকা মনটো কিছু শান্ত হ'ল। শৰীৰৰ সকলো শক্তি জিভাৰ আগলৈ টানি সুধিলে, "চনিয়া, মোৰ কথাটোৰ কি কৰিলি?"

"কি কথা?" সহজভাৱেই চনিয়াই উত্তৰ দিলে।

"তই নজনাই হলি ?"

পোৱালি মহৰীয়ে ধেমালিৰ সুৰত কলে যদিও চনিয়াই উত্তৰ নিদিলে। মনৰ বহুত কথা চনিয়াৰ আগত প্ৰকাশ কৰিবলৈ পোৱালি মহৰীয়ে পুৱাৰেপৰা বাটত খাপ পিতি পিতি গুণা-গথা কৰি আছিল; কিন্তু ঈশ্বৰে মানুহক কথা কোৱা শক্তি দি শাস্তিও বিধিছে। কেতিয়াবা কব নলগীয়া কথা কৈ মানুহে কষ্ট পায়; দেহা বেচা তিৰোতাৰ দৰে কেতিয়াবা ভাববোৰে সাজি-কাচি মনৰ ভিতৰতে ৰূপৱতী হৈ বাট চাই থাকে—বাহিৰ ওলাবলৈ অক্ষম। পোৱালি মহৰীৰো মনৰ কথাবোৰৰ সেই একে অৱস্থা; মনৰ ভিতৰতে কথাবোৰক অলঙ্কাৰ-পাতি পিন্ধাই সজাই-পৰাই থৈছিল—কিন্তু চনিয়াৰ সমুখত মুখৰ মাত হৰিল। চিগাৰেটটোয়েই প্ৰকাশত বাধা জন্মাইছে ভাবি চিগাৰেটটো মুখৰপৰা দলিয়াই দি দেহৰ সকলো শক্তি সঞ্চয় কৰি চনিয়াৰ কাষ চাপিল। প্ৰকাশৰ সময়ত ধুনীয়া কাপোৰ-কানি সুলকি পোৱালি মহৰীৰ ভাবটো নঙঠা প্ৰশ্নত ওলাল—"বাগিছাৰ পৰা পলাই মোৰ লগত নেযাৱা ?"

চনিয়াই হঁা-না একো উত্তৰ নিদিলে; যদিও তাইৰ মনৰ কথা সলনি হোৱা মুখৰ বৰণতে এইদৰে প্ৰকাশ পালে—"পলাই যাব লাগে কিয় ? বিয়া কৰি বাগিছাত ৰখাবলৈ লাজ লাগে ?"

আৰু কিবা কবলৈ পোৱালি মহৰী চনিয়াৰ কাষ চাপিল; চনিয়াৰ হাতখন ধৰিবলৈ নিজৰ হাতখন আগবঢ়াই দিলে। দুৰ্ভাগ্য বতাহৰ লগতে উৰে; হঠাতে পিছৰপৰা কোনোবাই

মাত দিলে, "মহৰী বাবু, কন্যা খোজত গলে হাট ভাঙিলেহে হাট-খোলা পাবিগৈ ।"

"মহৰী বাবুয়ে বাটতে হাটৰ বস্তু দৰাদৰি কৰিছে ।" লগৰ জনে কলে ।

চনিয়াই কথাষাৰৰ অৰ্থ বুজি সেই সুবিধাতে, পোৱালি মহৰীক পিছ পেলাই বেগাবেগিকৈ খোজ দি মানুহ দুজনৰ লগ লাগিল । কেকুৰিটো পাব হলেই হাটখোলা ; কেকুৰিটোৰ কাষত ডাল-পাত বহলাই মেলি ওখ তেতেলি এজোপা । বাটৰ মাজত ৰদৰ পোহৰত মনৰ গোপন কথা কব নোৱাৰি । পোৱালি মহৰীয়ে ভাবিলে হাটখোলা সোমোৱাৰ আগতে গছৰ তলত ক্ষন্তেক বৈ চনিয়াৰ লগত কথাটো নিস্পত্তি কৰিব । দুয়ো গছৰ গুৰি পালেগৈ; কেইবাজনেও জুম পাতি গছৰ তলত তাচ খেলিছে । কি ধেমালি চলিছে চাবলৈ চনিয়া জুমটোৰ কাষত ক্ষন্তেক ৰলগৈ । যি আশা কৰিছিল, ভগৱানে তাকেই মিলালে । দৰিদ্ৰৰ আশাই সৰ্ব্বস্ব ; আত্মতৃপ্তিত পোৱালি মহৰী তাইৰ ওচৰতে থিয় হল । চনিয়াৰ লগত কথা পাতিবলৈ মহৰীৰ অপূৰ্ব্ব সুযোগ উপস্থিত ; কিন্তু কি কথা কব নকব ভাবি ঠিক কৰিব পৰা নাই । তিৰোতাৰ মন পোৱা সহজ নহয় ; কি কথাত কেতিয়া তিৰোতাৰ খং কেতিয়া ৰং বুজিব নোৱাৰি । ইফালে ছাইৰ তলৰ জুইৰ দৰে পোৱালি মহৰীৰ মন ভিতৰি ভিতৰি কামনাই দহি আছে । কিছু সময় মনে মনে থাকি মনৰ ভিতৰতে কথাখিনি পাগুলি চনিয়াৰ গাতে গা লগালে ; পোৱালি মহৰীৰ

গা গৰম। চনিয়াৰ পৰা আপত্তিৰ কোনো সংকেত নেপাই নিজৰ হাতখন তাইৰ হাতখনত লগাই দিলে। তিৰোতাৰ চকুৰ ভাষা সাংকেতিক অঙ্কতকৈও জটিল। চনিয়াৰ চকুত চাঁহিৰ অৰ্থ ধৰিব নোৱাৰি বহুপৰ তাইৰ চেঁচা হাতখন লিৰিকি বিদাৰি মনৰ কথা প্ৰকাশ কৰিবলৈ কুৰুং-কাৰাং কৰিলে।

তাচ খেলুৱৈৰ ভিতৰত এজন বুধু; বুধুৰ কাষতে হাতত এমুঠি পইচা লৈ নৰেশ্বৰ বহিছিল। চনিয়াই নৰেশ্বৰলৈ চাই চকুয়ে চকুয়ে কথা পতা পোৱালি মহৰীয়ে বুজিব পাৰিলে; মনে মনে নৰেশ্বৰলৈ ঈৰ্ষাও জন্মিল। কিন্তু চনিয়াৰ চকুয়ে নৰেশ্বৰৰ লগত দূৰৈৰ পৰা কথা পাতিলেও তাৰ সান্ত্বনা, চনিয়াৰ কোমল হাতখন আৰু লাহী আঙুলি কেইটাই তাৰ লগতেই ধেমালি কৰি আছে। অকস্মাতে চনিয়াই পোৱালি মহৰীৰ হাতৰপৰা হাতখন এৰুৱাই নৰেশ্বৰৰ কাষ চাপিল; নৰেশ্বৰে তাৰ হাতৰ পইচা খিনি বুধুৰ সমুখত পেলাই চনিয়াৰ লগত হাটখোলাৰ পিনে লৰ দিলে। বিচিত্ৰ নাৰী চৰিত্ৰ, আকাশৰ ৰঙৰ দৰে মুহূৰ্ত্তে মহূৰ্ত্তে মনৰ মানুহ সলনি হয়—পোৱালি মহৰীয়ে ভাবিলে। তাৰ মুঠিৰ ধন মুঠিৰ মাজতে হেৰাল। সাপে ডকা মানুহৰ দৰে য'তে থিয় দি আছিল তাৰ পৰা চলনা-নিপুন চনিয়ালৈ ৰোষভৰা চকুৰে মহৰীয়ে চালে।

আকৌ এটা জুম; জুমটোৰ মতা-তিৰোতাৰপৰা হি-হিকৈ হাঁহিৰ ৰোল উঠিছে। ৰহস্যৰ সন্ধেদ লবলৈ নৰেশ্বৰ চনিয়া দুয়ো হেচি-ঠেলি জুমৰ মাজত সোমাল গৈ। টিলিকা বগা ষাড়

গৰু এটাৰ ডিঙিত কেইবা শাৰী কড়িৰ মালা পিন্ধাইআৰু ঘণ্টা লগাই গেৰুৱা পোছাকৰ মূৰত পাগুৰি মৰা সন্ন্যাসী এজন ওচৰতে থিয় দি আছে। ষাড় গৰুটোৰ গাটো ৰামনামী কাপোৰেৰে মেৰোৱা। "যাও তো মহেশ যাও, সাধু বাবা কোন হোয় চালাম কৰ।" সন্ন্যাসীয়ে, কথাষাৰ কৈ ষাড়টোৰ ওলমিপৰা গলধনৰ বিচনীত হাত ফৰালে। ষাড়টোয়ে ইফালে সিফালে তুবাৰমান ঘূৰি একাষে থিয় দি থকা তুৰ্জ্জন চৰ্দ্দাৰৰ গাত মূৰ লগাই ডিঙিৰ টিলিঙা জোকাৰিলে। ষাড়টোৰ অদ্ভুত কাৰ্য্য দেখি সকলোৱে হোঁ-হোঁকৈ হাঁহিলে। তুৰ্জ্জন চৰ্দ্দাৰে আত্ম-প্ৰসাদত গৰুটোৰ গালৈ পইচা এটা দলিয়াই দিলে। মাটীৰ পৰা পইচাটো তুলি হাতখন তুৰ্জ্জন চৰ্দ্দাৰলৈ আগবঢ়াই সন্ন্যাসীয়ে আৱেদন জনালে, "এ্য কিয়া দিয়া বাবা, সজ্জন আদমিকো তো মহেশ পছন লিয়া।" তুৰ্জ্জনৰ নামটোকে হিন্দুস্থানী সন্ন্যাসীয়ে ভুলকৈ সজ্জন উচ্চাৰণ কৰা ভাবি জুমটোয়ে গিৰ্জ্জনি মাৰি হাঁহিলে। চৰ্দ্দাৰে আৰু এটা পইচা ষাড়টোৰ মালিকক দিলে। মানুহজনে পইচা তুটা চোলাৰ জেপত ভৰাই ষাড়টোৰ কাণত হাত ফুৰাই আকৌ কলে, "যাও মহেশ যাও, সাদী হনে লাগা বেটীকো দেখাও বাবা, দেখাও।"

ষাড়টোৱে মনোহৰ ভঙ্গিত মূৰ নচুৱাই ডিঙিৰ টিলিঙা বজাই বজাই জুমটোৰ চাৰিওকাষে কেইবা পাকো ঘূৰিলে। সেই সময়ত হেচুকি হেচুকি চনিয়া জুমৰ সমুখত থিয় হৈছিলগৈ। ৰঙা শাৰী দেখি ষাড়টোৱে ডিঙি-মূৰ লৰচৰ

কৰিবলৈ বন্ধ কৰি চনিয়াৰ কাষত তভক মাৰি ৰল। মালিকে নিৰ্দ্দেশ দিলে, "দেখাও বাবা মহেশ দেখাও।" জুমৰ মতা-তিৰোতাই ষাড়টোয়েনো কি কৰে জানিবলৈ উৎকণ্ঠিত হৈ অপেক্ষা কৰিছিল। ষাড়টো কেইখোজমান আগ বাঢ়িল; মালিকে পূৰ্ব্বতকৈও উচ্চস্বৰে কলে, "দেখাও মহেশ, দেখাও।" সন্ন্যাসীৰ আদেশৰ লগে লগে ষাড়টোয়ে ঘূৰি আহি চনিয়াৰ গাত খুন্দা মাৰি মূৰ জোকাৰিলে। মতা-তিৰোতাৰ গগন ফলা হাঁহিৰ ৰোলত গৰুৰ ডিঙিৰ ঘণ্টাৰ শব্দ জয় পৰিল। ঠেলা-হেচা কৰি লাজত চনিয়া লবালৰিকৈ জুমটোৰপৰা বাহিৰ লাল।

নৰেশ্বৰকো জুমৰ মাজৰ পৰা টানি উলিয়াই হাঁহি-হাঁহি দুয়ো হাটৰ মাজত সোমাল। হাট ভৰপূৰ; পোহাৰ চাই ফুৰা মানুহৰে উতুলি-মুতুলি; ইফাল সিফাল কৰিবলৈকো অস্থি-সন্ধি নাই। গাত গা নলগোৱাকৈ এখোজো আগবাঢ়িব নোৱাৰি। কোনোৱে ইচ্ছা কৰিয়েই তিৰোতাৰ বুকু-পিঠি খুন্দিয়াই সুখ লভিছে; তাৰ বাবে কোনেও আপত্তিও কৰা নাই; কাৰো লগত খকাখুন্দাও লগা নাই। অচিন নৰ-নাৰীৰ অহৈতুকী স্পৰ্শ-সুখৰ ঠেলাহেচা মাদকতা সকলোৱে সহজ আনন্দৰেই অনুভৱ কৰিছে। ঘূৰি ঘূৰি নৰেশ্বৰ আৰু চনিয়া হাটৰ মূৰ ওলালগৈ; শাক-পাচলিৰ বজাৰ—এই পিনে হাটকৰাৰ সমাগম কম।

চনিয়াই ৰাধুৰ ভায়েক লোধাক তাতে বেত গাজ দুমুঠি, কুকুৰা কণী এযোৰ আগত লৈ দুই আঠুৰ মাজত মূৰ সুমুৱাই বহি থকা দেখি মাত লগালে—"লোধা, ৰাধু হাটলৈ অহা নাই?"

"আহিছে।"

"কলৈ গ'ল ?"

"জানো ?"

"হাটলৈ কি আনিছিলি ?"

"একো অনা নাই; এই কিটা বস্তুৰে মোক ইয়াতে বহুৱাই থৈ কেতিয়াবাই গুচি গৈছে—এতিয়াও অহা নাই। মই কিমান বহি থাকিম ?" লোধাই কান্দো কান্দো হৈ কলে।

ৰাধুয়ে বেত গাজ ছুমুঠি বেচিবৰ নাম কৰি হাটলৈ আহি ভায়েকৰ হাতত সেই ভাৰ দি নিজে লখুৰ লগত হাট ভ্ৰমি ফুৰিছে; চনিয়াই বুজিলে। চনিয়াই আকৌ সুধিলে, "তই বেচিব পৰা নাই ?"

"বেত গাজ এনেয়ে দিলেও নিনিয়ে। এইবোৰ ৰাধুয়েহে বেছিবলৈ আনিছিল।"

কণী ছুটালৈ চাই চনিয়াই কলে, "কণীও দেখোন বেচা যোৱা নাই ?"

"এক অনা দাম বুলিলেই গ্ৰাহক আঁতৰি যায়। ৰাধুয়ে এক অনাৰ কমে বেচিবলৈ হাক দিছে।"

"বাৰু ৰ, মই এতিয়াই বেচি দিম।" লোধাৰ ওচৰতে বহি চনিয়াই নৰেশ্বৰক কলে, "চাই থাকিবি, মই মুঠিত এক অনাকৈ বেত গাজ বেচিম।"

"ধেত, বেত গাজ মুঠিত এপইচাহে!" লোধাই ভাবিলে চনিয়াই তাৰ লগত ধেমালি কৰিছে।

"তই মনে মনে থাক।"

সমুখেদি হাট ঘূৰি-ফুৰা ডেকা দুটা গৈছিল। চনিয়াই মুখ তুলি চাওঁতে এজনৰ চকুয়ে-চকুয়ে পৰাত দৃষ্টিৰে নহয় অন্তৰ্দৃষ্টিৰে হাঁহিলে। ডেকাজনেও হাঁহি থমকি ৰল। চনিয়াই লাজকুৰীয়াভাৱে আকৌ চালে, ডেকাজন ওচৰ চাপি অহা দেখি চনিয়াই কলে, "এই বাবু বেত গাজ লবি ;. কোমল গাজ।" ডেকাজনে কঁকাল ভাঙি তললৈ দূৰ কৰি বেত গাজ মুঠি চোৱাৰ ভাও জুৰিলে। বেত গাজ লোৱা লক্ষ্য নহয় উপলক্ষ্যহে ; চনিয়াৰ মুখৰ ওচৰ চাপি চকুজোৰ বলগৈ। ডেকাই গাজ মুঠি হাতত লৈ লিৰিকি বিদাৰি থকা দেখি লাজকুৰীয়া হাঁহিৰে চনিয়াই কলে, "কি চাইছ ? লৈ ল বাবু।"

লগৰজন ডেকাই আহি কান্ধত হাত দিয়াত বন্ধুয়ে কঁকাল পোনালে।

"বেত গাজ কিনি খাইনে ? বেত গাজ বিচাৰোঁতে, বেতৰ কাঁইটে চকু নিবিন্ধিলেহে হৈছে।" বন্ধুৰ মুখলৈ অৰ্থসূচক দৃষ্টি।

"আয়ে বেত গাজৰ কথা কৈছিল—বাত বেমাৰত বোলে উপকাৰী। তুমি আগবাঢ়া ; চকুৰ আগতে পাইছোঁ যেতিয়া দাম-দৰ কৰি এমুঠি লৈয়ে যাওঁ।"

"বেত বৰকৈ মেৰাই ধৰিলে আয়েৰাই বেত গাজ খাবলৈ নেপাব একা ? বন্ধুৰ পিঠিত ঢকা এটা মাৰি লগৰজন আঁতৰিল। পহু ফান্দত পৰিল বুজি চনিয়াই মুখখনত ফুলজাৰি জ্বলাই কলে, "দুই মুঠি লৈ যা বাবু—দুই অনা লাগিব।"

"বহুত দাম ; এক অনা দিম।"

মুঠিত চাৰি অনা বুলিলেও যে ডেকাই গাজ নিকিনি নেযাই চনিয়াই বঢ়িয়াকৈ বুজিছিল। গাজ মুঠি উপৰি, ফাও ; দুই অনাৰ বিনিময়ত ডেকাই আচলতে যি তৃপ্তি বিচাৰিছিল তাকে লভি ছোৱালীজনীৰ সংসৰ্গৰ সেই উজ্জ্বল মুহূৰ্ত্ত যিমান দীঘলাব পাৰি তাৰ বাবে চেষ্টা কৰিলে। উদ্দেশ্য যেতিয়া সিদ্ধিৰ পথত—চনিয়াই এক দণ্ডও ডেকাক ধৰি ৰাখিবলৈ নিবিচাৰিলে। তাই মুখ কলা কৰি কলে, "জেপত পইচা নাই যদি বস্তু কিয় দৰাই ফুৰিছ ?"

একেযাৰ কথাই ডেকাৰ আত্মসন্মানত কুঠাৰাঘাত কৰিলে। লৰালৰিকৈ জেপৰপৰা শিকি এটা উলিয়াই প্ৰাৰ্থনাৰ চাহনিৰে চনিয়াৰ সমুখলৈ আগবঢ়াই দিলে। শিকিটো লওঁতে চনিয়াই ইচ্ছা কৰিয়েই নিজৰ আঙুলি কেইটা ডেকাৰ হাতখনত লগাই দিলে। উত্তেজনাত ডেকাৰ চকুৰপৰা জুইৰ ফিৰঙতি উফৰিল ; চনিয়াৰ চকুতো ফিৰঙতি পৰিল। কিন্তু খাণ্ডৱদাহ নহল।

"চাৰি অনা ? মোৰ হাতত খুচুৰা নাই।" চনিয়াই হাঁহিৰে ডেকাক উন্মাদ কৰিলে। চকুৰ চাহনিৰে ডেকা লৰাক নচুৱাই গাভৰুয়ে সদায় আত্ম-আমোদ অনুভৱ কৰে। জেপ খপিয়াই খুচুৰা পইচা নেপাই ডেকা ব্যতিব্যস্ত হল।

"বাবু কণী দুটাও লৈ যা। চাৰি অনা পূৰা হৈ যাব।" চনিয়াই ইচ্ছা কৰিয়েই বুকুৰ পৰা বাগৰি পৰা কাপোৰখন টানি ললে ; ডেকাই বুকু দেখিলে ; অন্তৰ নমণিলে ; তাতেই কিন্তু মন্ত্ৰসাধন হল।

"দে বাৰু," এনেভাবে চনিয়াৰ বুকুৰ উঠা-নমালৈ চালে—সেয়ে যেন ডেকাৰ জীৱনৰ শেষ সোণালী মুহূৰ্ত্ত। চনিয়াই কণী দুটা, তাৰ পিছত গাজ দুমুঠি ডেকাৰ হাতত তুলি দিলে; গাজ দুমুঠি দিওঁতে ডেকাৰ হাতত অলক্ষিতে চিকুট মাৰি দিলে। ডেকাৰ সমগ্ৰ মুখ ফাগুন মাহৰ শিমলু গছৰ দৰে ৰঙা হৈ পৰিল।

"হো তোৰ পইচা ল।" লোধাৰ হাতত ধিকিটো দলিয়াই তপিনাৰ কাপোৰৰ ধূলি-মাকতি জোকাৰি চনিয়া থিয় হল; ইমান পৰ নিৰ্ব্বাক হৈ যোগনিদ্ৰাত থকা নৰেশ্বৰৰ হাতখন আজুৰি পিছ মুহূৰ্ত্ততে আঁতৰি গল। দূৰৈৰপৰা ডেকালৈ ঘূৰি চাই আকৌ এটি হাঁহি মাৰিলে—সীতাৰ হৰণত ৰামতকৈও ডেকাৰ মুখ করুণ। নৰেশ্বৰৰ হাতখন আগলৈ আজুৰি চনিয়াই কলে, "বল, বল বেগাই, মানুহৰ মাজত সোমাওঁ। গাজ দুমুঠি দলিয়াই সি আজি হাটত মোৰ পিছে পিছেই ঘূৰিব। অহাবাৰৰ হাটলৈকো বেত গাজ কিনিবলৈ নহাকৈ নেথাকে।"

নৰেশ্বৰৰ মুখলৈ চাই হাঁহি মাৰি হৰ-হৰকৈ তাৰ হাতখন টানি থিতাতে দুয়ো নোহোৱা হল।

চৰায়ে ইটো ডালৰপৰা সিটো ডাললৈ কিল-কিল কৰি নাচি নাচি বগোৱাৰ দৰে চনিয়াও ইখন পোহাৰৰপৰা সিখন পোহাৰৰ ওচৰ চাপি সদায় দেখি থকা বস্তুবোৰকে উৎসুকেৰে চাই ফুৰিছে; কোনোখনৰ বস্তু হাতেৰে লিৰিকি বিদাৰিছে; হাঁহি হাঁহি কোনোখনত দোকানীক দাম সুধিছে। সকলো বেপাৰীয়েই যেন চনিয়াক চিনি পায়; সকলোৰে লগতে দুই এষাৰ কথা পাতি

হাঁহি-ধেমালি কৰে। তাইৰ চলনৰ ছন্দত, কৌতুহলী চকুৰ দৃষ্টিত হাটকৰা বিমুগ্ধ।

হাটৰ মাজতে এশাৰী মনোহাৰী মালৰ দোকান। কুলি তিৰোতা সৰহ ভাগেই তাতে জাহ দি পৰিছে। বিভিন্ন ধৰণৰ ৰূপৰ অলঙ্কাৰৰ পোহাৰ; বিবাহিত অবিবাহিত সকলো তিৰোতাই পোহাৰৰ চাৰিওপিনে বহি ভৰি হাত নাক ডিঙি কাণত অলঙ্কাৰ সুমুৱাই চাইছে। নতুন অলঙ্কাৰ পিন্ধি দেখিবলৈ কেনে হৈছে ইজনীয়ে সিজনীক সুধিছে। লগৰ জনীয়ে উত্তৰ দিবলৈ নৌপাওঁতেই দোকানীয়ে মাত দিছে, "কি সুধিব লাগিছে? এই ঘোগলা (ডিঙিৰ মালা) বাঁচী জিলাৰপৰা আহিছে। এই ৰকম বস্তু ইয়াত ক'ত পাবি? লৈ ল। তোক ধুনীয়া দেখাব।" দোকানীৰ কথা শুনি তিৰোতা গৰাকীয়ে কপাহ জোলাৰ দৰে দাঁত উলিয়াই হাঁহিলে। চনিয়াও আহি সেই পোহাৰৰ ওচৰতে বহি ইটো-সিটো অলঙ্কাৰ হাতত তুলি পৰীক্ষা কৰিলে। চনিয়াৰ ৰঙা শাৰীয়ে দোকানীক আকৰ্ষণ কৰিলে; দোকানীয়ে মাতিলে, "এই মিনি, সেই সীতাৰামিয়া (ডিঙিৰ মণি) ল। তোৰ বগা ডিঙিত মনাব।"

"কিমান দাম?" চনিয়াই সীতাৰামিয়াধাৰ ডিঙিত সুমুৱাই বুকুৰ কিমান দূৰলৈকে পৰে জুখি চাবলৈ চেষ্টা কৰিলে।

"এই মিনি, কি কৰিছ, কি কৰিছ? তেনেকৈ নধৰিবি, ছিঙ্গি যাব।" কৰ্কশ মাতেৰে বেপাৰিয়ে মাতিলে। ওচৰত বহি থকা অন্য এজনী গাভৰুৱে কপালত বিন্দিয়া বান্ধিছিল; দোকানীৰ

কঠোৰ মাতত ভয় খাই লৰা-লৰিকৈ বিন্দিয়াডাল থহাই পূৰ্ব্বৰ ঠাইত থলে।

"খাইনে নেখাই নোচোৰাকৈ লম ?" দোকানীৰ নিষেধ সত্ত্বেও চনিয়াই ৰূপৰ দীঘল মণিধাৰ ডিঙিত মেৰাই বেপাৰিক সুধিলে, "কিমানত দিবি ?"

"দুই টকা লাগিব ; তাৰ কমে নেপাবি।"

"ইস্, নকলি ৰূপৰ সীতাৰামিয়াডালত দুই টকা ?" চনিয়া বহাৰপৰা উঠিল।

"কিমান দিবি ?" গ্ৰাহক ভগাৰ ভয়ত দোকানীয়ে সুধিলে।

"তই ক কিমানত দিবি ?" চনিয়াই ঘূৰাই একে প্ৰশ্নকে কৰিলে।

"এক টকা বাৰ অনা দিবি ?"

"ওহোঁ।"

"কিমান দিবি, ক ?"

"এটকা দিম।"

"পইচা নাই যদি ক ; তোৰ নিচিনা ছোৱালীক সীতাৰামিয়া এনেয়ে পিন্ধাম।"

"এই খবৰদাৰ বেয়া কথা নকবি।" খঙেৰে কথাষাৰ কৈ চনিয়া যাবলৈ ওলাল।

"ডেৰ টকা দিবি ?" দোকানীৰ কথালৈ আওকাণ কৰি চনিয়াই খোজ ললে। হেৰাব খোজা গ্ৰাহকক ফুচুলাই আনিবলৈ শেষ চেষ্টা কৰি দোকানীয়ে পুনৰ কলে, "আহ্ আহ্ এক টকা চাৰি অনা দিবি।"

নৰেশ্বৰে ওচৰ চাপি আহি কলে, "চনিয়া তোৰ হাতত পইচা নাই যদি মই দিওঁ—তই যি লাগে লৈ ল।"

"ধেৎ তোৰ পইচা কোনে বিচাৰিছে?" চনিয়াৰ ভেকাহি খাই সুৰসুৰকৈ নৰেশ্বৰে কাষৰ দোকানত মনোহাৰি মাল চাবলৈ গল।

চনিয়াক খন্তেক চিন্তা কৰা দেখি দোকানীয়ে অনুৰাগৰ সুৰত কলে, "ইয়াতকৈ কমত ক'তো নেপাবি। তইতো আগৰ হাটতো মোৰ তাৰপৰা মাল খৰিদ কৰিছ। আহ্ আহ্ লৈ যা, আৰু এক অনা পইচা কমাই দিবি বাৰু।"

"বাৰ অনা দিম।"

"খৰিদ দামেই এক টকা। চাবি অনা লোকচান হৈ চাব।" কথাৰ লগে লগে দোকানীয়ে সীতাৰামিয়াধাৰ কাগজেৰে মেৰিয়াই চনিয়াৰ হাতলৈ আগবঢ়ালে। চনিয়াই শাৰীৰ আগৰ গাঁথিৰ পৰা টকা এটা উলিয়াই দিলে; দোকানীয়ে ওভোটাই দিব লগা পইচা ঘূৰাই দিলে। চনিয়াই ওভোটাই দিয়া পইচা লেখি দোকানীৰ মুখলৈ চালে।

"চৈধ অনা লৈছোঁ। নহলে একদম লোকচান হৈ চাব।" দোকানীয়ে মিনতিপূৰ্ণ চকুৰে যেনেকৈ চালে যেন সেই দুই অনা নেপালে সি পোহাৰকে বন্ধ কৰিব লাগিব।

ইতিমধ্যে খাৰু এজোৰ কিনি নৰেশ্বৰ চনিয়াৰ ওচৰত থিয় দিলেহি; জেপৰ খাৰুজোৰ তাইৰ হাতত সুবিধা বুজি নিজে পিন্ধাই দিবলৈ উচ্পিচাই সি কলে, "কি গণি থাক, যাওঁ বল।"

"তু অনা বেছিকৈ ৰখালে।" পইচাখিনি গাঁথিত বান্ধি চনিয়াই উত্তৰ দিলে।

"দোকানীয়ে দেখোন মণিডাল তোক এনেয়ে দিম বুলিছিল।" নৰেশ্বৰে কলে।

"সকলো মতাৰে একে স্বভাৱ; গাভক দেখিলেই ঠগিবলৈ বিচাৰে।" পইচা বন্ধা শাৰীখনৰ আগটো কঁকালৰ খোচনাত সুমুৱাই চনিয়াই খোজ ললে।

"বল, পাদুৰিৰ কথা শুনোগৈ। পলমেই হ'ল হবলা; পাদুৰি কিজানি গলগৈয়ে।"

বিনা বাক্যে নৰেশ্বৰ সন্মত হ'ল; পাদুৰিৰ উপদেশ শুনোতেই খাকজোৰ পিন্ধাবলৈ তাৰ সুযোগ হব—আনন্দেৰে কথাটো কল্পনা কৰিলে।

চনিয়াই আগতে নৰেশ্বৰক পাদুৰিৰ কথা কৈছিল; দীঘল-ডড়ীয়া চাহাবজন; কপাহৰ দৰে ঢকঢকীয়া বগা হলো চোলাপিন্ধা বুঢ়া। ভৰিৰ কলাফুললৈকে ওলমি পৰা হলো চোলা পিন্ধিছে সঁচা—কিন্তু গাৰ বগা চোলা মলিয়ন। দেশী মানুহ—কুলিৰ দৰে কলা, বয়স ত্ৰিছ-পয়ত্ৰিছ। দীঘল ক্ষীণ। ৰদৰ পৰা ৰক্ষা পাবলৈ মূৰত হেট; কপালত দেখা দিয়া ঘাম লেতেৰা উৰ্মালখনেৰে সঘনে মছি আছে। নৰেশ্বৰে ফুচফুচাই চনিয়াক কিবা প্ৰশ্ন কৰিলে।

"এণ্ড্ৰুজ চাহাব নহয়; এণ্ড্ৰুজ চাহাবৰ বেমাৰ; কোনোবা আস্পতালত আছে। এই কলা পাদুৰি এণ্ড্ৰুজ চাহাবৰ শিষ্য জোনাথন। মৰমিয়াল মানুহ; সুন্দৰ সাধুকথা শুনায়।"

গছ এজোপাৰ ছাঁত এজাক মতা-তিৰোতাৰ মাজত কলা পাদুৰিয়ে থিয় হৈ কিতাপৰপৰা উপদেশ দিছিল। কিছু মানুহ পাদুৰিক বেঢ়ি বহিছে; পিছত অহাবোৰ থিয় হৈ আছে। নৰেশ্বৰ আৰু চনিয়াও থিয় দি পাদুৰিৰ কথা শুনিলে।

......"ভগৱানৰ খং উঠা দেখি তেওঁৰ পুত্ৰ যিচুয়ে, হাত জোৰকৈ কলে, 'হে পিতৃ, এই পাপী মানুহবোৰক মই প্ৰেম কৰোঁ, আপুনি তেওঁলোকক মৃত্যুৰ শাস্তি নিবিহিব।' ভগৱানে উত্তৰ দিলে, 'এই মানুহবোৰে পাপ কৰিছে; পাপৰ একমাত্ৰ শাস্তি হৈছে মৃত্যু।'

"হে ভগৱান, এই পাপী মানুহবোৰৰ হৈ যদি মই মৰোঁ, আপুনি তেতিয়া তেওঁলোকক ক্ষমা কৰিবনে?' ঈশ্বৰৰ পুত্ৰই বিনীত ভাৱে সুধিলে।"

পাদুৰিয়ে পাত লুটিয়াই পঢ়িলে—

"ওহোঁ, সেইটো সম্ভৱ নহয়। বহু মানুহৰ শাস্তি এজনৰ দ্বাৰা গ্ৰহণ কৰা কেনেকৈ সম্ভৱ হব?" ভগৱানে যিচুৰ অনুৰোধ ৰক্ষা কৰিবলৈ অমান্তি হল।

"যদি মই তিল-তিলকৈ অতি কষ্টত মৰোঁ—তেতিয়া আপুনি এই পাপী মানুহবোৰক মৃত্যুৰ পৰা ৰক্ষা কৰিবনে?"

"ঈশ্বৰে সেই কথাৰ একো উত্তৰ নিদিলে। ঈশ্বৰৰ সন্তান যিচুয়ে, তাৰ পিছত সেই দেশৰ দুষ্ট ৰজাৰ ওচৰত ধৰা দিলে। ৰজাৰ বিষয়াই যিচুৰ হাত-ভৰিত গজাল মাৰি ক্ৰুছ-বিদ্ধ কৰিলে। যিচুয়ে অসহ্য যন্ত্ৰণাত দাৰুণ আৰ্তনাদ কৰি চিঞৰিলে।"

পাঠৰ লগে লগে আপোনা-আপুনি চকুৰপৰা ওলোৱা পানী পাতুৰিয়ে মছিলে। নৰেশ্বৰবো চকুৰপৰা টপ্‌টপ্‌কৈ পানী পৰিবলৈ ধৰিলে। উপস্থিত সকলোবোৰে স্তব্ধ হৈ পাতুৰিৰ গল্প শুনিলে।

"ভগৱানে যেতিয়া যিচুৰ কাষ চাপি কলে, 'পুত্ৰ, মই তোমাৰ আত্মত্যাগত সন্তুষ্ট। তিল-তিলকৈ কষ্ট সহ্য কৰি তুমি যি মৃত্যু বৰণ কৰিছা—তোমাৰ পুণ্য কাৰ্য্যই পৃথিবীৰ পাপী সকলক নৰকৰপৰা উদ্ধাৰ কৰিব।"

দৰ্শকৰ মাজত উপদেশৰ কি প্ৰতিক্ৰিয়া হৈছে চকু ঘূৰাই চাবিওপিনে চাই পাতুৰিয়ে আকৌ পঢ়িবলৈ আৰম্ভ কৰিলে।

"—আমি যদি যিচুয়ে দিয়া বাণীৰ মতে চলোঁ তেন্তে মৃত্যুৰ পিচত স্বৰ্গৰাজ্য লাভ কৰিম। আপোন পথাৰত ভাল কঠীয়া সিচাঁ কোনো এজন মানুহৰ লগত স্বৰ্গৰাজ্যৰ তুলনা দি প্ৰভুয়ে কৈছিল—। এক গৃহস্থৰ মানুহবিলাক টোপনিত থাকোঁতে, তাৰ শত্ৰু আহি, ধানৰ মাজত বিনৈ বনৰ গুটি সিচি গুচি গল! পাছে, যেতিয়া সেই ধান গছ বাঢ়ি থোৰ ওলাল, তেতিয়া বিনৈ বনেও দেখা দিলে। তাতে সেই গৃহস্থৰ দাসবিলাকে আহি তেওঁক কলে, বোলে, 'মহাশয়, আপুনি জানো পথাৰত ভাল কঠীয়া সিচা নাই? তেন্তে বিনৈ বন কৰপৰা হল?' তেওঁ সিবিলাকক কলে, 'কোনোবা শত্ৰুয়ে তাক কৰিলে।' তাতে দাসবিলাকে তেওঁক কলে, 'তেন্তে আমি যেন গৈ বনবোৰ গোটাম, আপোনাৰ এনে ইচ্ছা আছেনে?' তেওঁ কলে, 'নহয়, বনবোৰ গোটাওঁতে কিজানি তইঁতে ধানকো তাৰ লগতে

উভাল, শস্য দাবৰ কাললৈকে দুয়োকো একেলগে বাঢ়িবলৈ দে। পাছে দাবৰ সময়ত মই ধান-দোৱাবোৰক কম, প্ৰথমতে বিনৈ বনবোৰ গোটাই মুঠামুঠি কৰি বান্ধিবি; কিন্তু ধান মোৰ ভৰালত চপাই থবিহঁক।”

ক্ষন্তেক উশাহ সলাই—সাধু শুনাৰ দৰে হাই-উৰুমি নকৰাকৈ চকু-কাণ সজাগ কৰি শুনি থকা শ্ৰোতাসকললৈ পাতুৰিয়ে লক্ষ্য কৰিলে। কোনোৱে ডিঙিটো সমুখলৈ আগ-বঢ়াই শুনিছিল; কোনো কোনো জনে দুই হাতৰ ওপৰত দেহৰ ভৰ থৈ শুনিছে; কোনোৱে চকু মুদিছিল, কোনো কোনোৱে ফুচফুচালে। সমুখৰ যি কেইজনত পাতুৰিৰ চকু পৰিল সকলোৰে মুখত বিস্ময়ৰ ভাব; কিন্তু অৰ্থ উপলব্ধিৰ কোনো ইঙ্গিত সেই মুখত নাই।

“বিনৈ বনৰ দৃষ্টান্তত প্ৰভুয়ে আমাক কি শিক্ষা দিলে, বুজিলানে ?”

অলপ সময়লৈ পাতুৰিৰ প্ৰশ্নৰ কোনো ফালৰপৰা কোনো উত্তৰ নাহিল। বুঢ়া কেইজনৰ পিনৰ পৰা উচপিচনিৰ শব্দ। পাতুৰিয়ে সেইপিনে দৃষ্টি ঘূৰালে। কোনোবাই কোৱা শুনিলে— “তুমি বুজাই নিদিলে আমি কেনেকৈ বুজিম ?” প্ৰশ্নত অপ্ৰসন্নতা।

“বাৰু মই ব্যাখ্যা কৰোঁ; শুনা।” আকৰ্ষণযোগ্য কণ্ঠেৰে পাতুৰিয়ে পঢ়ি গল।

“প্ৰভুয়ে বুজালে; যি জনে ভাল কঠীয়া সিচে তেওঁ মানুহৰ পুত্ৰ; পথাৰেই জগতখন; ভাল কঠীয়া ৰাজ্যৰ সন্তান-

বিলাক; আৰু বিনৈ বন পাপ-আত্মাৰ সন্তানবিলাক, যি শত্ৰুয়ে সেইবোৰ সিচিলে সি দয়াবান; শস্য দাবৰ সময়েই জগতৰ শেষ, ধান-দোৱাবোৰেই স্বৰ্গৰ দূত। এতেকে যেনেকৈ বনবোৰ গোটাই জুইত পোৰা যায়, সেইৰূপে জগতৰ শেষতো হব। মানুহৰ পুত্ৰই আপোন দূত বিলাকক পঠাই দিব; আৰু সিবিলাকে তেওঁৰ ৰাজ্যৰ মাজৰপৰা সকলো বিঘ্নজনক বিষয়, আৰু অধৰ্ম্মচাৰীবোৰক গোটাই অগ্নিকুণ্ডত পেলাব; তাতে ক্ৰন্দন আৰু দাঁত-কৰচনি হব। তেতিয়া ধাৰ্ম্মিকবিলাকে আপোন বিলাসৰ পিতৃৰ ৰাজ্যত সূৰ্য্যৰ নিচিনা হৈ নীতি প্ৰকাশ কৰিব। এই কথা যাৰ কাণ কাছে, সি শুনক।"

উশাহ সলাই কিতাপৰপৰা চকু আঁতৰাই পাদুৰিয়ে কলে।

"প্ৰভু যিচুখ্ৰীষ্টৰ অনুগ্ৰহ, ঈশ্বৰৰ প্ৰেম আৰু পবিত্ৰ আত্মাৰ সহভাগিতা তোমালোক সকলোৰে লগত থাকোক।"

কপালৰ ঘাম মছি পাদুৰি ক্ষন্তেক নীৰৱ হল। পুনৰ পূৰ্ব্বতকৈও অধিক চিত্তাকৰ্ষক মাতেৰে আৰম্ভ কৰিলে, "ভাই-ভনীসকল, ঈশ্বৰৰ পুত্ৰই আমাৰ পাপৰ কাৰণে অতি কষ্টৰে মৃত্যু বৰণ কৰিলে। আমি সকলোৱে পাপৰপৰা নিজকে ৰক্ষা কৰি পবিত্ৰ আত্মা যিচুৰ আজ্ঞা পালন কৰিব লাগে; তেওঁৰ প্ৰেমৰ প্ৰতিদান দিব লাগে। আহা, আমি সকলোৱে সমস্বৰে প্ৰভুৰ যশ-গীত কৰি তেওঁৰ মহিমা প্ৰচাৰ কৰোহঁক। প্ৰভু যিচু আমাৰ সকলোৰে ত্ৰাণকৰ্ত্তা।" হাতত অন্য ধৰ্ম্মপুস্তক লৈ ওচৰতে থিয় হৈ থকা লৰাজনে পাদুৰিৰ হাতত ধৰ্ম্মসঙ্গীতৰ

কিতাপখন তুলি দিলে। পাদুৰিয়ে সেই প্ৰসঙ্গৰ উপযোগী গীত বিচাৰি পুথিৰ পাত লুতিয়ালে। পাদুৰিৰ সাধু কিতাপ পঢ়া সমাপ্ত হোৱা বুজিব পাৰি এজন দুজনকৈ মতা-তিৰোতা উঠিল। উচ্‌পিচ্ ক্ৰমশ বাঢ়িল। চনিয়াহঁতৰ কাষৰপৰা উঠি যোৱা ডেকা এজনে ভোৰ-ভোৰাই কৈ গল, "এস্ ই সদায় পাপ কৰা কথাহে কয়। পাপ নকৰা মানুহনো সংসাৰত ক'ত আছে? আহা, আজিৰপৰা এইবোৰ শুনিবলৈ নাহোঁ।"

ডেকাৰ পিছে পিছে যোৱা অন্য এজনে মাত দিলে, "এই পাদুৰিহঁতৰনো কি কাম? চবকাৰে দৰ্মহা দিছে হাটে-বজাৰে কথা চোবাই ফুৰিবলৈ, গীত কৰিবলৈ।"

আগত যোৱা জনে উত্তৰ দিলে, "এস্ তুমি ধৰিবই পৰা নাই, ইহঁতৰ কাম হৈছে মানুহক খ্ৰিষ্টান কৰা। এটা হেন্দুক খ্ৰিষ্টান কৰিব পাৰিলে দহ টকা পায়।"

পাদুৰিয়ে নেদেখে বুলি কুঁজা হৈ আৰু অন্য কেইজনমান যাবলৈ উঠিল।

"এ যিচু, যিচু, যিচুৰ নাম শুনি থাকিলেই পেট ভৰিবনে? সি কয় বোলে যিচুয়ে আমাক মৰিলে স্বৰ্গলৈ নিব; স্বৰ্গলৈ গলেই ঘিউ-মউ খাবলৈ পাম।" গাবপৰা সোলোকাই হাতত লোৱা চোলাটোৰে বিকৃত কৰা মুখখনৰ ঘাম মচি মচি উঠি যোৱা ফাল্টু এজনে কলে।

"থোৱাহে স্বৰ্গৰ কথা; জীয়াত নিদিলে মাছ-পুঠি, মৰিলে দিব ভাৰ-ভেটি। দুবেলা দুমুঠি পেট-ভৰাই খাবলৈ নেপাই

লৰা-ত্‌ৰিৰোতাৰে সৈতে কল্‌ধপ্‌ কল্‌ধপ্‌—মৰিলে সি আমাক ঘি-মউ খুৱাব। থৈ দিয়া হে পাত্নৰিৰ ফোপজহি কথা। সুখে-দুখে আমাৰ এইখন সংসাৰেই ভাল, ক'ত আকৌ স্বৰ্গ-ফৰ্গ বিচাৰি ফুৰিবা। তাতনো কি সোণৰ সোলেং সোপা আছে?” পিছলোৱা অন্যজন ফাল্টুয়ে সমৰ্থনত কৈ গল।

পাত্নৰিয়ে গীত আৰম্ভ কৰিলে, বহি থকা সকলো থিয় হল পাত্নৰিৰ ওচৰৰ বন্ধুৱা কেইজনেও গীতত যোগ দিলে। গীত শেষ হোৱাৰ লগে লগে নৰেশ্বৰ চনিয়াও আঁতৰিল। জীৱনত এই প্ৰথম যিচুৰ কাহিনী শুনি নৰেশ্বৰৰ মন এক নতুন ভক্তি-বিশ্বাসত আলোড়িত হল।

ভৰ-দুপৰীয়া; ঘূৰি-ঘূৰি পেটৰ কল-মলনি উঠিল। মিঠাই আৰু মিঠাপানীৰ দোকান শাৰীৰ কাষেদি যাওঁতে পেটৰ পোৰণি উগ্ৰ হল। মিঠাপানীৰ বটল দুটা লৈ মুখৰ গুটি বুঢ়া আঙুলিৰে হেচামাৰি খুলি তাৰে এটা নৰেশ্বৰে চনিয়াৰ হাতত দিলে। লওঁ নলওঁকৈ চনিয়াই ললে; বটলৰ পানী শেষ কৰি নৰেশ্বৰে সুধিলে, “কি মিঠাই খাবি?”

“তই যি খাৱ খা”; দোকানীৰ হাতত বটলটো আগবঢ়াই দি চনিয়াই উত্তৰ দিলে, “মোৰ ভোক নাই।”

“মিনি, এই ভৰ দুপৰীয়া তোৰ ভোক পলাল কলৈ?” নৰেশ্বৰৰ হৈ দোকানীয়ে মাত দিলে।

“মিঠাই খাবলৈ পইচা নাই।” ইচ্ছা কৰিয়েই কাঢ় স্বৰেৰে চনিয়াই উত্তৰ দিলে। অদ্ভুত চৰিত্ৰৰ এই ছোৱালীজনী;

কাৰো লগত সম্পূৰ্ণভাৱে তাই নিজকে মিলাই দিব নোৱাৰে ; ওচৰত থাকিও যেন তাই আঁতৰত। যাৰ সঙ্গ কামনা কৰে, তাৰ পৰাও অকস্মাতে আঁতৰিব খোজে—কেতিয়াবা অনাহকত, কেতিয়াবা ক্ষোভত, কেতিয়াবা অহঙ্কাৰত।

"ডেকা লগত থাকোঁতে তই গাখিৰ পইচা খৰচ কৰিব লাগিছেনে ? মতাই আৰ্জিব তিৰোতাই খাব—দেশ-দস্তুৰ কথা।" কুলি ছোৱালীৰ লগত নৰেশ্বৰৰ সম্বন্ধ অনুমান কৰি দোকানীয়ে উত্তৰ দিলে। নৰেশ্বৰে লাজত তলমূৰ কৰিলে।

"ক, ক, কি দিম ? গৰম গৰম হালুৱা আছে ; খালে খাই থাকিবৰ মন যাব। এক পোৱা দিওঁ—চাৰি অনা।" উত্তৰলৈ বাট নাচাই দোকানীয়ে কাগজ এটুকুৰাত হালুৱা কিছু লৈ জুখিবলৈ আৰম্ভ কৰিলে। পাল্লাখন নৰেশ্বৰৰ পিনে ধৰি কলে, "চা, এই এক পোৱা।" হালুৱাখিনি কাগজত মেৰোৱাৰ আগতে সজাই থোৱা পিতলৰ থালখনৰপৰা আৰু এচিকটা লগাই দি খচ্‌খচ্‌কৈ টোপোলাটো বান্ধি নৰেশ্বৰৰ হাতত দি কলে, "উলিৱা, উলিৱা, চাৰি অনা উলিৱা।" নৰেশ্বৰৰপৰা পইচা নৌ পাওঁতেই সমুখত বৈ থকা অন্য গ্ৰাহকলৈ দোকানীয়ে মন দিলে।

"চাওঁ, জেলেপি চাৰিখনো দিয়া।"

ইতিমধ্যে চনিয়াই ওচৰৰে দোকানৰপৰা কিবা বস্তু এপদ কিনি নৰেশ্বৰৰ কাষ চাপিল।

"হো, ধৰ চোন।" নৰেশ্বৰে পিছত থিয় হৈ থকা চনিয়াৰ হাতত টোপোলাটো গুজি দিবলৈ হুহকিল।

"তোৰ বস্তু কঢ়িয়াবলৈ মই কিবা তোৰ মাইকী?" ধৰিবলৈ অনিচ্ছুক হৈ চনিয়াই কলে।

নৰেশ্বৰে বেজাৰ পোৱাৰ ভাৱ দেখুৱাই চনিয়ালৈ চালে; নিজৰ ৰূঢ়তাৰ প্ৰায়শ্চিত্ত কৰিবলৈ তাই পিছ মুহূৰ্ত্ততে আগ্ৰহেৰে টোপোলাটো ধৰিবলৈ সোঁহাত আগ বঢ়াই দিলে।

কিছুপৰ কথা-বাৰ্ত্তা নোকোৱাকৈ দুয়ো মানুহৰ মাজে মাজে গ'ল।

"কৰবাত নবহগৈ জানো?" নৰেশ্বৰে সুধিলে।

"বল, তহঁতে পুৰা বহা গছৰ তলতে জুৰাওঁগৈ।" অলপপৰ নীৰৱে থাকি চনিয়াই কলে।

"নৰেশ্বৰ, মোৰ ওপৰত তোৰ খং উঠিছে নহয়?"

"কিয়?"

"টোপোলাটো নলওঁ বুলিছিলোঁ।" নৰেশ্বৰক উত্তৰ দিবলৈ অৱসৰ নিদি তায়ে কলে—"বুজিছ নৰেশ্বৰ, আমি দুখীয়া, ভালবস্তু খোৱা ভাগ্যত নঘটে। তথাপি ধনীৰ এৰাও নিবিচাৰোঁ; খুজি মাগি ফুৰাও বৃত্তি নহয়।" চনিয়াই মাটীলৈ মূৰ কৰি কৈ গল—ধৰিত্ৰীকহে জানিবা নিজৰ দুখ জনালে।

"ময়ো দুখীয়াৰ লৰা, দুখীয়াৰ সুখ-দুখ বুজোঁ। সেই কাৰণেহে তহঁতৰ লাইনৰ মানুহৰ লগত মিলি-জুলি ভাল পাওঁ।"

লাহে লাহে দুয়ো শাখা-প্ৰশাখা প্ৰসাৰিত তেতেলি জোপাৰ

তল ওলালগৈ। লখু, ৰাধু, সোহাগী, স্থকুমণি, সাবিত্ৰী, দসোদা, বিৰচি, ঘূৰণ, তিলকমতি, দোমাৰি, ৰংকৌ, লাইনৰ মতা-তিৰোতা, ডেকা-গাভৰু ভালেমানেই তেতেলিব তলত জুৰাইছে। কোনো-কোনোৱে হাটত কিনা বস্তুৰ টোপোলা মেলি মুখত ভৰাইছে। নৰেশ্বৰ চনিয়ায়ো ঘাঁহতে বহি টোপোলা মেলিলে, নৰেশ্বৰৰ বস্তু ভাগলোৱাৰ সংকোচ ভগাত চনিয়ায়ে ভাগ বাটিলে।

খাই বৈ উঠি লখু নৰেশ্বৰ ৰংকৌ ঘূৰণে ঘাঁহৰ ওপৰতে দীঘলদি চকু মুদিলে। ছুটা কাবুলিয়ে এনেতে আহি জাহাজী-কলৰ আশীৰদবে ওলমিপৰা আঙুলিৰ মুঠিৰ মাজত থকা লাখুটিৰে তাহাঁতৰ গুৰিত ঠকৃঠকালে। শৰীৰৰ লগত সমতা ৰাখি ছুয়োজনে দীঘল-বহল গোফ ছুকোছাকো ধনুভিৰীয়া কৰি থৈছিল; ঢিলাকৈ মৰা মূৰৰ পাগুৰিটোৰ এক আঁচল কঁকালৰ তললৈ ওলমি পৰিছে। সাৰে সাত ফুট ওখৰ শকত-আৱত দীৰ্ঘদেহৰ মানুহ—স্থন্দ উপস্থন্দ; ইটোৰ লগত সিটোৰ চেহেৰা সলনি কৰিব পাৰি। ছুয়োজনৰ গাত ভৰিব কলাফুললৈকেপৰা দীঘল কূৰ্ত্তা চোলা; বুকুত ভেলভেটৰ ৰঙা ওৱেষ্টকোট। নাগৰা জোতাৰ মূৰটোয়ে ধান ওখনিওৱা ওখোনৰ দৰে ঘোৰ খাই ভৰিৰ তল গাঁথি চুইছিল। শৰীৰ আৰু সাজ-পোছাকে ভয়-ভীষণতাৰে আধিক্য স্পষ্ট কৰিছে।

লখুৱে চকু মেলি চোৱাত “মোংগ্ৰা কত”, কঠোৰ ভাৱে চকু পকাই স্থধিলে; লখুৱে ধৰমৰকৈ উঠি চাৰিওপিনে চকু

ফুৰাই মোংগ্ৰাক ক'তো নেদেখি, সেই ঠাইত অহা নাই বুলি উত্তৰ দিলে।

নিজৰ ভিতৰতে ভোৰভোৰাই এটাই ওৱেষ্টকোটৰ জেপৰপৰা দীঘল শিকলিৰে বন্ধা ঘড়ীটো উলিয়ালে—সময় নিৰ্দ্ধাৰণ কৰিবলৈ। ঘড়ী চোৱাৰ লগে লগে অলসভাৱে গছৰ তলত দীঘলদি পৰি থকা মতা-তিৰোতাবোৰলৈ নিৰ্দয় দৃষ্টিৰে চালে। চাহনিৰ অৰ্থ—মূৰ্খহঁত, জীৱনৰ প্ৰতিটি পলেই অৰ্থ সঞ্চয়ৰ সুযোগ—সেই কথা কেতিয়া বুজিবি ?

কাপোৰেৰে গা-মূৰ ঢাকি মোংগ্ৰা গছৰ তলত দীঘল দি পৰি আছিল। কাবুলী আঁতৰি যোৱাৰ উমান পাই সি লাহে লাহে লখুৰ ওচৰ চাপি কাবুলীয়ে তাৰ বিষয়ে কি সুধিলে জানিবলৈ বিচাৰিলে।

"তই নো কাবুলীৰ ধন ধাৰ লবলৈ গৈছিলি কিয় ?"

"ফান্দোক বিয়া কৰাবৰ সময়তে দহ টকা ধাৰে লৈছিলোঁ; আজি দুবছৰ হ'ল। এই দুবছৰে হাটৰ দিনত কেতিয়াবা আঠ অনা কেতিয়াবা টকাটো দি ধাৰ মাৰি আছোঁ; তথাপি তাৰ ধাৰ নমৰে, কি কৰিম ?"

"কাবুলীৰ ধাৰ ললে মানুহ মৰে, ধাৰ নমৰে—সেই কথা নেজান হবলা ? ভাগ্যে চাহাবে লাইনত কাবুলীক সোমাবলৈ দিয়া নাই—নহলে তোৰ ঘৰৰ পৰাই সিহঁতে বয়-বস্তু জোৰৰে লৈ গলহেঁতেন।" কথা শেষ কৰি লখুৱে সোলোকাই থোৱা কামিজৰ জেপৰ পৰা বাঁহীটো উলিয়াই ফুঁ দিলে। বাঁহীৰ সুৰ নহয়, যেন সুৰা। বংকৌ, নৰেশ্বৰ বাঁহীৰ মাতত সজাগ হল।

তিলকমতি, ৰাধুহঁতে লৰালৰিকৈ ভৰিত ঘুঙুৰ বান্ধিলে ; বাঁহীৰ সুৰত সুৰ মিলাই ঘুঙুৰ পিন্ধা তিৰোতা কেইগৰাকীয়ে ইজনীয়ে সিজনীৰ হাতত ধৰি চন্দ্ৰাকৃতিত নাচিবলৈ উপক্ৰম কৰিলে। বাঁহীৰ সুৰৰ লগত গাভৰুৰ উত্‌ৰাৱল ভৰিৰ ঘুঙুৰ জুমুৰৰ জুমুৰ মধুৰ ধ্বনি মিহলি হল ; তুপৰীয়াৰ জিলিৰ সঙ্গীতমধুৰ জি-জি ৰবো তাৰ লগতে মিলি ল'ল। নাচৰ লগে লগে নিজৰ ভাষাত গোৱা গীতৰ কথা স্পষ্ট হল—

হে চালু (সখী) ঘূৰি ঘূৰি নাচা
হে প্ৰিয়ে, আগলৈ পিছলৈ নাচা
হে চালু, আহঁতৰ পাতৰ দৰে ঘূৰি ঘূৰি নাচা।
হে বন্ধু, বৰ গছৰ পাতৰ দৰে
ফিৰ্ ফিৰ্ বতাহত নাচা
হে সখী, আহঁত গছৰ
কিমান চিকুণ পাত ?
হে বন্ধু, বৰ গছৰ
কিমান পিছল পাত ?
হে বন্ধু, আহঁতৰ পাত ইমান চিকুণ
জানা, তাৰ ওপৰ তেল ঢালি দিছে।
হে প্ৰিয়ে, বৰ গছৰ পিছল পাত
তাৰ ওপৰত ঘী ঢালিছে।
হে বন্ধু, ঘূৰি ঘূৰি নাচা
বতাহত বৰ গছৰ পাত কঁপাদি নাচা।

বন্ধুৱা তিৰোতাৰ মুখত ঈশ্বৰে কথা দিয়া নাই, দিছে মইনাৰ মাত; ভৰিত খোজ দিয়া নাই, দিছে খঞ্জনৰ ভঙ্গি।

ডুপৰীয়াৰ বদলৈ ভ্ৰূক্ষেপ নকৰি নাচি নাচি গাভৰুহঁত ঘামত জুৰুলি জুপুৰি হ'ল; ঘূৰণীয়া গাল-মুখৰপৰা টোঁপটোপকৈ ঘাম নিগৰিল—ফুলৰ পাপৰিৰপৰা খহি পৰা পুৱাৰ নিয়ৰৰ টোপালৰ দৰে। শিৰৰ দীঘল ফোঁটৰ সেন্দুৰ ঘামৰ লগত বিয়পি পৰাত প্ৰথম সন্তানৱতী দসোদাৰ মুখখন ডুপৰীয়াৰ সূৰ্য্যৰ দৰে উজ্জ্বল হল। বাঁহীৰ সুৰ লাহে লাহে নামিল ঘুঙুৰৰ জুমুৰ জুমুৰ ধ্বনি ক্ৰমশ অৱশ হৈ হঠাতে স্তব্ধ হল; ৰেশৰল জিলিৰ জি-জি মৃদু গুঞ্জণত। নাচৰ শেহত ইজনীয়ে সিজনীৰ কাপোৰ আজোৰা-আজুৰি কৰি ঢলি ঢলি হাঁহি বহিল। কাৰো দেহমনত অৱসাদ ক্লান্তি নাই—আছে জীৱনৰ অফুৰন্ত উৎসাহ, প্ৰাণশক্তিৰ প্ৰাচুৰ্য্য।

হাঁহি-ধেমালি কথা-বতৰাৰ মাজত চনিয়াই চাৰ্কাচ চোৱাৰ কথা উলিয়ালে; লখু আৰু ৰাধুয়েও আনন্দৰে সন্মতি জনালে। আবেলি হওঁ হওঁ, জেঠমহীয়া বেলিটোৰ উত্তাপ শাম কটা নাই এথোন। সন্ধিয়াৰ আগতে উভটি ঘৰত কৰিবগৈ কি? ঘৰলৈ গলেই অভাৱ অনাটনৰ এশ এটা চিন্তাই জুমুৰি দি ধৰিব। ঘৰ মাথো ৰাতিৰ জিৰণিৰ নিমিত্তে; ঈশ্বৰে দিয়া পোহৰ উপভোগ নকৰি কাৰ ভয়ত ফেঁচাৰ দৰে বেলি থাকোঁতেই আন্ধাৰ বাঁহত সোমাবলৈ যাব? মেলখাই যোৱা খোপাটো টানকৈ বান্ধি ৰাধুয়ে যাবলৈ উদ্যোগ কৰিলে; খোপাৰ পৰা সৰিপৰা গুলঞ্চ

পাহী লখুয়ে ৰাধুৰ খোপাত গুজি দিলে। সুকুমণিয়ে বন এডাল উঘালি দাঁতৰ গুৰি খৰকিয়াইছিল; দেৱতাৰ পাদপীঠত অৰ্পণ কৰা পুষ্পতকৈ ৰাধুৰ খোপাত লখুয়ে পিন্ধোৱা ফুলপাহী তাইৰ চকুত অধিক সুন্দৰ লাগিল। সেয়েহে ৰাধুৰ সৌভাগ্যত সুকুমণিয়ে হাঁহিলে; ৰাধুৰ চকুয়ে মুখেও প্ৰিয়জনৰ সঙ্গ-সুখৰ হাঁহি বিৰিঙিল। লাহে লাহে তিলকমতি, সাবিত্ৰী, দোমাৱী, লেংৰা সকলোৱে লখুহঁতৰ পিছ ললে। নৰেশ্বৰ চনিয়া অলপ আগবাঢ়ি গল। চনিয়াই ফুচফুচাই নৰেশ্বৰক কলে, "দেখিছনে, আজি দিনটো লখু-ৰাধুৰ এৰা-এৰি হোৱা নাই; তাহাঁতক অলপ এৰা-এৰি কৰাব লাগিব।"

"কেনেকৈ কৰাবি?" নৰেশ্বৰে সুধিলে।

"চাৰ্কাচত বহোঁতে লখু আৰু ৰাধুৰ মাজত তয়ে ময়ে ঘপহকৈ বহি পৰিম। মজা হব।"

"পইচা খৰচ কৰি একেলগে বহিবলৈ নেপালে ছুয়োটা বলিয়া নহবনে?"

"বেচ হব; তই হুচিয়াৰ থাকিবি।" দুয়োৰ মুখত দুষ্ট অভিসন্ধিৰ হাঁহি।

হাটখোলাৰ গাতে গা লগাই পথাৰখন। বেঙ্গল ডায়মণ্ড চাৰ্কাচে তাতে ডাঙৰ টম্বু এটা তৰিছে; টম্বুৰ চাৰিওপিনে গোট বাঁহৰ বেৰা। টম্বু আৰু বাঁহৰ বেৰাৰ মাজত পিছপিনলৈ অন্য দুটামান সৰু সৰু টম্বু; চাৰ্কাচৰ মেনেজাৰ আৰু খেলোৱাৰ থাকে। তাৰ কাষতে পিঞ্জৰাত ভৰোৱা বাঘ-বাঘিনী এহালে

হাওঁৰিয়াই আছিল। গৰালত ভৰোৱা বান্দৰ কেইটাই খেক্-খেকাইছিল। চাৰ্কাচৰ হাতী ঘোঁৰাও তাতে বন্ধা আছে!

নিজৰ টিকট নিজে কিনি দলৰ আটাইবোৰে ইটোৱে সিটোৰ কঁকালত ধৰাধৰিকৈ টম্বুৰ ভিতৰ সোমালি। তুৱাৰ-ৰখীয়াই দলটোক আগবঢ়াই দি গেলেৰিৰ কাঠৰ বেঞ্চত বহুৱালে। নবেশ্বৰ চনিয়াৰ অভিসন্ধি কৃতকাৰ্য্য হল; নবেশ্বৰৰ সোঁফালে পৰিল ৰাধু; চনিয়াৰ বাওঁপিনে বহিব লগা হল লখু। নবেশ্বৰৰ ওচৰত বহি চাৰ্কাচ আৰম্ভ নোহোৱালৈকে উৰহে কামোৰা মানুহৰ দৰে ৰাধুয়ে ধৰফৰাবলৈ ধৰিলে; বিৰক্তিৰে চনিয়ালৈ চালে। সেই বিৰক্তি আৰু অস্থিৰতা একো নজনাৰ ভাও ধৰি লখুৰ পিনে মূৰটো আগবঢ়াই চনিয়াই সুধিলে, "ইমানবোৰ চকী ক'ত পালে?"

"কত পাব! চাৰ্কাচৰ মানুহে লগত লৈ ফুৰিছে।"

পিঠিয়া-পিঠিকৈ বুটি ঘোঁৰাৰ ওপৰত বহি দুটা মানুহ ওলাল। চিতৰাপখৰা ভৰিৰ সৰু গাঁথিলৈকে বৈ পৰা পাইজামা, গাত হলো চোলা; হাতমুখ কপালত নানা বৰণৰ ৰং; মূৰত ওখ টুপী। বহুৰাৰ ভাওত ওলোৱা মানুহ দুটা দেখিয়েই চাৰিপিনে বৃত্তাকাৰ গেলেৰিত বহা মতা-তিৰোতাই গিৰ্জ্জনি মাৰি হাঁহিলে; গিৰ্জ্জনিৰ শব্দত টম্বুৰ কাপোৰত ঢৌ খেলিল। শ্লীলতাৰ সীমা পাৰ হোৱা বহুৱা দুটাৰ কথাবাৰ্ত্তাত বৈ বৈ হাঁহিৰ খলকনি।

একে সাজতে সাজি-কাচি তৃতীয় এক বহুৱাই তাঁহাতৰ

কথোপকথনত যোগ দিলেহি। তৃতীয় বহুৰূপীই ঘোঁৰাৰ নেজৰ পিনে মুখ দি ঘোঁৰাৰ পিঠিত বহা এজনক সুধিলে—

“তই পিছ পিনে মুখ দি বহিছ কিয় ?”

ঘোঁৰাৰ নেজডাল ওপৰলৈ ডাঙি উত্তৰ দিলে, “সি কেতিয়া পোৱালি দিয়ে তাকে চাইছোঁ।”

দৰ্শকৰ গিৰ্জ্জনিত তৃতীয় বহুৰূপীই কি কলে কোনেও নুশুনিলে। দুয়োটা বহুৰূপীৰ মাজত তৰ্ক লাগিল ; তৃতীয় বহুৰূপীই খণ্ডত ঘোঁৰাৰ ঠেঙত হাতৰ এচাৰিৰে কোব দিলে ; পিছ ঠেং ওপৰলৈ তুলি ঘোঁৰাই জপিয়াবলৈ ধৰিলে, দুয়োজন আৰোহী ধোপোচকৈ মাটিত পৰিল ; লগে লগে নেজ ডাঙি ঘোঁৰাই ভিতৰলৈ দৌৰ মাৰিলে ; পুনৰ হাঁহিৰ খলক।

বগা পেণ্টৰ ওপৰত কলা কোট, ডিঙিত টাই লগোৱা সুশ্ৰী মানুহ এজন ওলাল ; তেওঁৰ কোটত কেইবাটাও চক্‌চকীয়া টকা ৰঙা ফিটাৰে আঁৰা। মঞ্চৰ মাজত উপস্থিত হৈয়ে বহুৰূপী দুটাক ভৰিৰে গুৰিয়ালে ; কলা জোতাজোৰৰ চিক্‌চিকনি দৰ্শকৰ চকুত পৰিল। টিকাত হাত ফুৰাই ফুৰাই বহুৰূপালি কৰি দুয়ো আঁতৰিল ; দৰ্শকে আকৌ হাঁহিলে। মানুহজনে কঁকাল বেঁকা কৰি চাহাবী ভঙ্গিত দৰ্শকৰ পিনে মূৰ দোঁৱালে। কাণ তাল মৰা হাত-চাপৰিৰ জাউৰি উঠিল। তেৱেঁ চাৰ্কাচৰ মেনেজাৰ ; সৌজন্যত মেনেজাৰে হাঁহিলে।

হাতত থকা চামৰাৰ দীঘল চাবুকডাল ওপৰলৈ তুলি সৌৰপ সৌৰপ তিনিবাৰ শব্দ কৰোঁতেই ইটোৰ পিছত সিটোকৈ

ভিতৰৰপৰা তিনিটা হাতীয়ে আহি তেওঁৰ সমুখত শাৰী পাতিলে। মেনেজাৰে একাষে থিয় হৈ আকৌ চাবুকৰ শব্দ কৰিলে। তিনিওটা হাতীয়ে সেই চক্ৰাকাৰ মঞ্চত ঘুৰাৰ দৌৰি পুনৰ চাবুকৰ শব্দত পূৰ্ব্বৰ দৰে শাৰী পাতি থিয় হ'ল। লগে লগে চাবুকৰ শব্দ; হাতী কেইটাই এইবাৰ আগ ভৰি ওপৰলৈ তুলি পিছ ভৰিৰ ওপৰত থিয় হল। মুহূৰ্ত্ত এইদৰে থিয় দি থকাৰ পিছত তিনিওটাই একেলগে চিঞঁৰিলে—অসহ্য বেদনাত। চাবুকৰ শব্দৰ লগে লগে পুনৰ আগৰ অৱস্থালৈ আহিল। হাতী কেইটাৰ শুৰত হাত ফুৰাই মেনেজাৰে সৌকা ডাঙিলে; লাহে লাহে গৈ হাতীকেইটাই ওচৰতে পাতি থোৱা তিনিখন সৰু পীৰাৰ ওপৰত থিয় দিলে। চাৰিখন ভৰি এক ভৰি যেন দেখা গল। সেই অৱস্থাৰ পৰাই মেনেজাৰৰ নিৰ্দ্দেশত দৰ্শকসকলক নানা ভাৱে নমস্কাৰ জনালে। শেষবাৰলৈ সৌকা ওপৰলৈ উঠিল। সেই ইঙ্গিততেই হাতী কেইটাই ইটোৱে সিটোৰ নেজ শুৰেৰে ধৰি ভিতৰ সোমাল। দৰ্শকলৈ মূৰ দোঁৱাই মেনেজাৰ আঁতৰিল—হাত-তালিৰ জাউৰিৰ মাজত।

মাজত ফেৰ জাল এখন আকাশত তৰা আছিল; বহুৰা কেইটাই আহি সেই খন তললৈ নমাই দি তাৰ ওপৰত কুকুৰ-ধেমালি জুৰিলে। জালৰ ওপৰত, দুকাষে লোহাৰ শিকলিৰে বন্ধা দুখন ডোলনা। বহুৰাই ডোলনাত মুহূৰ্ত্ত জুলি জালখনত জপিয়াই পৰি নানা কথা কৈ দৰ্শকৰ হাঁহি তুলিল। অলপ পিছত গাভৰু এগৰাকী জালত উঠিলহি; তাইক দেখি বহুৰা

কেইটাই জালৰ কাষলৈ লৰ মাৰিলে। দৰ্শক স্তব্ধ—দেৱী প্ৰতিমাৰ সমুখত মানুহ যেনেকৈ মৌন হয়। অকণমানি জাঙিয়াটোয়ে গাভৰুৰ কেৱল কঁকাল তপিনা ঢাকিছে। কৰঙনৰ পৰা কলাফুললৈকে সুঠাম অঙ্গ অনাবৃত হৈ আছে। বুকুৰ জ্বলন্ত যৌৱনক গাখীৰৰ দৰে বগা কাচুলিয়ে ঢাকিবলৈ অযথা চেষ্টা কৰিছে। দেহৰ মটীয়া বৰণ প্ৰসাধানৰে বগা কৰিবলৈ কৰা গাভৰু গৰাকীৰ নিস্ফল প্ৰচেষ্টা দূৰৈৰ পৰা ধৰিব পাৰি। ঘন কলা চেলাউৰীৰ মাজত বৈ পৰা চকু দুটি উজ্জ্বল হৈ জ্বলি আছিল—বৰ্ষাশূন্য সন্ধিয়াৰ আকাশত জিকি-মিকি কৰা দুটা তৰা। মুখত সাবটি ধৰা বেণীডাল পিঠিলৈ পঠিয়াই দৰ্শকলৈ চাই গাভৰুৱে জৰাফুলীয়া ওঠেৰে হাঁহিলে—তাৰে তিৰবিৰণিত দৰ্শকৰ চকু-মুখ ৰঙচুৱা হল। লখুয়ে দূৰৈৰপৰা ৰাধুৰ মুখলৈ চালে—তাৰ কবলগীয়া বহু কথা তাৰ মাজতে প্ৰকাশ পালে। সেই অপৰূপ দৃশ্যত নৰেশ্বৰৰ যৌৱন-অনভিজ্ঞ চিত্ত অনাস্বাদিত পুলকত বিভোৰ হল।

মনোহৰ ভঙ্গীত ফৈৰ জখলাইদি বগাই গাভৰু গৰাকীয়ে ডোলনাত উঠি বহিলগৈ; ডোলনা উঠা-নমা কৰিবলৈ ধৰিলে। ডোলনাৰ লগে লগে বাদ্য-সঙ্গীতৰ তালে তালে শৰীৰৰ প্ৰত্যেক অঙ্গই নাচিলে। গাভৰুয়ে নানা কৌশলেৰে এফালৰ ডোলনাৰ পৰা সিফালৰ ডোলনালৈ বিনা আয়াসতে অহা-যোৱা কৰিবলৈ লাগিল। কিছু সময়ৰ পিছত সমবয়সীয়া একে সাজপাৰৰ আন এগৰাকী গাভৰুয়েও আগৰ জনীৰ লগত যোগ দিলে। তাৰ

পিছত তৃতীয় গৰাকী। অপূৰ্ব্ব খেল দেখুৱাবৰ কাৰণে তিনি গৰাকী পৰী একে সময়তে আকাশত যেন উদয় হ'ল। গাভৰু কেইগৰাকীৰ দৰ্শক-হৃদয় দংশন ভঙ্গিৰ কৌশল চাই চাই সকলো বিস্ময়ত অভিভূত হল। চকুৰ দৃষ্টি নসলোৱাকৈ নৰেশ্বৰেও মূৰ তুলি ওপৰলৈ চাই আছিল; চনিয়াই গা-হেঁচুকি দিয়াতহে তন্ময়তা ভাঙিল। অকস্মাতে মধুৰ সপোন ভঙাত উদাস চাহনিৰে চনিয়ালৈ চালে। নিজ হাতৰ ভজা বুটমাহ কেইটামান নৰেশ্বৰৰ হাতৰ তলুৱাত গুজি তাৰ কাণত মুখখন লগাই চনিয়াই সুধিলে, "চাৰ্কাচ চাইছনে, ছোৱালী চাইছ?" নৰেশ্বৰৰ একো নেমাতি ওপৰলৈ মূৰ ডাঙিলে। অসাৰ হৈ পৰা নৰেশ্বৰৰ কাণ আকৰ্ষণ কৰিবলৈ তাৰ গাত কুটকুটাই চনিয়াই কলে, "একেবাৰে ভোল গলি দেখোন? বিয়া কৰাবিনে কি?" ধুনীয়া গাভৰু দেখিলেই ডেকা লৰাই বিয়াৰ সপোন দেখে—চনিয়াই ভাবিলে।

মূৰ একলীয়া কৰি নৰেশ্বৰে লাজত চনিয়ালৈ চালে।

চনিয়াই পুনৰ কলে, "বল, দুয়ো চাৰ্কাচত সোমাওঁ।"

"আকাশত পৰীৰ দৰে তই নাচিব পাৰিবি?"

"কিয় নোৱাৰিম? তাহাঁতকৈ ভালকৈ নাচিম।" হাতৰ বুটমাহ কেইটা মুখলৈ গলিয়াই উত্তৰ দিলে।

চনিয়াৰ দেহলৈ নৰেশ্বৰে পুলিচৰ দৃষ্টিৰে চালে। চনিয়াৰ গাত সাধাৰণ ৰঙা শাৰী এখন; নিজক ধুনীয়া কৰিবলৈ তাইৰ কোনো আড়ম্বৰ নাই; মোৱা মাছৰ দৰে তাইৰ মৰম লগা

মুখৰ এটি সুকীয়া কমনীয়তা সি লক্ষ্য কৰিলে ; চনিয়াৰ চকুত কোনো মাদকতা নাই, আছে উদাসীনতা।

নবেশ্বৰৰ থিৰ চাহনিত চনিয়াই অস্বস্তি বোধ কৰি কলে, "বৰকৈ চাইছু দেখোন ; তই মোক প্রথম আজিহে দেখিছনে কি ?"

"বগী ছোৱালী কলী গাভৰুৰ জোৰৰ হৱনে নহৱ তাকেহে চাইছোঁ।" কথাষাৰ কৈ নবেশ্বৰ নিজৰ ঠাইতে পোন হৈ বহিল।

"কলী কেইজনী এৰি বগী জনীৰ পিছতে বলিয়া হলি দেখোন ?" চুঙা চাই সোপা দিয়া বিধৰ উত্তৰ দিয়াৰ গৌৰৱত চনিয়াই আপোনা-আপুনি সন্তোষ লভিলে।

কলা-কৌশলৰ খেলা অন্ত হোৱাত গাভৰু কেইজনীয়ে খপ্‌খপকৈ ফৈৰ জখলাইদি নামি তিনিও জালখনৰ ওপৰত থিয় হ'ল। দর্শকৰ কৰতালি গ্রহণ কৰি জালৰপৰা মাটিলৈ জপিয়াই কাপোৰৰ বেৰ ঠেলি খেলোৱাৰৰ দৰে ভিতৰলৈ লৰ ধৰিলে।

এইবাৰ মেনেজাৰে আহি ঘোঁৰাৰ খেল দেখুৱালে। তাৰ পিছত দুটা গৰালত ভৰাই বাঘ-বাঘিনী হালক মঞ্চলৈ অনা হল। এটাৰ গৰালৰ দুৱাৰ মুকলি কৰি মেনেজাৰে দীঘল চেকনি এডালেৰে বাঘটোক খুচিলে ; দ্বিতীয় বাৰৰ খোচত সি মূৰ উফাল মাৰি গৌজৰিলে। আকৌ এবাৰ দুখ পোৱাকৈ খোচাত হাৱৰিয়াই হাৱৰিয়াই গৰালৰপৰা ওলাই বাঘ মেনেজাৰৰ গাত জপিয়াই পৰিল। ভয়-আতঙ্কত চাৰিওপিনে হৈ-চৈ লাগিল।

অত্ৰাহি হৈ চিঞৰ মাৰি বহা ঠাইৰপৰা ৰাধু জাপমাৰি একেবাৰে কাষতে বহি থকা নৰেশ্বৰৰ কোলাত পৰিলহি। নৰেশ্বৰে আঠু দুটা বহলাই মূৰটো পিচলৈ হলাই চৰাইৰ বাঁহৰ দৰে তাৰ উম সনা কোলাত অজ্ঞাতসাৰেই ৰাধুক আশ্ৰয় দিলে। ৰাধুৰ ওখ-বহল খোপাটোৱে চকু মুখ ঢাকি ধৰাত সমুখৰ চাৰ্কাচ নেলাগে নিজৰ অস্তিত্বও খন্তেকলৈ অন্ধকাৰত নোহোৱা হল। পাৰৰ পাখিৰ দৰে ৰাধুৰ কোমল খোপাটোত নাকটো ফুলাই ফুলাই সুমুৱাই নৰেশ্বৰে সৌৰভ বিচাৰিলে।

বাঘক গৰালত সুমুৱাই মেনেজাৰে দুৱাৰ বন্ধ কৰিলে, চিঞৰ বাখৰ বন্ধ হোৱাত দৰ্শকসকল প্ৰকৃতিস্থ হল। তাই নিজে কি অঘটন ঘটুৱালে, ৰাধুৱে, তেতিয়াহে বুজিলে; সাউত কৰে নৰেশ্বৰৰ কোলাৰপৰা নিজৰ ঠাইলৈ বাগৰি গ'ল। ঘটনাটোৰ স্থিতি মুহূৰ্ত্ত যদিও কেতিয়াও জাপ নোখোৱা সাপৰ চকুৰ দৰে চনিয়াৰ জাগ্ৰত দৃষ্টি সি আকৰ্ষণ নকৰাকৈ নেথাকিল। ৰাধুৰ কোলাৰপৰা নমামাত্ৰেই চনিয়াই নৰেশ্বৰৰ তপিনাত ঘোকোটা এটা মাৰি তাৰ কোলাৰ মাজেদিয়েই ৰাধুলৈ ভুমুকিয়ালে। চনিয়াৰ চাহনিয়ে যেন ৰাধুক পৰিহাস কৰি কলে, "বেচ সুবিধাটো ললি? লখুক নেপাই ভয়ৰ ভাও ধৰি নৰেশ্বৰৰ কোলাৰ সুখ লভিলি?"

দৰ্শকৰ মন আকৰ্ষন কৰিবলৈ আকৌ ওলাল গাভৰু এগৰাকী পুৰুষৰ বেশত দীঘল পেণ্ট-কোট-বুট-জোতা পিন্ধি—এক-চকাৰ চাইকেলত উঠি বিবিধ আমোদী কৌতুক দেখুৱালে।

সৰ্ব্বশেষত লগৰীয়া সকলৰে সৈতে মেনেজাৰ দৰ্শকৰ আগত থিয় হল। হাঁহি হাত চাপৰি মাৰি সকলো টম্বুৰ পৰা ওলাল। লখু আৰু ৰাধুয়ে চতুৰ মেকুৰীৰ দৰে কোন তলকতনো দলৰ লগ এৰা দিলে, কোনেও কবই নোৱাৰিলে।

সূৰ্য্যৰ শেষ কিৰণত গধূলিৰ ছাঁ পৰিল; অলপ আগতে মানুহৰে সমাকীৰ্ণ হাটখোলা অন্ধকাৰৰ দৰে নিজম। দিনটোৰ আনন্দ-উত্তেজনা শেষ হোৱাত নিজ নিজ লাইনৰ অভিমুখে খোজ লৈ ইজনে সিজনৰ পিছপৰা সঙ্গীক চিঞৰিলে—সন্ধিয়া বাহলৈ আহ্বান কৰা কাউৰীৰ দৰে কা-কা কৰি।

নৰেশ্বৰৰ লগ এৰা দি চনিয়াই তিলকমতিহঁতৰ শাৰী পুৰালেগৈ।

মাইলৰ খুটিৰ দৰে নৰেশ্বৰ সঙ্গীহীন হল; বাটৰ অচিনাকী মানুহৰ গা এৰাই এখোজ-দুখোজকৈ সি বাগিছাৰ পিনে ভৰি আগবঢ়ালে।

সঙ্গশূন্য ভাবটো দূৰ কৰিবলৈ ভজা বুটমাহ বিচাৰি জেপত হাত ভৰালে। কাগজৰে মেৰোৱা টোপোলাত হাত লাগিল— ৰূপৰ খাৰুজোৰ। চনিয়াৰ হাতত পিন্ধাবলৈ গোটেই দিনটো সি অকণো সুবিধাই নেপালে। সময় পালেও সুবিধা নোলায়; সুবিধা ঘটিলেও মনত নপৰে। ভাগ্য যে কি নিকৰুণ—কথাষাৰ চিন্তা কৰি নৰেশ্বৰে নিজে নিজে হাঁহিলে।

# ওঠৰ

বৰষুণ পাতলিল ; চাহ গছত নতুন কুঁহিপাত নেমেলা হল ; পুৰণি পাতে কলপতীয়াৰ ঠাইত ঘোৰ সেউজীয়া বোল ধৰিলে। সোকাৰ কোবৰ দৰে বতাহৰ সোঁ সোঁ কঁপনিত খুঁ-দিয়া গছৰ ঈষৎ হালধীয়া পাতবোৰ জিৰজিৰকৈ সৰিল। মৰা কঙ্কালৰ দৰে চাহৰ পাহীৰ মাজত হাত-ভৰি মেলি গছবোৰ ঠৰঙা দি থিয় হৈ আছে। বাগিছাৰ হাঁহি-মুখ দিনে দিনে নিষ্প্ৰভ হৈ পৰিছে। বনুৱা মতা-তিৰোতা পূৰ্ব্বৰ দৰে পুৱাতে বাগিছাৰ কামলৈ আহে —কিন্তু আৰকালিৰ কঠোৰ পৰশত মানুহ প্ৰকৃতি দুয়ো নিষ্প্ৰাণ।

চাহ গছত ডবল কোৰ মৰা কাম বেলি মূৰত উঠাৰ আগতে শেষ কৰি কিছুমান মতা সোনকালে ঘৰলৈ ওভতে ; ঘৰত কৰিবলৈ অন্য কাম নথকাত আমনি লগা অলসতাৰ মাজত আবেলিটো উচ্‌পিচাই কটায়। একে লৈঠাৰীয়ে ছমাহতকৈ অধিক দিন তিৰোতাৰ কোমল আঙুলিৰ মৰম পোৱা চাহ গছত মুনিহৰ নিৰ্ম্মম অত্যাচাৰ আৰম্ভ হৈছে। ক্ষুৰধাৰী চকচকীয়া হাঁকোটা কটাৰীৰে শাৰী পাতি থকা পুজাৰ বলিৰহে যেন মূৰ খচ্‌খচ্‌কৈ কাটিছে। বাৰ্দ্ধক্যৰ পৰা পৰিত্ৰাণ কৰিবলৈ বুঢ়া গছবোৰক মূলৰ সৈতে উঘালি পেলোৱা হৈছে। চাৰিওপিনে নীৰস নিকৰুণ বেদনাদায়ক পৰিবেশ।

চুঙা হেন বেতৰ টুকুৰিত কাটি পেলোৱা ঠানিবোৰ ভৰাই তিৰোতাবোৰে বাগিছাৰ একাষত দ'ল বান্ধিছে ; লৰী গাবীয়ে

তাৰ পৰাই সেই আবৰ্জ্জনা দূৰলৈ কঢ়িয়াব। ছুপৰীয়া মেমচাহাবৰ কাম শেষ কৰি নৰেশ্বৰ বাগিছালৈ ওলাল। পৰিচয়হীন অসংখ্য বনুৰা গুৰি পৰুৱাৰ দৰে কামত ব্যস্ত; পৰিশ্ৰম আৰু কৰ্ম্ম ব্যস্ততাতে বনুৰাৰ আনন্দ; আকাশৰ বৰষুণে নহয়, বনুৰাৰ দেহৰ ঘামৰ টপ্ টপ্ কৈ পৰা পানীয়েহে বাগিছাক চিৰ সেউজীয়া কৰি ৰাখিছে; নৰেশ্বৰে বাগিছাৰ মাজত যাকে লগ পাই তাৰ মুখতেই এমোকোৰা হাঁহি; নিজৰ সৃষ্টিৰ সফলতাৰ হাঁহি; জীৱন উপভোগৰ হাঁহি। চপা কলম কাটি থকা চিনা-নিচিনা, বনুৰাৰ লগত ছুই-চাৰি আষাৰ কথা পাতি নৰেশ্বৰেও নিজৰ মুখখন তামোল ৰঙচুৱা কৰি তোলে। নৰেশ্বৰৰ নিৰ্দ্দেশ নেপালেও সি কলৈ যাব খুজিছিল, তাৰ ভৱিহালে বুজিছিল; সেই সংকেত বুজিয়েই যথাস্থানলৈ তাক আগবঢ়াই লৈ গল। পৰুৱাৰ নিচিনা লানী নিচিগা শাৰীৰ তিৰোতাবোৰে ডাল-পাতবোৰ কঢ়িয়াই একে ঠাইতে থুপাইছে। এখোজ ছুখোজকৈ আগবাঢ়ি নৰেশ্বৰে চাহ গছৰ ঠাল-ঠেঙুলিৰ দ'মটোৰ কাষ চাপিল; ইপিনে সিপিনে চাই দ'মটোৰ কাষতে বহিল—যি পিনৰপৰা তিৰোতাবোৰে ঠাল-ঠেঙুলি দ'মটোত থুপাইছিল, তাৰ বিপৰীত পিনে। ডালপাত কঢ়িওৱা তিৰোতা কেইজনীৰ পৰা আঁৰ হল বুলি নৰেশ্বৰে ভাবিলে। সাবিত্ৰী, তিলকমতি, সোহাগীহঁতে কিন্তু অলক্ষিতে নৰেশ্বৰৰ গতি-গোত্ৰ লক্ষ্য কৰিছিল। আটাই কেইজনীয়ে বিপৰীত ফালে ডালবোৰ পেলাবলৈ আহি গুণ-গুণকৈ গোৱা গানৰ কথা নৰেশ্বৰৰ কাণত পৰিল। এই কেইমাহৰ ভিতৰতে

মুণ্ডাৰী ভাষা অলপ অচৰপ সি বুজা হৈছে। গীতটোৰ অৰ্থ হৈছিল,—

বাগিছাৰ মাজতে
শিৰীষ গছৰ তলতে
ছাগলি পোৱালি চৰিলে,
হে সখী, চাওঁতে নেচাওঁতে
কুণ্ডু কেৰেলাই ( বন্ধু ) হৰিলে,
হে সখী, ৰাৱণে সীতাক হৰিলে।

তাক ঠাট্টা কৰিয়েই যে গীতটো গোৱা হৈছে, নৰেশ্বৰে বঢ়িয়াকৈ বুজিলে। তথাপি গীতটো শুনি তাৰ ভালো লাগিল— নিজে গাভৰুৰ গীতৰ বিষয় হোৱাৰ গৌৰৱত। সাবিত্ৰীহঁতৰ নিচিনা গাভৰুৰ আলোচনাৰ বিষয় হোৱাৰ সৌভাগ্য সকলো ডেকাই কল্পনা কৰে। ঈশ্বৰে মানুহক দিয়ে ৰূপ, নাৰীয়ে কৰে অপৰূপ। নৰেশ্বৰৰ মুখ মধুৰ-উজ্জ্বল হল—কিছু মিচিকিৰ দৰে মিঠা গীতত কিছু নিজৰ সৌভাগ্যত পৰৰ প্ৰাণখোলা উদাৰ মৰমে মানুহক আনন্দত মতলীয়া কৰে; ওন্দোলোৱা মুখৰ পৃথিৱীত হাঁহিৰে জীয়াই থকা উপভোগ হয়। কিছু সহজ আনন্দত আৰু ঠাল-ঠেঙুলিৰ দমটোত কঁকালটো হেলনীয়াকৈ এৰি দি বুঢ়া চাহ পাতৰ পৰা ওলোৱা কেনেবা কেনেবা গোন্ধ লবলৈ সি দীঘল নিশ্বাস টানিলে; চকু দুটাই হেৰোৱা বস্তুৰ অন্বেষণত এৰাল নোহোৱা গৰুৰ দৰে নিৰ্লজ্জভাৱে সৰ্ব্বত্ৰ ঘূৰি ফুৰিছে। দূৰৈত চাহ গছৰ পাহীৰ মাজত চনিয়া—চাহ গছৰ ঠেঙুলিত জাল বন্ধা

ৰঙা মকৰাৰ বাঁহত ঔষধ ছটিয়াইছে। নৰেশ্বৰৰ দৃষ্টিয়ে গৈ গৈ সেইখিনিতে আশ্ৰয় বিচাৰিলে। সাবিত্ৰীহঁতৰ গীতৰ ৰয় চনিয়াৰ কাণতো পৰিছিল; চনিয়াই কঁকাল পোনাই তাহাঁতলৈ চালে। দ'মটোৰ ওচৰৰপৰা খিল্-খিল্ হাঁহিৰে সাবিত্ৰীহঁতক আঁতৰি যোৱা দেখিলে। নিশ্চয় হাঁহি উঠা ঘটনা এটা ঘটিছে। হৰিণীৰ দৰে চঞ্চলদৃষ্টিৰে ঘূৰি ঘূৰি চাই চনিয়াও হাঁহি সামৰিব নোৱাৰা হল। নৰেশ্বৰে নেদেখাকৈ দ'মটোৰ সিপিনৰ পৰা সাবিত্ৰীহঁতে তাৰ গায়ে মূৰে চাহ গছৰ ডালপাতবোৰ জিৰজিৰকৈ পেলাই দি দৌৰ মাৰিলে। সাবিত্ৰী সোহাগীয়ে এটা হাতেৰে মূৰৰ ওপৰত উদং টুকুৰিটো ধৰি আন হাতেৰে চনিয়াক হাত বাউল দি মাতি গীত গালে। গীতৰ অৰ্থ হল—

তোৰ কুণ্ড্ৰ কেৰেলা ( বন্ধু )
চাহ গছৰ মাজত লুকাল
হিয়া তোৰ কুতুৰ কুতুৰ ( উগুল-থুগুল )
আহ, আহ, বিচাৰ বিচাৰ।

গীতৰ লগে লগে মূৰৰ টুকুৰি নচুৱাই নচুৱাই সাবিত্ৰী সোহাগী তিলকমতি পুনৰ ডাল-পাত কঢ়িয়াবলৈ আঁতৰি গল। নৰেশ্বৰে থিয় হৈ গা-মূৰৰপৰা কেঁচা চাহপাতবোৰ জোকাৰিলে। চনিয়াই ইতিমধ্যে ওচৰ চাপি নৰেশ্বৰলৈ চাই হাঁহিলে। "ৰ, ৰ গালত ৰঙা পকুৱা বগাইছে; এতিয়াই গাল ডমলাডমল কৰিলে-হেঁতেন।" লৰালৰিকৈ নৰেশ্বৰৰ গালৰপৰা পকুৱাটো নিজৰ হাতেৰে এচাৰ মাৰি মাটিলৈ দলিয়াই দি কলে—"বল্, বল্

দূৰলৈ যাওঁ; সাবিত্ৰীহঁতে এইবাৰ টুকুৰি দুয়োৰে মুৰত জাপিবহি।”

নৰেশ্বৰে সাবিত্ৰীৰ স্বভাৱ বুজে; তাই লুকাভাকু খেলে সকলোৰে লগত—কিন্তু তাইক কোনেও ছুব নোৱাৰে। সাবিত্ৰীয়ে আকৌ কি অথন্তৰ ঘটায়, ঠিক নাই; নৰেশ্বৰে নবৈ চনিয়াৰ পাছে পাছে খোজ ললে। চাহ গছৰ পাহীৰ মাজত কাম কৰি থকা অলেখ তিৰোতাই সদায় দেখা দৃশ্য এটাকে আগত দেখি মূৰ ডাঙি চালে। চকুৰ হাঁহিৰেই চনিয়াই তাহাঁতৰ শব্দহীন প্ৰশ্নৰ উত্তৰ দি গল।

ছাঁ দিয়া জোপোহা গছ-জোপাৰ আঁৰত থমকি চনিয়াই কলে, “মোৰ পাছে পাছে তই বৰকৈ সুঘূৰিবি; চাহ গছবো চকু কাণ আছে—সকলো চাই আছে।”

“লুক-ঢাক কৰিবৰ কি আছে?” নৰেশ্বৰে চনিয়াৰ চকুলৈ চালে।

“তই কিহৰ কথা কৈছ?”

“কৈছোঁয়েই নহয়?” চনিয়াৰ চকুৰ চাৱনিত একো সংকেত নেপাই নৰেশ্বৰে প্ৰণয় নিবেদনৰ মাত্তেৰে কলে, “তোৰ মত আছে বুলিয়েই ভাবিছোঁ।”

“কিহত?” বতাহত আউলি-বাউলি হৈ পৰা চুলিবোৰ সামৰি চনিয়াই সুধিলে।

“বিয়াৰ কথা।”

“বিয়া?” পুৱা গধূলি গচকা দুৱাৰদলিতে উজুটি খোৱাৰ

দৰে সেই সহজ প্ৰশ্নটোত চক খাই মৃদু প্ৰতি-প্ৰশ্ন কৰিলে।

“চনিয়া, তই মোক ভাল নেপাৱ?” নৰেশ্বৰে কাষ চাপি আবেগৰে সুধিলে।

“জানই দেখোন—লগ পোৱা দিনৰেপৰাই তোক ভাল পাইছোঁ।” চনিয়াৰ স্বৰ বেদনাভৰা।

“উচপ খাই উঠিলি কিয়?”

“ভাল পালেই জানো বিয়া কৰিব পাৰি?”

“কিয়?” নৰেশ্বৰৰ প্ৰশ্নত সংশয়।

“বিয়া নহওঁ”, নিৰ্লিপ্তভাৱে লাহেকৈ উত্তৰ দিলে।

“তোক বিয়া কৰাম বুলি মই হলে ভাবি আছোঁ। আজি ছমাহ তইঁতৰ লগত আছোঁ; তোৰ লগে লগে ফুৰিছোঁ; তোৰ মৰম পাইছোঁ; তোৰ বাহিৰে অন্য ছোৱালীৰ লগত ফুৰা-চকা কৰা তই জানো দেখিছ? তোৰ বাহিৰে অন্য ছোৱালীক মই ভাল পাবই নোৱাৰোঁ।”

নিজৰ মুঠিৰ মাজত চনিয়াৰ হাতটো সুমুৱাই নৰেশ্বৰে তাৰ মাজতে সম্মতি বিচাৰিলে।

চনিয়াৰ মুখত কথা নাই।

“চনিয়া, তই অমত নহবি; তোৰ মত পাবলৈ মোৰ মনটোৱে ছট্‌ফটাই আছে; খাব-শুব নোৱাৰি অশান্তিত আছোঁ। মোক বেজাৰ নিদিবি।” শোকাৰ্ত্ত সুৰত কথাষাৰ কৈ নিজৰ অজ্ঞাতসাৰেই চনিয়াৰ হাতখনত টানকৈ টিপা মাৰিলে।

"উস্ উস্ কি কৰ, কি কৰ?" চনিয়াই চিঞৰিলে; তাইৰ দুই চকুয়েদি চকুলো বাগৰি গল। এবো নেৰোকৈ হাতখন এৰি মুখখন চনিয়াৰ সমুখলৈ নি নৰেশ্বৰে সুধিলে, "দুখ পালি?"

মুখৰ হাঁহিৰে চকুৰ পানী ঢাকিবলৈ চল কৰি চনিয়াই উত্তৰ দিলে, "হাতত দুখ দিয়া নাই; দুখ দিলি বুকুতহে।" কথাত কান্দো-কান্দো সুৰ; সেই কান্দোনতে মনোৰম কাহিনী।

"মোক ভাল নেপাব?" নৰেশ্বৰৰ প্ৰশ্নত আশা-ব্যৰ্থৰ বিহ্বলতা।

"তোক ভাল পাওঁ দেখিয়েই তোৰ ভালৰ কাৰণে বিয়া কৰিবলৈ অমত হৈছোঁ।" এইবাৰ নিজেই নৰেশ্বৰৰ হাতখন হাত ফুৰাই অনুনয়ৰ সুৰত কলে, "নৰেশ্বৰ, তই গাৱঁলৈ ঘূৰি যা; গাৱঁৰে ছোৱালী বিয়া কৰাই ঘৰ-সংসাৰ পাতগৈ। বাগিছাৰ লেতেৰা ছোৱালী বিয়া কৰাই জীৱন অসুখী নকৰিবি। মোক বিয়া কৰোৱা কথা মনলৈ নানিবি।"

কথাষাৰ কৈ চনিয়া হঠাতে আচৰিতভাবে গহীন হল; বৰষুণৰ পূৰ্ব্বৰ আকাশৰ গোমোঠা গাম্ভীৰ্য্য।

"চনিয়া, মোক আন ছোৱালী বিয়া কৰোৱাৰ কথা কৈ বেজাৰ নিদিবি, তোৰ বাহিৰে আনক বিয়া কৰোৱা মই ভাবিবই নোৱাৰোঁ। বাৰু, আজিয়েই তই মোক মত দিব নেলাগে। মই বাট চাম।" চনিয়াৰ মনটো সদায় দোলনাত দুলি থাকে, অস্থিৰ; নৰেশ্বৰে বুজে। ভুকুতে কলটো নপকে

—সংসাৰত সকলো কাৰ্য্যতে ধৈৰ্য্যৰ প্ৰয়োজন—সেই কথাও নৰেশ্বৰে বুজে। আকাশৰ নক্ষত্ৰৰ দৰে মানুহৰ ভাগ্য নাৰীয়ে নিৰ্ণয়ো কৰে, উজ্জ্বলো কৰে। ভৱিষ্যতৰ বিশ্বাসত নৰেশ্বৰৰ ম্লান পৰি যাব খোজা মনটো পুনৰ উৎফুল্ল হৈ পৰিল। পূৰ্ব্ব পুৰুষৰ মন্ত্ৰ-বিদ্যা জনা হ'লে চনিয়াৰ মনৰ কথা বুজা তাৰ আজি নিচেই সহজ হ'লহেঁতেন—নৰেশ্বৰৰ মনৰ কথা।

চাহ গছৰ পাহীৰ মাজত টুকুৰি এৰি থৈ দুপৰীয়াৰ জিৰণিৰ কাৰণে এজনী দুজনীকৈ তিৰোতাই ছাঁ দিয়া গছৰ তলত জুম পাতি বহিছিল। সোহাগীৰ বুকুত বন্ধা কেচুৱাই সোঁফালৰ স্তনৰ পৰা মুখ এৰুৱাই চিঞৰিলে; সোহাগীয়ে কেচুৱাৰ মূৰটো হেচুকি বাওঁ পিনৰটোত মুখ লগাই দিলে। দোচোহামান মাৰি কেচুৱাই আকৌ প্যোঁ-প্যোঁকৈ কান্দিলে—নৱজাত শিশুৰহে যেন প্ৰথম কান্দোন। লগৰীহঁতৰ লগত কথা পতাত ব্যাঘাত জন্মাত লৰাটোৰ পিঠিখনত টানকৈ চকা এটা মাৰি সোহাগীয়ে কলে, "এইডালে খাবলৈ পালেও চিঞৰে।"

"তোৰ বুকু শুকান; কেচুৱাই চুহিলে তাত কি দুধ পাব?" ছোৱালীৰ অন্তৰত মাতৃস্নেহ ভূমিষ্ঠ হোৱাৰ লগে লগেই জন্মে। মাক নৌ হওঁতেই সাবিত্ৰীয়ে মাকৰ মৰমেৰে মাত দিলে।

"মাকে খাবলৈ পালেহে বুকুত গাখীৰ হব!" তিলকমতিয়ে সমিধান দিলে।

"মতা-তিৰোতা দুটাৰ পইচাৰে দেখোন দুসাজ খাবলৈ নোজোৰে।" কেচুৱাৰ কান্দোন বন্ধ নোহোৱাত পানী-চাহ

পিবলৈ সোহাগী উঠি গল; পানী-চাহ পিলে কিজানি বুকুত গাখীৰ গোট খায়ে।

নৰেশ্বৰ চনিয়া দুয়োৰো মুখত কিছু সময় কোনো কথা নাই; নৰেশ্বৰৰ লগত চনিয়াৰ ভৱিষ্যতে সুখৰ জীৱন কল্পনা কৰি চাৰিও পিনৰ তিৰোতাসকলে জাকিমাৰি অহা পখিলাজনীলৈ আনন্দ-ঈর্ষা মিহলি চকুৰে চালে। উপাৰ্জ্জনক্ষম স্বামী পাবলৈ সকলো গাভৰুৰে আকাঙ্ক্ষা।

শৈশৱৰপৰা নৰেশ্বৰ মাকৰ বুকুৰ উমৰ পৰা বঞ্চিত। আশ্ৰয়হীন মেঘৰ দৰে উন্মনা হৈ সি চাহ গছৰ মাজে মাজে সেউজী মৰম বিচাৰি ফুৰিলে।

নৰেশ্বৰে মনৰ ভিতৰতে কথা বিচাৰি হাবাথুৰি খাওঁতেই সাবিত্ৰীহঁতৰ পিনে হাঁহি মাৰি সাউত কৰে তাই সেই জুমলৈ লৰ দিলে। নৰেশ্বৰৰ পৰা বিদায়ো নললে, আকৌ লগ পোৱাৰ চকুৰটিপো নেমাৰিলে।

## উনৈছ

চাহৰ বাকচ বোজাই দিবলৈ লখু জাহাজ ঘাটলৈ ওলাইছে; ৰাতি জাহাজ ঘাটতে থাকি পিছদিনা পুৱা জাহাজত মাল বোজাই দি আবেলিহে উভতিব। চনিয়া পিছ বেলা পাত তুলিবলৈ যোৱা নাই; লখুৰ জা-জলপানৰ দিহা কৰিছে। সৰহকৈ কেঁচা জলকীয়া দি ভজা পানী-পিঠা লখুৰ বৰ প্ৰিয়।

পানী-পিঠা কেইখন গৰমে গৰমে ভাজি চনিয়াই কলপাতেৰে মেৰালে ; লগতে চিৰা গুড় অলপমানৰ টোপোলা এটা কৰি গামোচাত বান্ধি লখুৰ কাষত থলেহি। লখুয়ে লাক-পাককৈ চাদৰখনৰে মূৰত পাগ এটা মাৰিছে। চনিয়াই আকৌ ভিতৰ সোমাই তামোল দুখনমান চাধাপাত এটা আনি লখুৰ হাতত দি কলে, "হো ল'।"

"আজি দেখোন তোৰ মন ভাল ; চিঞৰ বাখৰ নকৰোতেই সকলো হাতে হাতে যোগাইছ।" পাগটো বন্ধা শেষ কৰি সোঁ-হাতখন আগবঢ়ালে।

"তোক বেছি দিন আল ধৰিবলৈ নেপাম নহয় ?" দুষ্টালি হাঁহিৰে লখুলৈ চালে।

"কিয় ?" তামোল কেইখন, চাধাপাতটো মুৰিয়াই কামিজৰ জেপত সুমুৱাবলৈ খপ্-জপাই সুধিলে।

"ৰাধুক আনিলে তই জানো আমাৰ আপোন হৈ থাকিবি ?" প্ৰশ্নত কৃত্ৰিম কপটতা।

"বিয়া কৰিলে পৰ হমনে ?"

"তিৰোতাক পালে মানুহে আই-বোপাই ভাই-ভনী সকলোকে পাহৰে।"

"তহঁত ছোৱালীবোৰতহে সেইষাৰ খাটে। কোনোবা এটাত মন খালে তহঁতে ঘৰ-ঘৰোৱাহ সকলোকে পাহৰ। নৰেশ্বৰৰ লগতে কেতিয়াবা তই পলাই যাব লাগিলে, বাগিছালৈ ঘূৰি আহিবি জানো ? তহঁত ছোৱালীবোৰ চৰাইৰ দৰে ;

গাভৰু হলি কি, এটাৰ লগত ভুকুংকৈ উৰা মাৰিলি!" চোতালত পৰি থকা টোকোনডাল হাতত লৈ কথাত জব্দ হল ভাবি কৌতুকেৰে চনিয়ালৈ চালে।

"নৰেশ্বৰৰ লগত পলাই যাম বুলি তোক কলে কোনে?" খং অভিমানত চনিয়াই প্ৰশ্ন কৰিলে।

অলপ পৰ চনিয়াৰ মুখলৈ চাই লখুৱে কলে, "বুজিছ চনিয়া, নৰেশ্বৰ ভাল লৰা; তাক বিয়া কৰিলে সুখীয়েই হবি।" উত্তৰ স্নেহ-মিশ্ৰিত।

"ভাল মানুহ হল বুলিয়েই বিয়া কৰাবলৈ যাম কিয়? চব ভাল বস্তু জানো আমি পাবলৈ বিচাৰো? আকাশৰ জোনটো —তাৰ পোহৰহে ভাল পাওঁ, জোনটো কোনোবাই কোলাত পাবলৈ বিচাৰেনে?"

"কথাত তোক মই কেনেকৈ বলে পাৰিম? এণ্ড্ৰু চাহাবৰ লগত থাকি তই বহুত কথা শিকিলি। বাবু-মহৰী-বোৰেও তোৰ কথা বুজিবলৈ টান পায়।" হাতৰ চাধাকণ দাঁত ওঠৰ মাজত সুমুৱাই আকৌ কলে, "মই হলে কলোঁ, নৰেশ্বৰে যদি ইচ্ছা কৰিছে, তই মত দি দে; সি তিৰোতা এৰি যোৱা মানুহ নহয়।"

"মোৰ কথা তই ভাবিব নেলাগে; তোৰ খনকে সোনকালে পাত। বাধুৰ বাপেক যেনেহে—লাগিলে কাৰোবাক কথা দি দিব। আজিকালি কুৰ্ম্মিক বাধুহঁতৰ ঘৰলৈ ববকৈ অহা-যোৱা কৰা দেখিছোঁ।" তিৰোতাৰ দৰে মনোৰম কাহিনী আনে

সৃষ্টি কৰিব নোৱাৰে; লখুক বশলৈ আনিবলৈ পিছৰ কথাষাৰ চনিয়াই অকস্মাতে আৱিষ্কাৰ কৰিলে।

টোপোলাটো চোতালৰপৰা তুলি লবলৈ কুঁজ্জা হোৱা লখুয়ে কথাষাৰ শুনি লৰালৰিকৈ পোন হৈ মিনতিভৰা মাতেৰে কলে, "চনিয়া, পিতাইৰ আগত কথাটো আজিয়েই উলিয়াবিচোন; ৰাধুৰ মাক-বাপেকৰ লগত কথা-বতৰা পাতি সোনকালে বিয়াখন ঠিক কৰিবলৈ কবি। দিয়া-থোৱাৰ কথাত আমাৰ বুঢ়ায়ো দিগদাৰ লগাব। ধাৰ-ধুৰ কৰি হলেও মই সকলো যোগাৰ কৰিম, বুঢ়াক কবি।"

ৰং চাবলৈ কোৱা মিছা কথাষাৰে লখুৰ অন্তৰত আঘাত দিয়াত চনিয়াৰ অনুশোচনা হল; তাই লৰালৰিকৈ উত্তৰ দিলে, "বাৰু, তই ভালে ভালে ঘূৰি আহগৈ; ককাক কৈ আজিয়েই সকলো খাতাং কৰিম। তই আহি ভোজ-ভাতৰ দিন বাৰ ঠিক হোৱা শুনিবিহি।"

প্ৰেমত পৰা ডেকা গাভৰুয়ে শিশুৰ দৰে সকলোৰেপৰা বিচাৰে স্নেহ-অনুকম্পা। লৰালি কালৰেপৰা সুখ-দুখৰ সঙ্গী চনিয়াৰ আশ্বাসত আত্ম-তৃপ্তিৰ লক্ষণ লখুৰ সমগ্ৰ দেহত বিৰিঙি পৰিল।

কলঘৰৰ সমুখত পোঁ পোঁ পোঁ লৰীৰ হৰ্ণ বাজিল। বোজাই দিয়া চাহ বাকচত বহি লগৰীয়াই দীঘলাই চিঞৰিলে —"লখু, লখু, আহ, আহ"—যেন সুদূৰৰ জাহাজৰ উকি। টোকোন টোপোলা হাতত লৈ দুবমুৰকৈ যাবলৈ ওলাই লখুয়ে

শেষবাৰলৈ মাত লগালে, "চনিয়া, আহোঁ দেই।" তাৰ চকুৰ চাৱনিত মধুৰ কৃতজ্ঞতা; ঘনচিৰিকাৰ দৰে উল্লাসত জপিয়াই জপিয়াই লখুয়ে যাত্ৰা কৰিলে।

বাটৰ গছ কেইজোপাই আৰু নকৰালৈকে চনিয়াৰ চকুৱে লখুক অনুসৰণ কৰিলে। লখুৰ লগত তাই সৰুৰেপৰা একেখন বিছনাতে শুইছিল; একেখন এলুমিনিয়ামৰ ঠালতে দুয়োটাই খাইছিল, একেলগে উমলিছিল; ধেমালিৰ বস্তু লৈ আজোৰ-পিজোৰ কৰি কাজিয়া কৰিছিল; ইফালে ইটোৱে সিটোক ক্ষন্তেক নেদেখিলে থাকিবও নোৱাৰিছিল। মাকৰ মাৰ-ধৰ অত্যাচাৰৰপৰা কত দিন সি চনিয়াক ৰক্ষা কৰিছে। উৰালত ধান এগাল পেলাই চনিয়াক খুন্দিবলৈ দি লখুৰ মাক পাত ছিঙিবলৈ গুচি যায়; চনিয়াই ধান খুন্দক চাৰি উৰাল মাৰিকে দাঙিব নোৱাৰিছিল। লখুয়ে আহি তাইক সহায় কৰিছিল; দুয়োটাই লাগি ভাগি ধান খুন্দিছিল। সুবিধা পালেই দুয়োটাই পাভৈজান নৈত সাঁতুৰিবলৈ গৈছিল, মাছ ধৰিছিল; কাষৰ জাৰণিলৈ গৈ চৰাই পোৱালি ধৰি আনি পুহিছিল। সৰুৰেপৰা কিমান চৰাই পোৱালি দুয়োটাই নুপুহিলে? কিমান চৰাই পোৱালি তাহাঁতৰ মৰমত নমৰিল? সুখ-দুখৰ করুণ মধুৰ স্মৃতিৰ টুকুৰাবোৰে মনোৰম হৈ পাতল মেঘৰ দৰে অকস্মাত চনিয়াৰ অন্তৰ আকাশত অনাই-বনাই ভাহি উঠিল। চনিয়াই উপলব্ধি কৰিলে—বয়সৰ লগে লগে দুয়োৰো দেহৰ পৰিবৰ্ত্তন ঘটিছে; মনৰো সলনি হৈছে; সৰু-

কালৰ নিবিড় আকৰ্ষণ দুয়োৰ মাজত দিনে দিনে শিথিল হৈছে; মধুচক্ৰত মৌমাখি ঘূৰাৰ দৰে লখুৰ মন প্ৰাণ এতিয়া ৰাধুত আবদ্ধ। লখুৰ স্থিৰ মন, সহজ সৰল জীৱনৰ আকাঙ্ক্ষাৰ লগত তাইৰ অস্থিৰ আৰু সংশয়ত দুলি থকা মনক ৰিজাই চনিয়াই নিজকে অভিশাপ দিলে। তাইৰ মনত স্থিৰতা নাই কিয়? কিয় তাই কোনো কথাতে অনাবিল আনন্দ উপভোগ কৰিব নোৱাৰে? কিয় তাইৰ নিজৰ ওপৰতে নিজৰ অভিমান? নিজৰ ওপৰতে প্ৰতিশোধ লোৱাৰ কিয় তাইৰ অসংবৰণীয় আকাঙ্ক্ষা? বিদ্ৰোহ বিক্ষোভ তাইৰ তেজৰ কণিকাবোৰৰ লগত এক হৈ মিহলি হৈ গৈছে। নহয়, তাইৰ দেহত তেজ নাই—আছে শিৰাই শিৰাই বিহৰ সোঁত।

অসংলগ্ন চিন্তাত চনিয়া উত্তেজিত হল; কিবা ভাবি ভাবি চোতালৰ কাষত থকা বুঢ়া নিমগছ জোপাৰ গুৰিলৈ গল। নিমগছৰ গুৰিৰ ধোন্দটোৰ মুখৰপৰা শুকান পাতবোৰ উলিয়ালে; ধোন্দটোত হাত সুমুৱাই তাৰ ভিতৰৰপৰা অকণ-মানি মোনা এটা টানি আনিলে। বাগিছাত কাম কৰি সপ্তাহে সপ্তাহে যি পাই সকলোখিনি তাই বুঢ়ী মাকৰ হাতত দিয়ে; দুই চাৰিটা পইচাহে নিজৰ হাতত ৰাখে—হাটত ইটো-সিটো কিনিবলৈ। তাইৰ হাতত গোটখোৱা পইচা কেইটা নিমগছৰ ধোন্দতে সুমুৱাই সাঁচে। মোনাটো হাতত জোকাৰি পইচা-খিনি গণিলে; ষোল টকা তেৰ অনা দু'পইচা। মোনাটোৰে সৈতে পইচাখিনি শাৰীৰ আঁচলত বান্ধি জুপনাৰ মুখলৈ গৈ

জিতেৰীক চিঞৰিলে। লখুৰ ভনীয়েক জিতেৰী ওচৰতে সমনীয়াৰ লগত ধেমালি কৰি আছিল। চনিয়াৰ চিঞৰত চুলি মেলি তাই দৌৰি আহিল। বুঢ়া-বুঢ়ী ঘৰত নাই ; লাইনৰ কাৰোবাৰ ঘৰত সকাম খাবলৈ গৈছিল ; দুখু, টিপু দুয়োটা বাগিছাত। জিতেৰীক ঘৰত ৰখীয়া থৈ চনিয়া গাওঁ ফুৰিবলৈ ওলাল।

বাটতে জানকীৰ লগ পালে ; চনিয়া জানকীৰ ঘৰলৈকে ওলাইছিল—তাইক বগা কুকুৰা এযোৰা লাগে। জানকীৰ গৰালত বগা কুকুৰা আছে ; পিছে চনিয়াক বেচিবৰ তাইৰ ইচ্ছা নাই—হাটত সৰহ দাম পোৱাৰ আশাত। চনিয়াই পেৰাপেৰি কৰিলে ; যি বিচাৰে সেই দামকে দিবলৈ ওলাল ; বগা কুকুৰা চনিয়াক পূজালৈ লাগে।

"মই হলে দৰাদৰি নকৰোঁ ; পিছত দিব থবলৈও নাই ; হাতে হাতে দুটকা দিব লাগিব।"

চনিয়াই আঁচলৰ বান্ধ মোকোলাই বাটতে জানকীৰ হাতত টকা দুটা দিলে। জানকীয়ে চনিয়াক ঘৰলৈ লৈ গল। বেলি পৰা নাই ; কুকুৰাজাকে চোতালত খুটি খাই ফুৰিছে। জানকীয়ে ভিতৰৰ পৰা চাউল এমুঠি আনি গৰালৰ ওচৰত ছটিয়াই "কুৰ কুৰ" বুলি চিঞৰিলে। টি-টিকৈ লৰি আহি কুকুৰাজাক গৰালৰ কাষ চাপিল। চনিয়াৰ সৈতে লগলাগি দুয়োজনীয়ে তাৰে কেইটামানক খেদিকুৰি গৰালত ভৰালে ; নোদোকা বগা কুকুৰা দুজনীও গৰালত সোমাল। জানকীয়ে কুকুৰা দুটা ধৰি জৰীৰে

ঠেঙ বান্ধি চনিয়াৰ হাতত দিলে। ক' ক'কৈ চিঞৰি কুকুৰাহালে চনিয়াৰ হাতত ছট্‌ফটালে। কুকুৰাহালৰে সৈতে চনিয়াই ঠিতাদাহেই ৰাধুহঁতৰ ঘৰৰ পিনে খোজ ললে।

ৰাধুৰ বাপেক ধঁপাত হুপি চোতালত বহি আছিল, কুকুৰাৰ ক' ক' মাত শুনি মুখ তুলিয়েই চনিয়াক দেখিলে। কুকুৰা দুটা ৰাধুৰ বাপেকৰ সমুখত থৈ চনিয়াই কলে, "আমাৰ বুঢ়া-বুঢ়ীয়ে তহঁতলৈ দিছে।" কুকুৰাহাল মাটিত থৈ চনিয়াই শাৰীৰ আগৰ বান্ধৰ পৰা টকা দুটাও উলিয়ালে।

"এই, লখুৰ বাপেকে কুকুৰা এহাল পঠাইছে।" ভিতৰত থকা ঘৈণীয়েকক উদ্দেশ্য কৰি কলে; ইতিমধ্যে চনিয়াই বুঢ়াৰ হাতত টকা দুটাও দিলে।

"কোন আহিছে?" ব্যগ্ৰভাৱে ৰাধুৰ মাকে ভিতৰৰ পৰাই সুধিলে।

"চনিয়া আহিছে।" ঘৈণীয়েকে দেখে বুলি বুঢ়াই লৰালৰিকৈ টকা দুটা কঁকালৰ খোচনাত গুজিলে। ফুটা কলহত পানী ভৰোৱা, তিৰোতাৰ হাতত ধন সঁচা, সমান কথা;—বুঢ়াৰ দীঘল জীৱনৰ অভিজ্ঞতা। বয়সৰ লগে লগেহে সকলো পুৰুষেই নিজৰ তিৰোতাক বুজিবলৈ সক্ষম হয়।

কঁক্ কঁক্ শব্দ শুনি ৰাধুৰ মাকে উখল-মাখলকৈ চোতাললৈ আহি তৃপ্তিৰে কুকুৰাহাল চাই হাতত তুলি ললে—ওজন অনুমান কৰিবলৈ।

"ঘৰৰ?"

"কত ঘৰৰ পাবি ? লখুয়ে কলবাৰ পৰা বিচাৰি-খোচাৰি কিনি আনিছে।" ঘৰৰ বস্তুৰ দাম নাই—চনিয়াই জানে।

"লখু নিজে নাহিল কিয় ?" বুঢ়ীৰ মৰম মিহলি প্ৰশ্ন।

"সি লৰীত জাহাজঘাটলৈ গ'ল।"

"হয়, হয়; আজি চাহপাত গৈছে। এইবাৰ চাহপাতেহে চাহপাত! ৰাতি-দিন কলঘৰ চলিছে।" হোকাত টানকৈ হোপা মাৰি বুঢ়াই শলাগিলে।

"এই ৰাধু, ৰাধু", মনৰ সন্তোষেৰে বুঢ়ীয়ে মাতিলে—লখুয়ে পঠোৱা মুৰ্গী দুটা দেখুৱাবলৈ। কোনো উত্তৰ নেপাই বুঢ়ীয়ে নিজে নিজেই কলে, "ছোৱালী ছাগলী একে; য'ত বিচৰা ত'ত পাবলৈ নাই।"

অনাহকত অশান্তিৰ সৃষ্টি হব বুলি চনিয়াই মাত দিলে, "ৰাধু নাই হবলা; থওক দে। মই যাওঁহে। আমাৰ বুঢ়াই এদিন আহি কথা-বতৰা ঠিক কৰিব।" চনিয়া যাবলৈ উঠিল।

বজাৰৰ বস্তু পৰীক্ষা কৰা দি হাতৰ কুকুৰাহাল আকৌ এবাৰ চাই বুঢ়ীয়েই উত্তৰ দিলে,

"কথা-বতৰা ঠিক হৈয়ে আছে; আমাৰ বুঢ়াক কৈছোঁ। বস্তু-বাহানিত বৰকৈ ধৰি থাকিব নেলাগে; লৰা-ছোৱালীৰ মন খাইছে—বিয়াখন হব লাগে।"

"লখুৰ বাপেকেই কওকহি—কি দিব পাৰে নোৱাৰে। মোৰ ছোৱালী হাটৰ বস্তু নহয়, তাতে যে দৰাদৰি কৰি থাকিম।" আত্ম-গৌৰৱত ৰাধুৰ বাপেকে কলে; চনিয়াই খোজ ললে।

বাধুহঁতৰ পদূলিতে কঠাল পুলি এটা; তাৰে ডাল এটা ভোঁৱাই চনিয়াই পাত ছিঙিছে। ৰাধু তেনেতে সেই পিনেই আহিল। সন্ধিয়া পৰত তাহাঁতৰ পদূলিত কঠালপাত ছিঙিবলৈ অহা চনিয়াক দেখি বাধুৰ সন্দেহ হল। কঠালপাত ছিঙিবলৈ চনিয়া অহা নাই; নিশ্চয় কিবা অনৰ্থ ঘটাবলৈহে এই তিনি সন্ধিয়াখন ওলাইছেহি। চনিয়াৰ কথা-কাৰ্য্য সকলো আও-পকীয়া; কেতিয়া কি কৰে, কি কয় ধৰিবই নোৱাৰি। তাইৰ কথাবোৰ কেৰেলাৰ দৰে তিতা; ভয়ে ভয়ে বাধু তাইৰ পৰা আঁতৰি থাকে। চনিয়াক মাতিবনে নেমাতিব গুণা-গঁথা কৰি থাকোঁতেই চনিয়াই নিজেই মাত লগালে, "এই সন্ধিয়া কাকনো লগ পাই আহিলি গৈ?" অকাৰণত খং তোলাই ৰং চোৱা চনিয়াৰ স্বভাৱ।

"মই কাক লগ পাওঁ নেপাওঁ তোক কবলৈ যাম কিয়?" খঙৰে উত্তৰ দি ৰাধুয়ে ঘৰলৈ খোজ আগবঢ়ালে।

"লখু নাই নহয়; তোৰ আজি ৰাতি সুবিধাই হৈছে।" চনিয়াৰ চকুয়ে মুখে পৰিহাসৰ হাঁহি।

"তহঁতৰ লখু থাকিল নেথাকিল মোৰ কি হল? লখুক লৈ তয়ে থাক গৈ।" বাদানুবাদলৈ অপেক্ষা নকৰি বাধু ভোৰ-ভোৰাই আঁতৰি গল।

ছিঙা ঠাল-পাতখিনি জুকিয়াই চনিয়াই ভয় দেখুৱাৰ স্বৰত উত্তৰ দিলে, 'বাৰু, লখু আহিলেই কম—তইনো কাৰ লগত ওলাই গৈছিলি।"

উৰিফুৰা পাতল মেঘ ডোখৰ স্তব্ধ হোৱাৰ দৰে চনিয়াৰ কথাত বাধু ক্ষন্তেক বৈ গ'ল ; ভয় আশঙ্কাত তাই চনিয়ালৈ ঘূৰি চালে—চনিয়াই ঘটাব নোৱাৰা অঘটন একোৱেই নাই ! চনিয়াৰ মূৰ্ত্তিটো ইতিমধ্যে অন্ধকাৰত চিনিব নোৱাৰা হল। দুইতৰ পাৰৰ নল খাগৰিৰ দৰে বিপদৰ মৃদু-কঁপনিতে তিৰোতা গ্ৰালে জ্বালে—কিন্তু ধুমুহাত হলে উভলি নপৰে। বেগুৰ দৰে জাপমাৰি বৈ বৈ চনিয়ালৈ ঘূৰি চাই চাই ৰাধু ঘৰ সোমালগৈ।

লখুৰ মাক ৰান্ধনীঘৰত ব্যস্ত ; জিতেৰী মাকৰ কাষতে ; দুখু টিপুও ওলাই গৈছে। পিৰালিতে শিয়ালটোৰ দৰে জোপ লৈ বুঢ়া ককাকে চনিয়াক দেখি সুধিলে, “কলৈ গৈছিলি ?”

“ছাগলীজনীলৈ কঠালপাত আনিলোঁ।” উত্তৰৰ লগে লগে চোতালৰ সোঁকাষৰ টিনপাতৰ ছালিখনৰ তলত বান্ধি থোৱা ছাগলীজনীৰ কাষ পালে। অজ্ঞান পশু হলেও ছাগলীজনীৰ হৃদয় আছে ; আছে ভাল পোৱাৰ অন্তৰ এখনি। চনিয়া দিনটোৰ ভিতৰত এবাৰ ওচৰ নেচাপিলে মাক হেৰোৱা পোৱালিৰ দৰে তাই বেবায়। দূৰৈৰপৰাই চনিয়াৰ ভৰিৰ সঁহাৰি পায়ে ছাগলীজনীয়ে বেবাবলৈ ললে ; চনিয়াই মুখত কঠালপাত কেইটা দিলেগৈ। কঠালপাতৰ লগতে ছাগলীজনীয়ে চনিয়াৰ হাতখনো চেলেকিলে। কঠালপাত কেইটা মাটীত পেলাই সোঁহাতেৰে ছাগলীজনীৰ গাত চপৰিয়ালে। কান্দিথকা কেচুৱা মাকৰ চেনেহ-পৰশত শাঁত পৰাৰ দৰে তাই নিজম পৰিল—মাত্ৰ

পাত চোবোৱাৰ খচ্ খচ্ শব্দ ; পাতৰপৰা মাজে মাজে মুখ তুলি চনিয়ালৈ চাই মতা মৃদু বেবনি।

মনবোধৰ ছাগলীজনীয়ে একে বাহতে পাঁচোটা পোৱালি দিছিল ; পাঁচোটা পোৱালি একেলগে ডাঙৰ কৰিবলৈ টান হোৱাত এটা পোৱালি খোজাত চনিয়াক দিলে। আৰ-তাৰ ঘৰৰপৰা গাখীৰ খুজি-মাগি আনি খুৱাই পোৱালিটো চনিয়াই ডাঙৰ কৰিলে। তিনি চাৰি মাহ হওঁতে নহওঁতেই পোৱালিটো এবাৰ হেৰাইছিল। লাইনৰ প্ৰত্যেকৰে বাৰী চলথ কৰিলে ; লখু আৰু চনিয়া দুয়ো বিচাৰি বিচাৰি সন্ধিয়া ৰিজাৰ্ভ পালেগৈ। 'বগী বগী' বুলি মাতোঁতেই 'বে বে' বুলি উত্তৰ আহিল। জাৰণিৰ মাজত লেতেকু গছ এজোপাত পোৱালিটো বন্ধা ; সমুখত কঠালপাত, আৰু ওচৰতে কলপাত দুখনমান। কোনোবাই ৰাতি কাটিবৰ ব্যৱস্থা কৰি থৈছিল। সেই অকণমান পোৱালিটোৱেই এতিয়া গাভিনী ; পেটটো দুয়ো পিনে ঢোল যেন হৈ ফিন্দি তলপেট মাটিত চুচৰি যাওঁ চুচৰি যাওঁ।

"মাৰৰ দৰে তয়ো পাঁচোটা পোৱালি জগাবি ?" আলফুলকৈ ছাগলীজনীৰ পেটত হাত ফুৰালে।

"নাই নাই ; দুটা পোৱালিয়েই হব। পাঁচোটা জগালে পোৱালিক গাখীৰ খুৱাবলৈ তোৰ লগত কোন লাগি থাকিব ?" ওহাৰত গাখীৰ হৈছে নে নাই চনিয়াই হাতেৰে আজুৰি চালে। বাট কেইটা দীঘল হৈছে ; কিন্তু খহটা খহটা। কোনেও কেতিয়াও হাত নিদিয়া অংশত হাত পৰাত বগীয়ে ঠেং আছাৰি বে-বে কৈ চিঞৰিলে।

"সুৰসুৰাইছে।" হাঁহি মাৰি ছাগলীজনীৰ বাটৰপৰা হাতটো আঁতৰাই আনিলে।

লখু ঘৰত নাই; চনিয়াই ভাবিছিল আজি ৰাতি সোনকালে খাই বৈ শুব। লখুয়ে মাজৰ কোঠাৰ দুৱাৰখনৰ ওচৰতে বস্তা কেইটামান পাৰি শোৱে। দুই পিনৰ দুটা কোঠাৰ এটাত চনিয়া, জিতেৰী আৰু বুঢ়া-বুঢ়ী শোৱে; অন্যটোত লখুৰ ভায়েক দুটা শোৱে। চনিয়াই আজি লখুৰ ঠাইতে শুবলৈ ললে। লখু ৰাতি ঘৰত নেথাকিলে অন্য দিনাও তাই লখুৰ ঠাইকে অধিকাৰ কৰে। চনিয়াৰ টোপনি অহা নাছিল; মাটীত পৰা বস্তাৰ ওপৰত বাগৰিব লাগিছে। দুখু টিপুয়ে, বহুত পৰলৈকে খিক্-খিক্‌কৈ হাঁহি খিকিন্দালি কৰি কথা পাতি আছিল। বুঢ়া-বুঢ়ীৰ আগৰাতি সদায়ে গভীৰ টোপনি।

বনুৱাৰ পৰিশ্ৰম কেৱল জীৱিকা আৰ্জ্জনৰ কাৰণেই নহয়, সি নিদ্ৰাৰ নিমন্ত্ৰণ। খন্তেক পিছতে মাজনিশাৰ নিস্তব্ধতাই গোটেই ঘৰ নিমাও মাও কৰিলে।

মৰাপাতৰ চটৰ বিছনাত বাগৰি চনিয়াই চটফটাই আছিল; পইতাচোঁৰা দুটাই তাইৰ গা শুঙি ফুৰিছে। পইতাচোঁৰা বিচাৰোঁতে অকস্মাতে হাতখন নিজৰ অনাবৃত বুকুত লাগি গোটেই শৰীৰ শিহঁৰি উঠিল—নিশাৰ নিশব্দ অন্ধকাৰত পাত ফুটি কলিটি ওলালে ফুলগছে শিহঁৰি উঠাৰ দৰে। ইচ্ছা কৰিয়েই দ্বিতীয় বাৰ চনিয়াই বুকুত হাত ফুৰালে; তাই মন নকৰাকৈয়ে বুকুৰ দুফালৰ মঙহ দুচপৰা ওখ হৈ পৰিছে; নিজৰে

তাত হাত লগাত লাজত নিশব্দে হাঁহিলে। হাত ছুখন বুকুৰ ওপৰত থৈ ভৰি ছুখন দীঘলকৈ মেলি দিলে—শৰীৰৰ দীৰ্ঘতা অনুমান কৰিবলৈ। ভৰি পঠানত উম লৈ থকা মেকুৰীজনীৰ গাত ভৰি লগাত তাই মেওঁ মেওঁ কৈ আঁতৰি গল।

চনিয়া উঠি বহিল; শিতানত থোৱা টোপোলাটো হাতত লৈ আন্ধাৰতে ঘৰটো এবাৰ চাই ললে। সদায় দেখি থকা সেই সাধাৰণ ঘৰটো আজি তাইৰ মানত অতুলনীয় যেন লাগিল। ছুৱাৰখন লাহেকৈ মেলা স্বত্বেও কেৰ্কেৰ্ শব্দ হল; সেই ক্ষীণ শব্দটোয়ে তাইক যেন মিনতি জনালে—'থাক, থাক'। ছুৱাৰখন জপাই চনিয়া চোতালত থিয় হল। ছাগলী বন্ধা ছালিখনতে নৰেশ্বৰৰ লগত নতুনকৈ বিচাৰি অনা ভাটৌটো বাঁহৰ ডালটোত বন্ধা আছিল; ভাটৌটোয়ে জুপুকা মাৰি বুকুৰ মাজত ঠোঁটটো সুমুৱাই টোপনিয়াইছিল। চনিয়াই চৰাইটোৰ ভৰিত মেৰোৱা আওঠিটো সেলোকাই দিলে; তথাপি সি উৰিবলৈ কুৰুং কাৰাং নকৰাত ডালটো লৰালে। শিশুৰ দৰে অকৃতজ্ঞ ভাটৌটোয়ে ওভোটাই তাইৰ আঙুলিত খোট মাৰি দিলে। 'মৰম কৰিলে খোটেহে'—মনে মনে কথাষাৰ কৈ চনিয়াই ডালটো আকৌ লৰালে। চপ্‌চপাই অকণমান উৰি চৰাইটো পুনৰ আগৰ ঠাইত বহিলগৈ। ছুদিন থকা সজাটো এৰিবলৈ চৰাইৰো সত নেযায়—কথাষাৰ চিন্তি চনিয়া এফলীয়া হল।

বিৰাট বিগ্ৰহৰ দৰে সমুখতে বুঢ়া নিমগছ জোপা; নিম পুলিটো মাক মহুৱাই ৰোৱা বুলি বুঢ়া-বুঢ়ীয়ে কোৱা-মেলা কৰে।

সংসাৰৰ দুখ-বেজাৰত জৰ্জ্জৰিত হৈ চনিয়াই এই নিমজোপাৰ তলতে লখুইতৰ লগত নিমগুটিৰে খলিগুটিও খেলিছিল। এই কাৰণে তিতা নিমপাতো তাইৰ জিভাত মিঠা; নিমজোপাৰ পাত কেইটামান ভাজিয়েই শুদা ভাতো তৃপ্তিৰে খায়। এই নিমৰ পাত চোৱাৰে সৰুৰেপৰা কত অসুখ তাইৰ ভাল হৈছে। এবাৰ গোটেই গা খুদ-খহুৰে ভৰি পৰিছিল; নিমপাত বাতি লগাওঁতে ৰাতিৰ ভিতৰতে শুকাই চৰচৰীয়া পৰিল। লাইনৰ আই পূজাত মানুহে এই নিমৰে পাত নি লগায়। কোনোবাই বেমাৰ আজাৰত নিমজোপাৰ ছাল একুৱাবলৈকো আহে; চনিয়াই নিদিয়ে। নিমজোপাৰ গাত চনিয়া আধানমান পৰ আওজিলে; গছজোপাৰ খহটা ছালত হাত ফুৰাওঁতে তাইৰ বৈ যোৱা দুটোপাল চকুপানী নিমজোপাৰ গুৰিত পৰিলগৈ। মৃদু বতাহ এজাকে গছজোপাৰ পাত লৰাই দিলে; জিৰজিৰকৈ দুই চাৰিটা পাত তাইৰ মূৰত পৰিল। গাত পৰা পাত এখিলা হাতেৰে খেপিয়াই চোবালে। মধুৰ স্মৃতিৰ লগত মিহলি হৈ তিতা পাত মিঠা মিঠা লাগিল।

কঁকালত আতি বন্ধা শাৰীৰ আগটোৰে চকু মচি চনিয়া বাটলৈ ওলাল। বহলকৈ চকু মেলি চাৰিও পিনে মূৰ তুলি চালে। অন্ধকাৰ। চাহৰ জোপোহাবোৰ বৰ ঘন ঘন লাগিল; কৃষ্ণচূড়া গছবোৰ হঠাতে বহুত ওখ হ'ল; কল ঘৰটো বহু নিলগলৈ গ'ল। সকলো বস্তুকে অন্ধকাৰে ভয়লগা গঢ় দিলে; ৰং-ধেমালি-মুখৰ বাগিছা মৌন নীৰব গহীন মৰিশালি। বাটত

কোনোবা মানুহ আছেনে নাই আগপিনে পিছপিনে ঘূৰি ঘূৰি চালে। ক্ষীণ জোনৰ পোহৰ—কোনো মানুহৰ সা-সঁহাৰি নাই। লাহে লাহে তাই নৰেশ্বৰ থকা ঘৰটোৰ কাষ ওলালগৈ; বঙলাৰ পিনে যোৱা ঘাই বাটটো এৰি, বেৰাৰ চুকৰ মেটোৰ অহা-যোৱা কৰা বাটটোয়েদি নৰেশ্বৰৰ কোঠাৰ পিছপিনৰ খিড়িকিত টুকুৰিয়ালে। এবাৰ লাহেকৈ টুকুৰিয়ালে—কোনো সাৰস্থৰ নাই; আকৌ জোৰৰে টুকুৰিয়ালে। খিড়িকি মুকলি হল। মাজৰাতিখন চনিয়াক তাৰ খিড়িকিৰ সমুখত দেখি নৰেশ্বৰ বিস্ময়ত অভিভূত হল। চনিয়াই ঠাৰে-চিঞাৰে নৰেশ্বৰক তাইৰ পিছ লবলৈ কৈ সাউতকৰে বাটলৈ ওলাই গল। নৰেশ্বৰে দুৱাৰ নেমেলিলে; খিৰিকিয়েদিয়েই জাপ মাৰি ওলাল। বঙলাৰ মুখৰ বহল বাটটো এৰি চাহৰ পাহীৰ মাজে মাজে লুংলুঙীয়া বাটটোৱেদি দুয়ো পাভৈজানৰ পিনে খোজ ললে; চনিয়া আগত, নৰেশ্বৰ পিছত। আগে আগে যোৱা চনিয়াই দুখোজমান পিছুৱাই নৰেশ্বৰৰ কাষ চাপি সুধিলে,

"তোক মই প্ৰথমে এইখিনিতে লগ পাইছিলোঁ, নহয়?"

"মাজ নিশাখন তাকে কবলৈ ইয়ালৈ আহিছ?" আচৰিত হৈ নৰেশ্বৰে উত্তৰ দিলে।

"তোৰ ভয় লাগিছেনে কি?" চনিয়াৰ কথাত পৰিহাসৰ সুৰ।

"হাঁহিছ? চকীদাৰে দেখাহেঁতেন?"

"তোৰ লগত মই পাপ কাম কৰিবলৈ আহিছোঁ বুলি ভাবিলেহেঁতেন!"

"বুঢ়া-বুঢ়ীয়ে তোক ঘৰ সোমাবলৈ নিদিব।"

"মাজনিশা যি ছোৱালীয়ে ঘৰ এৰে, ঘৰৰ দুৱাৰ চিৰকালৰ কাৰণে তাইলৈ বন্ধ। ঘৰলৈ ঘূৰি নেযাওঁ বুলিয়েইতো এই মাজনিশা ওলাই আহিছোঁ।"

কথাৰ লগে লগে দুয়ো আহি নৈৰ কাষ পালেহি। ডাৱৰৰ মাজত লুকুৱা জোনৰ অকণি পোহৰ নদীৰ বুকুত সিঁচৰতি হৈ এক শান্ত পৰিবেশৰ সৃষ্টি হৈছিল। নদীৰ পানীৰ মৌনতা মাজে মাজে ভাঙিছে—পোক খেদিফুৰা বাদুলিৰ সোঁ সোঁ শব্দই।

চনিয়াৰ কথাৰ কোনো অৰ্থ উপলব্ধি কৰিব নোৱাৰি বিমূঢ় হৈ নবেশ্বৰে সুধিলে, "তই কি কৰিবলৈ আহিছ?"

"ভয় নেখাবি, মই ঘৰৰ পৰা পলালোঁ।" প্ৰতি-প্ৰশ্নৰ কাৰণে বাট নেচাই কলে,

"যোৰাবাৰৰ চাৰ্কাচ আকৌ আহিছে; চাৰ্কাচৰ মেনেজাৰক লগ ধৰিছিলোঁ; সি মোক কাম দিম বুলি কৈছে। মোক ৰচীত নাচিবলৈ শিকাব। কানি-কাপোৰ পিন্ধিলে মোক বোলে মেমৰ দৰেই দেখাব। তোৰ মিলাৰ চাহাবৰ মেমৰ দৰে হম!" কণ্ঠৰ স্বৰ কৰুণ কৰি যোগ দিলে, "চাৰ্কাচ বোলে পৃথিবীৰ সকলো ঠাইতে ঘূৰে। চাৰ্কাচ পাৰ্টিত লগলাগিলে সকতে মোক এৰি থৈ যোৱা আইক কৰবাত কিজানিবা লগ পাওঁয়েই!"

নবেশ্বৰে ভূতেপোৱা মানুহৰ দৰে নিশ্বাস বন্ধ কৰি শুনিছিল; চনিয়াই সঁচাই কৈছেনে, তাৰ লগত মাজৰাতিখন ধেমালিকে কৰিছে—বিৰক্ত হৈ সুধিলে—"ৰাতিখন মোৰ

লগত ধেমালি কৰিছ কিয়? বল্ বল্, ঘৰলৈ উভতি বল্। লখুয়ে গম পালে, তুয়োটাকে ইয়াতে ধৰিবহি।"

"তই ভয় কৰিব নেলাগে; লখু জাহাজ ঘাটলৈ গৈছে— চাহৰ বাকচ বোজাই দিবলৈ।" অলপ পৰ বৈ চনিয়াই কলে, "নৰেশ্বৰ, সঁচায়ে কৈছোঁ; মই যাবলৈ ওলাই আহিছোঁ। যোৱাৰ আগতে ভাবিলোঁ, তোক লগ পাই যাওঁ।" চনিয়াই আৰু কব নোৱাৰিলে; শাৰীৰ আচলটো চকুত দিলে।

চনিয়াৰ হাতখন চকুৰপৰা আঁতৰাই নৰেশ্বৰে কলে, "চনিয়া, তই কি বলিয়ালি কৰিবলৈ ওলাইছ? তোক মই চাৰ্কাচৰ মানুহৰ লগত পলাই যাবলৈ দিম নে? বাগিছা এৰি তই যদি যাব—মোৰ লগতেই যাব লাগিব।" নৰেশ্বৰৰ কথাত আছিল অকপট স্নেহ, গভীৰ কল্যাণ কামনা, দৃঢ় আশ্বাস।

"নৰেশ্বৰ, লগ পোৱা দিনৰ পৰা তই মোক মৰম কৰি আহিছ; জানো, মই গুচি গলে দুখ পাবি; মোৰ শোকত তই বাগিছা এৰিবি। পিছে, মোক বিয়া কৰাই সুখী হোৱা কথা তই নেভাবিবি। মোক লৈ কোনো মানুহেই সুখী হব নোৱাৰে; মোৰ দেহত তেজ নাই, আছে বিহ। তই জানই এই বাগিছাৰ প্ৰতি জোপা চাহ গছকে মই প্ৰাণদি ভাল পাওঁ, বাগিছাৰ প্ৰত্যেক ডেকা-গাভৰুকে আপোন বুলি ভাবোঁ। তথাপি বাগিছাখনৰ ওপৰত মোৰ হিংসা। ইচ্ছা হয়, প্ৰত্যেক জোপা চাহ গছ উভালি পেলাওঁ; কলঘৰ ভাঙি দিওঁ; চাহাবৰ বঙলাত জুই অলাওঁ, মিলাৰ চাহাবক খুন কৰোঁ, ডেকা-গাভৰু-

হঁতক নিজ নিজ গাওঁলৈ ঘূৰাই পঠাওঁ। বাগিছাই যেন মোৰ ভাই-ভনী, আই-বোপাইক দিনে দিনে দেহত মনত দুখীয়া কৰি পেলাইছে; দিনে দিনে পাপ প্রলোভনলৈ টানি লৈ গৈছে। বাগিছাখনক কেতিয়াবা অতিকৈ ভাল পাওঁ, কেতিয়াবা ঘৃণা কৰোঁ। ঘৃণা, ভালপোৱা, দুয়োটাৰে লগত বহুদিন যুঁজিলোঁ; শেহত ঘৃণাৰে জয় হ'ল।" কথা নহয়, অগ্নিশিখা। বুজিব পৰা কালৰপৰা চনিয়াই নিজক ঘৃণা কৰিয়েই আহিছে—ভাল পাবলৈ শিকা নাই। তাই কি বিচাৰে, কিহে তাইক আনন্দ দিব পাৰে—সেই বিষয়ে এদিন লৈকো চিন্তা কৰা নাই। লোণ পৰি গাখীৰ নষ্ট হোৱাৰ দৰে কিবা এক অজ্ঞানা পাপবোধে আৰু প্রতি হিংসাই তাইৰ জীৱন অসুখী আৰু মন বিদ্রোহী কৰি তুলিছে। নৰেশ্বৰে বোবাৰ দৰে স্তব্ধ হৈ শুনিলে।

"তোৰ আৰু লখুৰ মৰম সদায় মোৰ মনত পৰিব; হয়তো তহঁতৰ কাৰণে ঘূৰি আহিবলৈ মোৰ মনে কান্দিব। মই উলটি নাহিম। মই জানো, মোৰ পৰা তহঁতৰ দুখহে বাঢ়িব, অশান্তি হ'ব।"

মনৰ কব নোৱাৰা কথাখিনি চনিয়াই নৰেশ্বৰৰ হাতটোত হাত ফুৰায়ে প্রকাশ কৰিবলৈ বিচাৰিলে। ভাবৰ আবেগত চনিয়াই যিবোৰ কথা কলে, তাৰ অর্দ্ধেকো নৰেশ্বৰৰ হৃদয়ঙ্গম নহ'ল। চনিয়াৰ মূৰৰ বিকৃতি ঘটিছে, সি ভাবিলে।

"চনিয়া, পাদুৰিৰ উপদেশ শুনি শুনি পাপ-পুণ্যৰ কথা তই বৰকৈ ভবা হ'লি। কি কৈছ, তই নিজেই বুজা নাই।" নৰেশ্বৰৰ

বিশ্বাস হল, পাদুৰিৰ ধৰ্ম্ম কথা শুনি চনিয়া উত্তেজিত হৈছে ; সি নিজেও দুই চাৰিবাৰ পাদুৰিৰ বক্তৃতা শুনিছে। পাদুৰিয়ে কুলি বনুৱাক হাটে-বজাৰে বৰকৈ পাপৰ কথা শুনাই নৰকত পচিব লগা অহা জন্মৰ ভৱিষ্যতবাণী কৰে। কুলিৰ হঁহা-নচা, খোৱা-বোৱা, বিয়া ভালপোৱা, থকা-মেলা সকলোবোৰেই পাপ। পৃথিবীৰ সকলো পাপ কুলি ডেকা-গাভৰুৱেই কৰে— পাদুৰিৰ বক্তৃতা। পাপ, পাপ, পাপ—এই পাপবোধৰ চিন্তাই চনিয়াক পগলা কৰি পেলাইছে। তাৰোপৰি পাদুৰিবোৰে হিন্দুৰ অমঙ্গল সাধিছে বুলি সি কৰবাত শুনিছিল। তাইৰ বলিয়া সংকল্প ত্যাগ কৰিবলৈ নৰেশ্বৰে আৰু কিবা কব খুজিছিল— কিন্তু কোনো উপদেশৰ কথা সেই মুহূর্ত্তত তাৰ মনলৈ নাহিল। নৰেশ্বৰ সৰুৰেপৰাই কথাৰ ভিক্ষাৰী।

"মই নুবুজা নহয়, তইহে মোৰ কথা বুজা নাই।" মোনাটোৰ পৰা কিবা এটা উলিয়াই নৰেশ্বৰৰ হাতত দি কলে, "তই মোৰ এটা উপকাৰ কৰি দিবি ; এই ডাল এগুৰ্জ চাহাবক কেনেবাকৈ দিয়াবি। এগুৰ্জ চাহাবে আইৰ আঙঠি এটাৰে সৰুতে মোক এই ৰূপৰ হাৰডাল গঢ়াই দিছিল ; ক্রুছ এডাল ইয়াতে লগোৱা আছে। মিছনৰ স্কুল এৰাৰ পৰা এই ডাল মই পিন্ধা নাই। ক্রুছ ডাল ডিঙিত থাকিলে বোলে বেয়া কাম কৰিব নোৱাৰি ; আজিৰ পৰা এই ডালৰ মোৰ দৰ্কাৰ নাই— পাদুৰিৰ বস্তু পাদুৰিক দিবি। লখুৰ হাততে পঠালোহেঁতেন ; পিছে, ঘৰ এৰাৰ কথা গম পালে—সি ৰাতি-দিন মোক পহৰা

দিলেহেঁতেন।" ক্ষন্তেক বৈ চনিয়াই কিবা ভাবিলে—লখুৰ কথা। চনিয়াৰ চকুৰ পৰা জৰ-জৰকৈ চকু-পানী ওলাল—পুৰাৰ নিয়ৰৰ দৰে শীতল, নিৰ্ম্মল।

অধিক সময় অপেক্ষা কৰিলে মমতা বাঢ়িব, যাত্ৰাৰ সংকল্প শিথিল হব, তাকে ভাবি চনিয়াই চকুৰ পানী টুকি টুকি থোকাথুকি মাতেৰে কলে, "মই যাওঁ; তোৰ মৰম জীয়াই থাকোঁমানে মনত পৰিব।"

নৰেশ্বৰে বুজিলে, চনিয়াৰ মূৰৰ বিকাৰ; তাই নিজৰ অৱস্থাত নাই; ৰাতি বাগিছাৰ মাজে মাজে বলিয়াৰ দৰে ঘূৰি, পুৱা প্ৰকৃতিস্থ হৈ ঘৰলৈ ঘূৰি আহিব। অকলে অকলে ৰাতিখননো তাই যাব কলৈ? কি কৰিব নকৰিব ভাবি-চিন্তি থাকোঁতেই অকস্মাত ৰাতিৰ গহীন আন্ধাৰত চনিয়া হেৰাই গল।

"চনিয়া," আৰ্ত্তনাদ এটা মাথোন তাৰ কণ্ঠৰপৰা উচ্চাৰিত হল। সকলো সেউজীয়া পাত নিস্তব্ধ; শিপাধৰা গছৰ দৰে নৰেশ্বৰ যতে থিয় হৈ আছিল তাতে জঠৰ লাগি ৰল।

চনিয়াই অন্তৰৰ গোপনতম কোণত হয়তো তিলমান আশা পুহিছিল—নৰেশ্বৰো তাইৰ লগত ওলাব বুলি। নৰেশ্বৰৰ কথা-বতৰাত কিন্তু কোনো উষ্মাৰ আভাস তাই নেপালে। ভাব-প্ৰৱণতা নৰেশ্বৰৰ বংশত নাই; নিষ্ক্ৰিয়তা তাৰ মজ্জাগত। প্ৰচণ্ড আঘাত নেপালে বটগছৰ দৰে কোনো পুৰুষেই কক্ষচ্যুত নহয়; নৰেশ্বৰ তাৰ ব্যতিক্ৰম হব কেনেকৈ? চনিয়াই মুখ তুলি কোৱা হলে সি অৱশ্যে আনন্দৰেই তাইক অনুসৰণ কৰিলে-

হেঁতেন। চনিয়াও অভিমানী—আহ্বান জনাব তাই নেজানে। সকলো তিৰোতাৰ দৰে তাই কাকো ভাল পাব নোখোজে—ভালপোৱা কিন্তু বিচাৰে।

পৃথিবীৰ দৰে গধুৰ মনটোৰে নৰেশ্বৰক এৰি নৈৰ কাষৰ সৰু বাটটোয়েদি কিছুদূৰ গৈ তুৰূহ সমস্যাৰ সিদ্ধান্ত পোৱাৰ দৰে চনিয়াই হঠাতে পথ পৰিবৰ্ত্তন কৰিলে; বলিয়া পাক লৈ বাগিছাৰ মাজৰ আলিলৈ ব্যগ্ৰভাৱে টোৱাই আহিল।

পাত তোলাৰ ভৰপক সময়; প্ৰায়বোৰ চেক্‌চনতে পাত ছিঙা আৰম্ভ হৈছে; কেইদিনমান ৰাতিও পাত মাৰিছে। কলঘৰৰ চিমনিৰ পৰা হুচ্‌ হুচ্‌ শব্দ আহিছে; ভিতৰত জ্বলি থকা বিজুলী চাকীৰ পোহৰ দূৰৈৰ পৰাই মণিব পাৰি। চট্‌ চট্‌ কৰি চনিয়া কলঘৰৰ কাষ পালেহি; গেটত ক্ষন্তেক ৰৈ কলঘৰৰ ভিতৰ সোমাই ফায়াৰিং মেচিনৰ ওচৰত ৰলগৈ। মোংগ্ৰাই কলৰপৰা ওলাই মাটীত পৰা চাহপাতবোৰ থুপাইছে। কলঘৰৰ বুঢ়া বাবুয়ে চাহপাত তুমুঠি হাতত লৈ ফায়াৰিঙত ঠিকমতে ৰং উঠিছেনে নাই মূৰৰ ওপৰৰ বিজুলী চাকীৰ পোহৰত পৰীক্ষা কৰিছে। চনিয়াক হঠাতে সমুখত দেখি প্ৰশ্ন কৰিলে, "ৰাতিখন তই কলঘৰলৈ কেলৈ আহিলি?"

"লখুক বিচাৰি আহিছোঁ।"

"লখুৰ জানো আজি ডিউটি আছে?" বুঢ়া বাবুয়ে মোংগ্ৰালৈ চালে। উত্তৰলৈ অপেক্ষা নকৰি চনিয়া ৰোলিং কলৰ কাষ চাপিল। ৰোলিং কল একেলগে ছটা চলিছে। ছটা

বন্নুৱাই ওচৰতে দমলাগি পৰি থকা সেৰেলা পাতবোৰ কলত সুমুৱাই দিছে; কলৰ চকৰীৰ লগত মুখত খোৱা ধপাতৰ দৰে পাক খাই পাক খাই কলৰপৰা পাতবোৰ তাম-বৰণীয়া হৈ মাটীত বাগৰি পৰিছে। কেইজনমান বন্নুৱাই মুৰি খোৱা পাত টুকুৰীত তুলি গাপ দিবলৈ ৰং-ঘৰলৈ নিছে। বিচাৰি অহা মানুহজনক তাতো নেদেখি চনিয়া ৰং-ঘৰৰ পিনে গল। ৰংঘৰৰ বিলাতি মাটীৰ মজিয়াত গোলকৰা পাতৰ পাচীটো বহলাই পালেং বান্ধি মেলি দি ওলাই মনবোধে দুৱাৰ মুখতে চনিয়াক দেখি মাত দিলে, "চনিয়া পোৱালি বাবুক লগ পাবলৈ আহিলি নেকি? তাৰ আজি ৰাতি ডিউটি নাই।"

চনিয়াই একো নেমাতিলে; মনবোধ আঁতৰ হোৱাৰ পিছতো ৰং-ঘৰৰ মজিয়াত কিছু সময় থিয় হৈ চনিয়াই কিবা ভাবিলে।

ওপৰত পাত শুকাবলৈ মেলি দিয়া চাঙত কোনোবাই লাহে লাহে কথা পাতিছে; আওকাণ কৰিলেও আকৰ্ষণ কৰে। পোৱালি মহৰীয়ে কিজানি কুলি গাভৰুৰ লগত প্ৰেমৰ আদান প্ৰদান চলাইছে। অদ্ভুত এক বেদনাই চনিয়াৰ অন্তৰ আক্ৰমণ কৰিলে। কলঘৰৰ বাজ ওলাই, চোৰৰ দৰে শব্দ নকৰাকৈ খট-খটি বগাই পাত মেলি থোৱা চাং শাৰীৰ মাজ ওলাল। হাৱা ঘৰত বিজুলী বন্তি নাই; তাঁৰৰ জালৰ ফুটাৰ মাজেদি আকাশ-খনে অলেখ চকুৰে ভুমুকি মাৰিছে। বোলিং কলত কেচাপাত পাৰ খোৱা দি চাঙৰপৰা মুৰিয়ামুৰি কৰাৰ শব্দ আহিছে। উমানে উমানে চনিয়াই চাৰিওফালে চালে। বোন্দাৰ দৰে

চাঙৰ পৰা জপিয়াই মানুহৰ মূৰ্ত্তি এটাই বেঙা মেলি চনিয়াৰ কাষ চাপিলহি। টিংমিন। আঠুলৈকে পৰা পাইজামাটোৰ বাহিৰে গাত আন কাপোৰ নাই। সোণ খটোৱা সমুখৰ দাঁত-পাৰিৰে হাঁহি মাৰি লাওৰ দৰে মূৰটো জোকাৰি সুধিলে, "কাক বিচাৰে ?" ভাষা-জ্ঞান নোহোৱা বাবে নে কমভাষী স্বভাৱৰ কাৰণেই চীনা মিস্ত্রিৰ সৰহ কথা কোৱাৰ অভ্যাস নাই ; মুখৰ হাঁহি, মূৰৰ ভঙ্গিতেই অধিক উত্তৰ।

চাঙৰ পাতৰ মাজৰপৰা কেৰ-মেৰ কৰি অন্য এটি মূৰ্ত্তি বাহিৰ হল—পাগলী ; টিংমিনৰ তিৰোতা। কোনো প্রশ্নলৈ অপেক্ষা নকৰি চনিয়াৰ কাষ চাপি আপোনা-আপোনি কলে, "মিস্ত্রিৰ ৰাতি কলঘৰত কাম। জানই নহয়, মিনক এৰি মই অকলে থাকিব নোৱাৰোঁ।" নিজৰ কথাত নিজে ৰস পাই হাঁহিলে ; মিনে মূৰ জোকাৰি ঘৈণীয়েকক মাথোন সমৰ্থন কৰিলে।

"তইঁতৰ নিচিনা ছোৱালীলৈ ভয় লাগে ; মোৰ মিনটো ধুনীয়া ; অকলে পালে তইঁতে কিজানি তাক বলিয়া কৰ।" পাগলীৰ কথাত চনিয়াৰ গহীন মুখতো ঈষৎ হাঁহি বিৰিঙিল।

চনিয়াৰ একেবাৰে কাষ চাপি পাগলীয়ে কলে, "বুজিছ, মিনৰ লগৰ ছাঁৰ দৰে ফুৰোঁ দেখিয়েই মানুহে মোক পাগলী বোলে। চা-চোন মাক-বাপেকক এৰি মিন সৰুতেই দেশৰপৰা পলাই আহিছে ; ইয়াত তাৰ আপোন বুলিবলৈ কোনো নাই ;

তাৰ মাত-কথাও কোনেও নুবুজে। সেয়েহে তাৰ মনৰ সুখ-দুখৰ কথা কাকো বুজাব নোৱাৰে। মাকৰ বাৰোটা লৰা-ছোৱালীৰ ভিতৰত মিনেই সুমলীয়া। বাপেক সকুতেই মৰিল; মাকৰ মৰমতেই সি ডাঙৰ হৈছিল। অকণমান কথা এটাতে মাকৰ লগত কাজিয়া কৰি ঘৰ এৰি নানা দেশ নানা যাত্ৰীৰ লগত ঘূৰি ঘূৰি বাগিছা ওলালহি। আজিও অকলশৰীয়া হলে মাকৰ কথাকে ভাবে; ৰাতি টোপনিতে মাকৰ লগত কথা পাতি উচুপি উচুপি কান্দে; মাকৰ সপোন দেখিবলৈ কানি খাই দিনতে টোপনিয়ায়। মাকৰ কথা পাহৰাবলৈ গাত হাত ফুৰাই ফুৰাই সাধুকথা কৈ মই তাক শুৱাব লাগে। বয়স হৈছে যদিও মিনটোৰ মনটো এতিয়াও কেচুৱাৰ দৰে; সৰু লৰাৰ দৰে অলপতে ঠেহ পাতি নোখোৱা হয়। মই কাষত নেথাকিলে সি অকলে ভয়ো কৰে। সেই দেখিহে বুকুৰ পোৱালিৰ দৰে খন্তেকলৈও তাক এৰিব নোৱাৰো।"

বহুত পৰ বন্ধ কৰি থোৱা নিশ্বাসহে যেন সীতাই স্বস্তিৰে ত্যাগ কৰিলে। কথাখিনি কৈ মাতৃত্বৰ দাবীৰে মিনলৈ চালে। সেই সংকেতৰ অৰ্থ বুজি মিনে সপোনৰ আৱেশত মূৰ দুপিয়ালে।

ইমান দিন পাগ্‌লীক লগৰীহঁতৰ সৈতে চনিয়াই ঠাট্টা-বিদ্ৰূপেই কৰি আহিছিল; হঠাৎ আজি তিৰোতাৰ প্ৰেমৰ মাজত মাতৃ-স্নেহৰ পৰিচয় পাই পুৰণি সুৰত পুলকিত হোৱাৰ দৰে সীতাৰ নতুন পৰিচয়ত চনিয়া চঞ্চল হল। তাই ভাবিলে, পাগ্‌লীৰ দৰে কেইজনী তিৰোতাই গিৰিয়েকক এনেকুৱা মাকৰ

স্নেহেৰে মেৰাই পেলাব পাৰিছে? মাজৰাতিখন মিছাতে এই মতা-তিৰোতা হালক আহুকাল কৰাত চনিয়াৰ নিজকে অপৰাধী অপৰাধী যেন লাগিল। এনে অপৰাধ যে তাই কিমান নকৰিছে? চাহ গছৰ পাহীৰ মাজত ৰাতি শুই থকা ডেকা-গাভৰুৰ মাজত অকস্মাতে ওলাই কতক লঘু-লাঞ্ছনা কৰিছিল। মুহূৰ্ত্ত পলম নকৰি একো মাত-বোল নলগোৱাকৈ হুৰ-হুৰ কৰে তাই বাট ওলাই নিশ্বাস সলালে। তাই যি সন্দেহ কৰিছিল—সি নহয়; ৰক্ষা!

বাটৰ কাষৰ অন্ধকাৰত ৰল; নিস্তব্ধতা ভাঙ্গিবলৈ হাতৰ মোনাটো অনাহকত জোকাৰিলে। তাই নিজেই বুজিব পৰা নাই, তাইৰ হৃদয় কিহৰ সন্ধানত বিভ্ৰান্ত। নিতে নিতে চন্দ্ৰৰ দৰে সলনি হলেও নাৰীৰ অন্তৰত পুৰুষৰ চিত্ৰ চিৰকাল মছ্ নোযোৱা কলঙ্ক। নিজৰ মনতে বিৰবিৰাই লাহে লাহে চনিয়াই বাবুসকলৰ কোৱাৰ্টাৰলৈ যোৱা বাটটোকে ধৰিলে। একে শাৰীতে ওচৰা-ওচৰিকৈ কেইবাটাও সৰু টিনৰ বঙলা; সৰুতে বাবুহঁতৰ এই ঘৰবোৰত তাই কাম কৰিছিল; এই ঘৰ-বোৰৰ বাহিৰ ভিতৰ, বাট-পথ চনিয়াৰ ভালকৈয়ে পৰিচিত। লাইনৰ শেষৰ ঘৰটোৰ সমুখৰ পদূলিত বৈ চাৰিও পিনে চালে; আন্ধাৰত একোকে নেদেখি ভৰিত সাৰে হাতত সাৰে সৰু গেটখন মেলি কম্পাউণ্ডৰ ভিতৰ সোমাল; সন্তৰ্পণে খট-খটি বগাই দুৱাৰত শব্দ কৰিলে। দুৱাৰ মেলি বাৰাণ্ডাত চনিয়াক দেখি পোৱালি মহৰীয়ে প্ৰমাদ গণিলে। চনিয়াই মহৰীক ঠেলিয়েই ভিতৰ সোমাল।

"ভুৱাৰদলিত থিয় হৈ কি চাইছ ? ভুৱাৰ জপা।"

তিৰোতাৰ দৃষ্টিৰ প্রচণ্ড প্রতাপ ; মেকুৰীৰ দৰে আন্ধাৰতো জ্বলি থকা চনিয়াৰ চকু ছুটাৰ ভয়ত পোৱালি মহৰীৰ কপাল ফুটি ঘাম ওলাল। ধুতীৰ আগৰে ঘাম মছি মছি কি কৰিব নকৰিব বিবুধি হৈ ভুৱাৰ জপাই থিয় দি ৰ'ল।

"তোৰ বিছনাত কেতিয়াও বহা নাই, ভাগৰ লাগিছে, বহোঁ।" অনুমতিলৈ বাট নেচাই তাই বিছনাত বহিল ; ভাগৰ অৱশ্যে তাইৰ বাৰুকৈয়ে লাগিছিল ; ছুটামান দীঘল উশাহ টানি সুধিলে, "কথা নকৰ ? কি হল ?"

"চনিয়া, এই ৰাতিখন ?" সেপ ঢুকি ঢুকি সেহাই সেহাই মাতিলে।

"কথা পিছত হম। পানী এগিলাচ দে।" অলপ বৈ কলে, "কুলি ছোৱালীক পানী দিবলৈ গিলাচ আছে ?" চকুৰ কোণেৰে ব্যঙ্গ কৰি হাঁহিলে।

পোৱালি মহৰীয়ে মেজৰ ওপৰৰ লেম্পটোৰ ফিটাডাল বঢ়াই বিছনাৰ কাষতে থকা কলহৰপৰা বাকী পানী এগিলাচ চনিয়াৰ হাতত দিলে।

"তই খোৱা গিলাচত খাম ?" চনিয়াৰ অণ্ঠ-কণ্ঠ শুকাই গৈছিল ; ঢক্ ঢক্ কৈ পানী গিলাচ পিলে। পোৱালি মহৰীয়ে সৰগপৰা মানুহৰ দৰে একে থিৰে তাইলৈ চাই বল। গিলাচটো মাটীত থৈ উশাহ সলাই কলে, "বহ ; মোৰ ওচৰত বহিবলৈও ভয় কৰনে ?"

"চনিয়া, তোৰ কি হল? বেচিকৈ হাৰিয়া খালিনেকি? এই ৰাতিখন……।"

পোৱালি মহৰীয়ে কথাষাৰ শেষ কৰিবলৈ নেপালে; চনিয়াই মুখ ভেঙুচালি কৰি দোহাৰিলে, "ৰাতিখন? ৰাতি লগ পাবলৈ তয়ে দেখোন ভৰিত ধৰি আছিলি?"

"এনেকৈ আহিলে মানুহে……।" কথাষাৰ শেষ কৰিবৰ সাহস নহল।

"মানুহে? তোৰ মানুহে জানিলে মোৰ কি হব? মোক বিয়া কৰাম বোলা নাছিলি?" চনিয়াৰ স্বৰ তীব্ৰ হৈ উঠিল।

"গাৱঁত মোৰ তিৰোতা আছে নহয়। মই তোক ভালপাওঁ; পিছে, বিয়া……।"

পোৱালি মহৰীৰ মুখৰ কথা মুখতে ৰল; চনিয়াই থিয় হৈ গৰ্জ্জি উঠিল, "তিৰোতা আছে? ইমান দিন মোক ফাঁকি দিছিলি? তহঁত চৰ বাবুয়েই বদ্‌মাইচ; কুলি ছোৱালীক ভাল পাৱ; বিয়া কৰাবলৈ ভয় কৰ?" বিছনাৰ ওপৰত থোৱা মোনাটোৰপৰা কাগজৰে মুৰিওৱা টোপোলা এটা উলিয়াই পোৱালি মহৰীৰ গালৈ দলি মাৰি কলে, "ল, তই ভাল পাই দিয়া বস্তুবোৰ ঘূৰাই ল'। ভাবিছিলোঁ যাবৰ দিনা মৰমৰ মাতষাৰ দি তোৰ বস্তু তোক ওভোটাই দি মোৰ দোষৰ বাবে ক্ষমা খুজিম। তোৰ কুচ্ছিৎ মনটো দেখুৱাই, মোক আৰু ঘিণ লগালি।" মাটীত পৰা টোপোলাটো তুলি লৈ পোৱালি মহৰীৰ হাতত গুজি দি পুনৰ কলে, "ল, ল; আজিয়েই গৈ এইবোৰ ঘৈণীয়েৰক পিন্ধাগৈ।"

ঘৃণাত জিভাৰ আগলৈ অহা থুখিনি মজিয়াতে থু থু কৰি পেলাই চনিয়া বতাহৰ দৰে বাউলি হৈ বাট পালেগৈ। নৰেশ্বৰৰ সমান নহলেও পোৰালি মহৰীয়েও তাইক ভাল পাই বুলি তাইৰ কিছু বিশ্বাস জন্মিছিল; সেই বিশ্বাসত আত্মপ্ৰসাদ লভিছিল; নাৰী হিচাবে গৌৰবো অনুভৱ কৰিছিল। যাবৰ সময়ত সেয়েহে শেষ সাদৰী মাত এষাৰ লগাবলৈ চনিয়াই মাজৰাতি পোৰালি মহৰীৰ কোঠাত সোমাবলৈ সাহ কৰিছিল। ইমান দিনৰ সেই সঁচাই-মিছাই কৰা বিশ্বাস কাঁচৰ দৰে ঠন্‌ঠনাই ভাঙি চূৰমাৰ হোৱাত খং-ক্ষোভত তাই অস্থিৰ হ'ল।

কুকুৰাৰ ডাক কাণত পৰিল; পুৱালৈ কিমান বেলি গম লবলৈ আকাশলৈ চালে। আকাশে কেৱল সময়ৰ সংকেতেই নিদিয়ে—অন্তৰৰ অলেখ প্ৰশ্নৰ সমিধানো দিয়ে। চনিয়াই আকাশত তৰা লেখিলে; জোনটোৰ অস্পষ্ট আভাস মাথোন পালে। চোৰাংচোৱাৰ দৰে ডাৱৰৰ আঁৰে আঁৰে বৈ তাইৰ গতি-বিধি জুমা-জুমি কৰাত জোনটোলৈ খং উঠিল; বিবাদৰ কালত জোনটোৰ মুখত কৌতুকৰ হাঁহি—চনিয়াৰ ভাল নেলাগিল। বিৰ্‌-বিৰকৈ জোনটোক শাও দি কোন বাটে খোজ ললে চনিয়াই নিজেই ধৰিব নোৱাৰিলে।

পিছদিনা সন্ধিয়া কলঘৰৰ সন্মুখত ট্ৰাকৰপৰা নমা মাত্ৰকে চনিয়াৰ সংবাদ দিবলৈ কেইবাজনো মতা-তিৰোতাই লখুক ঘেৰি ধৰিলে ; হেতা-ওপৰা লাগিল কোনে প্ৰথমে লখুৰ কাষ চাপি আদ্যোপান্ত বৰ্ণাব পাৰে ; নিজৰ অনুমানৰে সানি-পুতকি প্ৰত্যেকেই ঘটনাটো কবলৈ বিচাৰিলে। পুৱাৰেপৰা গোটেইখন বাগিছা বিচাৰি চলথ কৰিও চনিয়াৰ একো সুং-সূত্ৰ উলিয়াব পৰা নাই। সাবিত্ৰীহঁতৰ আগত চনিয়াই বোলে বাগিছা এৰি যোৱাৰ কথা উলিয়াইছিল ; বাগিছা ত্যাগ কৰি নতুন আনন্দ বিচাৰি চহৰলৈ যোৱাৰ কথা সহু ডেকা-গাভৰুয়েই অৱশ্যে মাজে সময়ে চিন্তা কৰে। ওচৰৰ বাগানৰ ডেকাই তাইক পলুৱালে বুলি কোনো কোনোৱে কোৱা-কুই কৰিলে। ঔতলি বাগানৰ ডেকা এটা মাজে সময়ে চনিয়াৰ গুৰিলৈ অহাও কোনোৱে দেখা হল। কাৰো বিশ্বাস চনিয়াক পকুৱাই পালে ; দুই চাৰিদিন অ'ত ত'ত ঘূৰাই আকৌ ওভোটাই আনিব। মোংগ্ৰাৰ সন্দেহ পোৱালি মহৰীয়েই চক্ৰান্ত কৰি চনিয়াক কৰবাত পলুয়াই ৰাখিছে—লখুক সি কথাষাৰ মনে মনে জনালে।

লখু যেতিয়া ঘৰ সোমাল, বুঢ়া-বুঢ়ী দুয়োয়ে চোতালতে হা-হুতাশ কাঢ়ি আছিল। অবোধ প্ৰাণী এটা হেৰালেও বেজাৰ লাগে ; সৰুৰেপৰা চনিয়া লখুহঁতৰ লগতে ডাঙৰ দীঘল হৈছে। পাহুৰিব ঘৰ এৰি অহাৰ লগে লগে ৰামু কানু দুয়োয়ে চনিয়াক

নিজৰ ভনীয়েকৰ দৰে মৰম কৰিছিল। তাতকৈ কৰবাৰ ছোৱালী এজনীক বেছি আদৰ কৰা দেখি প্ৰথমে লখুৰ ককায়েকহঁতৰ ওপৰত অভিমান হৈছিল; চনিয়াকো সি হিংসা কৰিছিল। পিছত লখু চনিয়া দুয়োটো নলে গলে লগা হল। লখু উভটি আহি কম দুখ পাবনে? তাইৰ দুখতে সিয়ো ঘৰ নেৰিলেহে বক্ষা— বুঢ়া-বুঢ়ীৰ সিয়ো এক চিন্তা হল।

এইবোৰ ভাবি থাকোঁতে বুঢ়া-বুঢ়ীৰ ৰামু-কামুলৈ মনত পৰিল; তাহাঁতৰ ডাঙৰ সন্তান; দুয়োটা ডেকা বয়সতে মৰিছে; ৰামু মৰিল বসন্ত ৰোগত; কামুক সাপে খুটি মাৰিলে। তাহাঁত দুটা থকা হেঁতেন বুঢ়া-বুঢ়ীৰ আজি অৱস্থা চাই কোনে? নাতি-নাতিনীৰে ঘৰ ভৰি থাকিলেহেঁতেন। ৰামু-কামুৰ পাহৰি যাওঁ যাওঁ হোৱা মুখ দুখন আকৌ বুঢ়া-বুঢ়ীৰ মনত উদ্ভাসিত হল; দুয়োটাৰে লৰালিৰ ঘটনাবোৰে পুতলা নাচৰ পুতলাৰ দৰে বুঢ়া-বুঢ়ীৰ মনত ধেমালি কৰিলেহি। দুখে দুখৰ স্মৃতি জগাই তোলে। সেই বেজাৰ মুহূৰ্ত্তৰ সুযোগ লৈ অতীত জীৱনৰ সুখ-দুখ, বেজাৰ-বিপত্তিৰ ঘটনাবোৰে অসংলগ্নভাৱে বুঢ়া-বুঢ়ীৰ মনত জুমুৰি দি ধৰিলে; দুয়োৰো চকুৰপৰা জৰ-জৰকৈ ধাৰ নিছিগা চকুলো বৈ গ'ল।

জিতেৰীৰ নিজৰ ওপৰতে খং; কিয় তাই চনিয়াৰ লগত একে পাটীতে গ'ল ৰাতি শুশুলে। তেতিয়াহলে তাইৰ ওচৰৰ পৰা চনিয়াক কোনেও নিব নোৱাৰিলেহেঁতেন। চনিয়াক নেপাই জিতেৰীয়ে দিনটো একো নেখাই নৰই উচুপি উচুপি কান্দি

আছে। দুখু টিপুয়েও দিনটো পানী এটোপা মুখত দিয়া নাই; যাৰ যাৰ ঘৰলৈ চনিয়াৰ যোৱাৰ সম্ভাৱনা, সেইবোৰত খা-খবৰ লৈ ফুৰি দুয়োটাই তেতিয়াও ঘৰ সোমোৱাহি নাই। কলঘৰত মোংগ্ৰা সাবিত্ৰীহঁতৰ মুখৰপৰা যি শুনিছিল বাপেক-মাকৰ পৰাও লখুয়ে সেই কথাকে হুবহুই শুনিলে; অ'ত ত'ত হে বৰ্ণনাৰ অকণমান ইফাল সিফাল হেৰ-ফেৰ হল। চিৰদিনৰ কাৰণে চনিয়াই যে তাহাঁতক এৰি যাব সেই কথা লখুৰ বিশ্বাস নহল। চনিয়াৰ মনৰ চঞ্চলতা সি জানে; ৰোগ নোহোৱা মানুহে শৰীৰত মিছাতে ৰোগৰ চিন্তা কৰি অসুখী হোৱাৰ দৰে চনিয়াও মাজে মাজে অমঙ্গল অত্যাচাৰৰ আশঙ্কা কৰি অস্থিৰ হয়। ৰহমত খানচামাই চনিয়াক বঙলাত কাম দিয়াৰ কথা কবলৈ তাৰ বাপেকৰ ওচৰ চপা, সি জানে। তাহাঁতৰ ঘৰলৈ ভবিষ্যতে ভৰি নিদিবলৈ ৰহমতক সি শাসনো কৰিছিল। লখু জীয়াই থাকে মানে চনিয়াক বঙলাত তুলিবলৈ কোনো চাহাবৰ শক্তি নাই। এইবোৰ মিছা ভয় বিতৃষ্ণাত উত্তেজিত হৈ চনিয়াই ঘৰ এৰিলেনেকি? লখুৰ বিশ্বাস, দুই-চাৰি দিনৰ পিছত তাই ঘূৰি আহিবই আহিব। বাপেক-মাকক আশ্বাস দি লখুয়ে পোনে পোনেই নৰেশ্বৰক বিচাৰি গল। নৰেশ্বৰক ক'ত লগ পোৱা সম্ভৱ অনুমান কৰি লখু তিনি নম্বৰৰ চেক্‌চনৰ একেচিয়া গছ জোপাৰ গুৰি পালেগৈ। পুলি গছ, তললৈ ওলমি পৰা ডাল-পাতৰে একেচিয়া পুলিটিয়ে সেউজী কুঞ্জ নিৰ্ম্মাণ কৰিছিল। নৰেশ্বৰ চনিয়াক বহু দিন লখুয়ে সেই গছৰ তলতে অসময়ত

লগ পাইছিল। প্ৰেমৰ পটভূমিত একেচিয়া পুলিটিৰ দৰে বহু গছ্-লতাই ডেকা গাভৰুৰ প্ৰথম প্ৰেম নিবিড় কৰাত সহায় কৰে; সেয়েহে প্ৰিয়জনতকৈ প্ৰকৃতি ডেকা-গাভৰুৰ অধিক ভাল পোৱাৰ পাত্ৰ। সেই সন্ধিয়াও পত্ৰ পুষ্প পল্লৱত সেউজীয়া একেচিয়াৰ সঙ্গত নৰেশ্বৰে সান্ত্বনা বিচাৰি আহিছিল; চনিয়াৰ অনেক স্মৃতি, অনেক কথা, একেচিয়াৰ ডাল-পাততে বিয়পিছিল।

শোকৰ ব্যাধি নৰেশ্বৰৰ মনত সংক্ৰামিত হ'ল; নিজৰ অভিশপ্ত বংশৰ বিষয়েও সি ভাবিলে। সেই বংশৰ অভিশাপে ৰন্ধ্ৰে ৰন্ধ্ৰে তাৰ জীৱন জৰ্জ্জৰিত কৰি তুলিছে; মাকৰ দৰে মৰমৰ পৃথিৱী খনৰ প্ৰতিও তাৰ অভিমান হ'ল। জন্মৰ লগে লগেই এই পৃথিৱীখনে কিমানবোৰ পুতলা দি তাইক নিচুকাইছিল। তাৰ চেনেহৰ মাক আছিল, শাসন কৰিবলৈ বাপেক আছিল, মন যোগাবলৈ ভনীয়েক আছিল—এই সকলোৰে শেষত পাইছিল চনিয়াক। চনিয়াক পাই সি এক নতুন পৃথিৱীত প্ৰবেশ কৰিলে; মানুহৰ প্ৰতি মানুহৰ অকৃত্ৰিম চেনেহ আৰু গভীৰ ভালপোৱাই তাৰ মনত নতুন উন্মাদনা আৰু অন্তৰত সুধামনা জগতৰ কল্পনাৰ সৃষ্টি কৰিছিল। ভাল পোৱা সকলৰ পৰা পদে পদে বঞ্চিত হৈ জীৱন সমুদ্ৰত সি নৌকাহীন নিসঙ্গ যাত্ৰী। লখুৰ আকস্মিক আহ্বানত নৰেশ্বৰৰ তন্ময়তা ভাঙিল; গোপন শোক চকুৰ পানীত নিজৰি গল। এবাৰ তুষাৰকৈ যোৱা ৰাতি চনিয়াৰ লগত হোৱা সাক্ষাতৰ কথা লখুক কলে; চনিয়াৰ তুচ্ছ এবাৰি কথাই, সামান্য এটি ঘটনাই নৰেশ্বৰৰ সমগ্ৰ ভালপোৱা কেনেকৈ

আলোড়িত কৰিছিল, তাৰো আভাস লখুক দিলে। চনিয়াৰ লগতে ৰাতি গুচি নেযোৱাত তাৰ নিজকে দোষী দোষী লাগিল। কি কৰি সেই দোষৰ প্ৰায়শ্চিত্ত কৰিব সককুণ, ভাৱেই লখুক সুধিলে। দুয়ো তেতিয়াই চাৰ্কাচ পথাৰলৈ গ'ল ; চাৰ্কাচৰ চিন চাব নাই ; গোটেই পথাৰ অন্ধকাৰ ; দ'ম খাই থকা হাতী-ঘোঁৰাৰ লাদৰ দুৰ্গন্ধ। ৰাতিৰ এন্ধাৰত গাঁতৰপৰা ওলোৱা ডাল-শলিয়াই আহাৰৰ অন্বেষণত চাৰিওপিনে পিয়া-পি দি ফুৰিছে—উৎসৱৰ অৱশিষ্টৰ ভাগ বিচাৰি কন্দল লগোৱা ভিক্ষাৰীৰ দলৰ দৰে।

চাৰ্কাচ পাৰ্টিৰ বিষয়ে সুধিবলৈ ওচৰে পাজৰে কোনো মানুহ নেপাই লখু নৰেশ্বৰ দুয়ো বিষণ্ণ মনে বাগিছামুৱা হল। বাটত ওচৰৰ বাগিছাৰ বন্ধুৱা এজনৰ লগত দেখা-দেখি হল। কথাই কথাই তাৰ পৰা চাৰ্কাচ পাৰ্টিৰ কিছু সম্ভেদ পালে ; তিনি দিন মানৰ আগতে টম্বু ভাঙি জন্তু-জানোৱাৰবোৰে সৰহখিনি মানুহ গ'ল ; যি দুই-এজন বাদ বাকী আছিল তেওঁলোকেও কালিয়েই যাত্ৰা কৰিলে। নৰেশ্বৰে অনুমান কৰিলে, পিছৰ দলটোক বাটত লগ ধৰিবলৈ চনিয়াই কিজানি ৰাতিয়েই খোজ ললে। চাৰ্কাচ পাৰ্টিৰ পৰা চনিয়াক ঘূৰাই আনিবলৈ নৰেশ্বৰ তেতিয়াই যাবলৈ ওলোৱাত, লখুয়ে জোৰ কৰি বাধা দিলে। লখুৰ মতে, চনিয়া চাৰ্কাচ পাৰ্টিৰ লগত যোৱা ছোৱালী নহয় ; যদিও কেনেবাকৈ মনৰ বিকাৰত গৈছে, দুই-চাৰি দিনৰ ভিতৰত নিশ্চয় ঘূৰি আহিবই আহিব। যিমানেই চেষ্টা নকৰক, বাগিছা আৰু

লখুহঁতক এৰি সৰহদিন তাই ক'তো থাকিব নোৱাৰে—জালত পৰা মাছৰ দৰে ঘৰলৈ উভতিবলৈ চট্‌ফটাব।

মহুৰাৰ সম্বন্ধীয় পৰিয়াল এটা ঔতলি বাগিছাত আছিল; সকুতে চনিয়াক চাবলৈ এবাৰ তাহাঁতে মাতি পঠিয়ালে; লখুৰ ককায়েক ৰামুৰ লগত উলহ-মালহকৈ কেইদিনমানলৈ মিতিৰ খাবলৈ তাই গল। পিছে মিতিৰৰ ঘৰ পোৱা মাত্ৰকে উলটি আহিবলৈ তত নোহোৱা হ'ল; বৰকৈ কন্দা-কটা কৰি একো নোখোৱা নোবোৱা হোৱাত সেই ৰাতিয়েই তাইক ঘূৰাই আনি ৰামু ঘৰ ওলালহি। পূৰ্ব্বৰ কেইবাটাও কাহিনী উল্লেখ কৰি আসামী পক্ষৰ উকিলৰ দৰে লখুয়ে চনিয়াৰ সত্ব প্ৰত্যাবৰ্ত্তনকেই নৰেশ্বৰৰ আগত প্ৰমাণ কৰিলে।

সংগ্ৰামী মনোবৃত্তি নৰেশ্বৰৰ নাছিল; জীৱনৰ জটিল সমস্যা সমূহৰো সি সহজ সমাধান বিচাৰিছিল। ভাগ্যত তাৰ সেয়েহে অটল বিশ্বাস। ভাগ্যত যাৰ নিষ্ঠা, সন্তুষ্টি তাৰ সহজ হয়। বিষাদৰ অন্ধকাৰে আচ্ছন্ন কৰা নৰেশ্বৰৰ মন লখুৰ যুক্তি আশ্বাসত পোহৰ হল; লখুৰ স্নেহৰ কাঠীয়ে তাৰ মনৰ মুমুৰা প্ৰদীপ পুনৰ জ্বলালে; চোৰৰ দৰে চনিয়া নৰেশ্বৰৰ মনৰ আন্ধাৰ কোণত লুকালগৈ!

বাগিছাৰ জীৱন অফুৰন্ত, অপৰিবৰ্ত্তনীয়। গছ-পাত এখিলা সৰিলে যি কণ সলনি নহয়, চনিয়াৰ আকস্মিক অন্তৰ্দ্ধানতো বাগিছাত তেনে কোনো পৰিবৰ্ত্তন নঘটিল। সাৱিত্ৰী-সোহাগীহঁত আগৰদৰেই হাঁহি-উৎসাহেৰে পাত ছিঙিবলৈ গল। মাদলৰ

সুৰে পূৰ্ব্বৰ দৰেই মতা-তিৰোতাক উত্তাৱল কৰিলে; বন্নুৱাৰ জীৱনৰ কৰ্ম্মচঞ্চলতা পূৰ্ব্বৰ দৰেই ৰ'ল। প্ৰগাঢ় বিশ্বাসেৰে চনিয়া ঘূৰি অহালৈ বাট চাই নৰেশ্বৰেও মেমচাহাবৰ কামত পূৰ্ব্বৰ দৰে আত্ম-নিয়োগ কৰিলে। বিশ্বাসে মিলাই হৰি,—বাপেকৰপৰা শুনা শাস্ত্ৰবচনে নৰেশ্বৰৰ অস্থিৰ চিত্ত কিছু শান্ত কৰিলে।

## এৰৈকেছ

মিচেচ মিলাৰ পুৱা পলমকৈ শুই উঠে। তাতে আজি গিৰিয়েকো নাই; মিলাৰ কলিকতা নে দাৰ্জ্জিলিঙলৈ গৈছে। মেমচাহাবৰ উঠা পলম হব বুলিয়েই নৰেশ্বৰে তাৰ পুৱাৰ কাম শেষ কৰাত লেহেম কৰিছে। এই কেইমাহৰ ভিতৰতে নৰেশ্বৰৰ চলন-ফিৰণ, সাজ-পোছাকৰ পৰিবৰ্ত্তন ঘটিছে। গাঁৱলীয়া গাঁৱলীয়া চেহেৰা নাই। সি পুৱা শুই উঠি দাড়ি-গোঁফ খুৰাই গা ধুই বগলিবৰণৰ দীঘল পেণ্ট-কোট পিন্ধে; স্নো-পাউডাৰ ঘঁহি গাল দুখন চিক্‌চিকাই ৰাখে; দীঘল চুলি পিছলৈ পেলাই আচোঁৰে—সেওঁতা নেফালে। ভৰিত চেণ্ডেল—বঙলাৰ ভিতৰলৈ চেণ্ডেল পিন্ধি অৱশ্যে নোসোমায়; খট্‌খটিতে সোলোকায়। চনিয়া যোৱাৰ পৰা মুখৰ বৰণ মলিন হোৱাৰ লগে লগে সাজ-পোছাকৰো উজ্জ্বলতা কিছু কমিল।

ৰান্ধনী ঘৰৰপৰা ট্ৰে-খনত চাহৰ সৰঞ্জাম, বিচ্‌কুট, কাপজোৰ তুলি ওপৰত বগা কাপোৰৰে ঢাকোন দি দুৱাৰত টকুটকাই

নৰেশ্বৰ ভিতৰ সোমাল। মিচেচ মিলাৰে লৰালৰিকৈ বিছনাৰ পৰা উঠি গৈ দুৱাৰৰ খিলিটো খুলি পুনৰ আঠুৱাৰ তলত সোমাল। ‘গুড্ মৰ্ণিং মেমচাহাব, বুলি নৰেশ্বৰে ট্ৰেখন বিছনাৰ কাষৰ টিপয়ত থৈ আঠুৱাখনৰ মূৰৰ শিতানৰ চুকটো তুলিবলৈ উপক্ৰম কৰিলে—মেমচাহাবৰ চাহত চুমুক দিবলৈ সুবিধা কৰি।

“কলা ঘোঁৰা আন ; তোৰ দৰে কলা নহয়—ৰঙা।” বাহু দুটা মূৰৰপিনে অৱসাদত এৰি দি হামিয়ালে ; মেলখোৱা মুখবিবৰ ঢাকিবলৈ হাতেৰে দুই ওঠত লাহে লাহে চপৰিয়ালে।

পালেং চাহৰ লগত মদখোৱা চাহাবৰহে অভ্যাস, সিও কাশিচত্হে ; মেমচাহাবে পুৱাতে মদ খোৱা নৰেশ্বৰৰ ইমান দিন চকুত পৰা নাছিল। ভাত-খোৱা কোঠাৰ আলমাৰিৰ পৰা ঘোঁৰাৰ ছবিথকা বটল আনি পাতল চাহৰ ৰঙৰ পানী খিনি কাচৰ সৰু গিলাচ এটাত নৰেশ্বৰে ঢালি দিলে ; ইতিমধ্যে মিচেচ মিলাৰে চিগাৰেট জ্বলাই বিছনাত বহি চাহৰ পিয়লাত মুখ দিছিল। নৰেশ্বৰৰ হাতৰপৰা গিলাচটো লৈ বাঞ্ছিত প্ৰেমিকক চুমা দিয়াৰ আগ্ৰহেৰে গিলাচত চুমা দি একে সোহাই আধা খিনি শেষ কৰি নৰেশ্বৰলৈ নিৰ্দ্দেশৰ চকুৰে চালে।

“মেমচাহাব, আৰু খোৱা ভাল নহব।” নৰেশ্বৰৰ স্বৰত পূৰ্ব্বৰ ভয় নাই ; সাহসৰেই কলে।

“চাহাব নাই—তয়ে মোৰ চাহাব হৈ গৈছ ? মোৰ কি ভাল, কি বেয়া—হুকুম কৰিব পৰা হৈছ ! মদে ডিঙিত চেৰ-চেৰাই ধৰাত মুখখন বিকটাই মিচেচ মিলাৰে উত্তৰ দিলে।

গিলাচৰ তলিত থকা কণো একে সোহাতে শেষ কৰি নৰেশ্বৰে হাতত ধৰি থকা বটলটোৰ গাত গিলাচেৰে ঠক-ঠকালে; গিলাচটো আধা পূৰাই নৰেশ্বৰে বটলটো লৈ বেগাবেগিকৈ কোঠাৰ বাহিৰ ওলাল। মিচেচ মিলাৰে তাৰ দ্রুত পলায়ন লক্ষ্য কৰি হাঁহিলে। আধাখোৱা ডিকেণ্টাৰ টিপয়ৰ ওপৰত থৈ মিচেচ মিলাৰে কাষৰ টেবুলত থকা গ্রামোফোনত ছাবি দি ৰেকর্ড এখন লগালে; নাচোনৰ সুৰ বাজি উঠিল। মিচেচ মিলাৰে ৰেকর্ডৰ লগত সুৰ মিলাই গালে—

If you have a wife
Who's messing up your life !
Don't know what to do,
You're about all thru.
Just don't sit and sob !
Rock ! a-rock ! a-rock-a-ya
hu-yu-nee !

লগে লগে ফক্স ট্রটৰ নৃত্য-ভঙ্গিত মত্ত হল।

নৰেশ্বৰ ঘূৰি আহি কোঠাত সোমাল। ৰাতি পিন্ধা কোট পাইজামাৰে বিছনাৰ পৰা উঠিয়েই মেমচাহাবে নচা সি বহুদিন পুৰা দেখিছে। নাচলৈ লক্ষ্য নকৰি নৰেশ্বৰে বিছনাৰ ডাঁৰৰ পৰা আঠুৰাখন একৰাবলৈ উপক্রম কৰিলে। মিচেচ মিলাৰে মুখৰ চিগাৰেটটো চাহৰ পিয়লাৰ ভিতৰত দলিয়াই দি নাচি নাচি নৰেশ্বৰৰ ওচৰ চাপিল; নাচোনৰ ভঙ্গিত নৰেশ্বৰৰ হাতখনত

ধৰি গ্ৰামোফোনৰ কাষলৈ টানি নিলে। মেমচাহাবৰ এই অদ্ভুত আচৰণত নৰেশ্বৰৰ চকু-মুখ লাজকুৰীয়া হাঁহিৰে উপচি পৰিল। যি মেমচাহাবে হাঁহিলে শব্দ নকৰে, না-ফত ৰুমালেৰে সোপা দি হাঁচি বন্ধ কৰে, চিঞৰ-বাখৰ কৰি কথা নেপাতে, সেই মেমচাহাবৰ আজি হল কি?—ৰঙা পানীটোপাই মেমচাহাবৰ ৰঙা তেজ পুৱাতেই গৰম কৰিলে—নৰেশ্বৰে ভাবিলে।

"নৰেশ্বৰ, আহ, নাচ।" কথাৰ লগে লগে ভৰি আগলৈ পিছলৈ কৰি নৰেশ্বৰৰ সোঁ হাতখন নিজৰ বাওঁ হাতেৰে ধৰি ৰেকৰ্ডৰ সুৰৰ লগে লগে ধৰাধৰি কৰা দুয়োখন হাত ওপৰ তললৈ অনা-নিয়া কৰিলে।

"মেমচাহাব, মই নাচিব নেজানো।" অপৰাধীভাৱে সি কলে; কিন্তু মেমচাহাবৰ আঙুলিৰপৰা নিজৰ হাতখন এৰুৱাবলৈকো কোনো চেষ্টা নকৰিলে।

"চৱ মানুহে কি নাচিব জানে? কেৱল তিৰোতাৰ হাতত ধৰি পিছে পিছে যায়।" গীত আৰু নাচোনৰ চেৱে চেৱে কৈ গ'ল। নৰেশ্বৰে এনে কথা চনিয়াৰ মুখতো শুনিছিল—তাৰ মনত পৰিল। মেমচাহাবৰ লগত ভৰি চোঁচোৰাই চোঁচোৰাই অনিচ্ছা সত্ত্বেও সি যাবলৈ বাধ্য হল। মুখৰ গীত ক্ষন্তেকলৈ বন্ধ কৰি নাচোনৰ তালে তালে কলে,—"পাৰিবি, পাৰিবি; ঠিক হৈ আহিছে। মিলাৰক বিলাতৰ চেল্চি ক্লাবত প্ৰথম মই যেতিয়া লগ পাওঁ—সিও নাচিব নেজানিছিল; চৱ ছোৱালীয়ে

হাঁহিছিল।” মিচেচ মিলাৰে ৰেকৰ্ডৰ নাচৰ সুৰৰ লগত ভৰি মিলাই গল—

Oh ! Barnardine !
Oh, oh, oh, Barnardine !
When you wonder into my dream,
You are a vision in glorious pink,
I, go, go, go, for Barnardine,
Oh, oh, oh, oh, Barnardine.

গ্ৰামোফোন ৰেকৰ্ডৰ এপিঠি শেষ হৈ সোঁ সোঁ শব্দ ওলাইছে; মিচেচ মিলাৰে নৰেশ্বৰৰ হাত এৰি ৰেকৰ্ডখন লুটিয়াই দিবলৈ গল। এই সুযোগতে, “মেমচাহাব, গোচলৰ পানী” বুলি ফাটেকৰপৰা পলোৱা কয়দীৰ দৰে নৰেশ্বৰ পলাল। মিচেচ মিলাৰে গিলাচৰ বাকী থকা পানীক শেষ কৰি চিগাৰেট জ্বলাই পুনৰ ৰেকৰ্ডৰ তালে তালে নাচিলে।

গা-ধোৱা ঘৰত গৰম পানী থোৱা হৈছে বুলি নৰেশ্বৰে জনালে। ছাবি শেষ হোৱাত গ্ৰামোফোনৰ ৰেকৰ্ড আপোনা-আপুনি বন্ধ হৈছিল। কাপোৰ থোৱা বহল আলমাৰিটোৰ ছয়ফুটীয়া আইনাখনৰ সমুখত মিচেচ মিলাৰ থিয় হল। পাতল মুগাবৰণীয়া ৰেচমৰ দৰে ববকটা চুলিৰ পৰা লাহে লাহে কাঁটা কেইডাল খুলি চুলিখিনি আঙুলিৰে আচুৰিলে; চেগা-চোৰোকাকৈ লাগি থকা ওঠৰ ৰং দাঁতেৰে কামুৰি কামুৰি একৰোবলৈ যতন কৰিলে; আলফুলকৈ আঙুলিৰ আগেৰে চকুৰ কোণ আক পিৰি

মোহাৰিলে; চ্লিপিং জেকেটৰ জেপৰপৰা কণমান ৰুমাল উলিয়াই তাৰ কোণত থুই সানি নাকৰ দুই কাষ ঘঁহিলে। ভৰিৰপৰা মূৰলৈকে পৰম তৃপ্তিৰে নিজৰ দেহাটো আকৌ এবাৰ আৰ্চীত চালে। হঠাতে পিচপিনে থিয় হোৱা নৰেশ্বৰৰ মুখখন আইনাত ওলাল। মেমচাহাবে মুখ ঘূৰাই চালে—বিছনাত বেড্‌কভাৰ পাৰিবলৈ উদ্যত হোৱা নৰেশ্বৰে আইনাত স্পষ্ট হোৱা মেমচাহাবৰ শৰীৰটো চাই আছিল। মিচেচ মিলাৰৰ কুটিল কটাক্ষত অপ্ৰতিভ হৈ নৰেশ্বৰ পুনৰ বেড্‌কভাৰ পৰাত ব্যস্ত হল। মেমচাহাবে অলজ্জ ভাৱেই সুধিলে, "দেখিবলৈ ধুনীয়া?"

ভাজ লাগি থকা বেড্‌কভাৰখন সমান কৰিবলৈ হাতফুৰাই থাকোঁতে অকস্মাত মেমচাহাবৰ আচৰিত প্ৰশ্ন শুনি নৰেশ্বৰে ঠটমঠ খালে। মেমচাহাবলৈ নোচোৱাকৈয়ে নৰেশ্বৰৰ মুখৰ পৰা ওলাল, "মেমচাহাব সৰস্বতীৰ দৰে সুন্দৰ।"

"সৰস্বতী কোন? হচ্‌পিটেলত দেখা কুলি ছোৱালীজনী?" মেমচাহাবৰ প্ৰশ্নত বিদ্ৰূপৰ মন্তব্য।

অকাৰণত চনিয়াক আক্ৰমণ কৰাত নৰেশ্বৰৰ অন্তৰত আঘাত লাগিল; সিও ব্যঙ্গ ভাৱেই উত্তৰ দিলে—"ৰাম, ৰাম, নহয়, মেমচাহাব, সৰস্বতী দেৱী গোসানী; চক্‌চকৰ্কৈ বগা চেহেৰা; শুকুলা ৰাজহাঁহৰ ওপৰত বহি থাকে, বছৰে বছৰে মানুহে পূজা কৰে।"

"কিহৰে পূজা কৰ? জন্তু হত্যা কৰ?" নৰেশ্বৰৰ কথাৰ সুৰ ধৰিব নোৱাৰি মেমচাহাবে সহজ ভাৱেই সুধিলে।

"নাই, নাই, মেমচাহাব ; সৰস্বতীৰ আগত বলি নহয়। সৰস্বতীক ফল-ফুলেৰে পূজা কৰে।"

"মোকো পূজা কৰিবি ?" মেমচাহাবে মধুৰ হাঁহি মাৰি সুধিলে।

"মেমচাহাবক বাগিছাৰ সকলোৱেই পূজা কৰে।" নৰেশ্বৰে মেমচাহাবৰ অহঙ্কাৰত ইচ্ছা কৰিয়েই ইন্ধন যোগালে।

"বাগিছাৰ কুলিৰ কথা নহয় ; তই পূজা কৰিবি ?" কথাষাৰ কৈ মেমচাহাবে সুবিন্যাস ভ্ৰূৰে এনে ভাবে চালে—নৰেশ্বৰক যেন ডাইল সাপেহে ডাকিলে।

মিচেচ মিলাৰে মেলো নেমেলোকৈ ওৱাৰ্ড্ৰোবৰপৰা চিল্কৰ ড্ৰেচিং গাউনটো উলিয়াই গোচলৰ কোঠাত সোমাল। বিছনাৰ ডাঁৰৰ পৰা আঠুৰাখন খহাই চাহৰ সৰঞ্জামৰ সৈতে ট্ৰেখন ডাঙি এই পুৱাতে মেমচাহাবৰ অস্বাভাৱিক উৎফুল্লতাৰ কাৰণ কি চিন্তা কৰি নৰেশ্বৰে বাজ ওলাল। চাহাব ঘৰত নাই—নিঃসঙ্গ অকলশৰীয়া জীৱনৰ তিক্ততা মদ খাই নাচ-গান কৰি দূৰ কৰিবলৈ মেমচাহাবৰ চেষ্টা—নৰেশ্বৰে ভাবিলে। নৰেশ্বৰ নিজেও আজি নিঃসঙ্গ ; বাঞ্ছিতজনৰপৰা সিও বিবৰ্জ্জিত। নিজৰ বিষাদপূৰ্ণ জীৱনৰ কথা ভাবোঁতে মেমচাহাবৰ উপেক্ষিত জীৱনৰ প্ৰতি স্বভাৱতেই তাৰ সহানুভূতি জন্মিল। স্বামী-পৰিত্যক্তা তিৰোতা সঁচাকৈয়ে অকলশৰীয়া।

গোচলৰ ঘৰত সোমালে নাই বুলিয় মিচেচ মিলাৰৰ এঘণ্টা লাগে। সময় যাৰ নেযাই নুপুৰাই, সি এনেকৈয়ে সময়ৰ সদ্ব্যৱহাৰ নকৰিলে, সময় যে স্থাণু হৈ পৰিব।

মনত নানা ভাবৰ খেলি-মেলি লগাত কোঠা পৰিষ্কাৰ কৰিবলৈ অহাত নৰেশ্বৰৰ পলম হল; আগেয়েও কেতিয়াবা সি পলমকৈ কোঠাত সোমায়; তেতিয়া তাৰ আগ্ৰহ আছিল মেম-চাহাবৰ প্ৰসাধন কাৰ্য্য লক্ষ্য কৰা। প্ৰসাধনৰ সময়ত নৰেশ্বৰ কোঠাত প্ৰবেশ কৰিলে মেমচাহাবে লাজ সংকোচ নকৰে; আপত্তিও নকৰে। জন্তুৰ সমুখত নাৰী জানো লজ্জাৱতী? নৰেশ্বৰে লাহে লাহে আহি কুঠৰীৰ খিড়িকি মেলি দিলে; পুৱাৰ সূৰুযৰ কোমল পোহৰ গোটেই কোঠাটোত বিয়পি পৰিল। কুঁহি-পাতৰ ওপৰেদি লয়-লাসে ঢৌ খেলি খেলি অহা কেঁচা বতাহজাকে খিড়িকিৰ পৰ্দ্দাক সম্ভাষণ জনালেহি। গাত কেৱল ড্ৰেচিং গাউনটো সুমুৱাই মিচেচ মিলাৰে ড্ৰেচিং টেবুলৰ সমুখৰ কুচন লগোৱা সৰু টুলখনত বহিলহি। গাৰ সুবাসত গোটেই কুঠৰীটো চঞ্চল হৈ পৰিল। ফণিৰে চুলি আচুৰি দুয়োপিনে কাণৰ কাষৰ চুলিত কেকোবা সৰু ফণি দুখন গুজি দিলে; সৰু বটলটোৰপৰা আঙুলিৰ নখত টোপাটোপ তেল ঢালি দি অকণমাণি বুৰুজ ডালেৰে ম্লানপৰা ৰং একৰালে। সেন্দুৰীয়া গোলাপীয়া ৰঙা কিউটেক্সৰ অকণি অকণি বটল কেইটা হাতত তুলি লিৰিকি বিদাৰি চালে; গোলাপীয়া ৰঙৰ বটলটো মেলি তাৰ মুখত লাগি থকা সৰু তুলিকাৰে নখ ৰঙচুৱা কৰিলে। ৰঙ লগোৱা হলত দুই হাতৰ আঙুলি দাহোটা অৰ্দ্ধভঙ্গ কৰি সমানে কিউটেক্স লাগিলনে নাই পৰীক্ষা কৰিলে। সৰু ফণিখনৰে ভ্ৰূযুগল আচুৰি ঘনে ঘনে আই ব্ৰো-পেন্সিলেৰে ভ্ৰূযুগলত তাঁক

দিলে। তাৰ পিছত সোণালী বৰ্ণৰ চিক্‌চিকাই থকা অন্য কেইটামান সৰু চুঙা হাতত লৈ কিবা ভাবিলে। আটাই কেইটা চুঙাৰ ওপৰত ৰঙা ৰহণৰ বৃত্ত—উগ্ৰ, পাতল্‌, স্নিগ্ধ ৰঙা ৰঙ। নখৰ ৰহণৰ লগত ৰজিতা খোৱা চুঙাটোৰ খাপটো খুলি চুঙাটো দুই ওঁঠত ঘঁহিলে; অকণমানি ৰুমালখনৰে দুই ওঁঠৰ কাষত বাগৰি পৰা ৰংখিনি মাজে মাজে সন্তৰ্পণে মচিলে।

মেজৰ ওপৰত থকা ঘূৰণীয়া সৰু আইনাখন মুখৰ একেবাৰে কাষলৈ আনি ওঁঠৰ ৰঙটো নিৰীক্ষণ কৰি সেই ৰঙৰ লগত হাতৰ নখৰ ৰং মিলালে। সমুখৰ পৰা সৰু সৰু বটল কেইটা আঁতৰাই হাত মেলি হাঁহকণী আকৃতিৰ ইয়াৰ্ডলি ক্ৰিমৰ বটলটো আৰু মুখত লগোৱা পাউডাৰৰ টেমাটো সমুখলৈ আনিলে। বটলটোৰ ভালেখিনি ক্ৰিম সোঁহাতৰ তৰ্জ্জনীত লৈ গাল-কপালত সানিলে। গোলাপী ৰঙৰ বকফুলৰ দৰে ৰঙচুৱা হৈ ফুলি মুঠালৈকে নাকটোত ৰং ঘঁহিলে। অন্য এটা দীঘল পাউডাৰৰ টেমাৰ সাঁফৰ ঘূৰাই ফুটা কেইটা উলিয়াই পহুম পাহীৰ দৰে বগা গলধনটোত জিৰজিৰকৈ জোকাৰি দিলে। এটাৰ পিছত আন জোৰা বাহু-হাত ত্ৰিকোণাকৃতিত ওপৰলৈ তুলি নাম-ঘামহীন কাষলতিতো টেমাটো উবুৰিয়ালে। টেমাটো টেবুলত থৈ স্তূপীকৃত হোৱা পাউডাৰ গলধনত, আৰু দুয়ো কাণৰ চুকৰপৰা পিঠিলৈকে বহলাই দিলে। চকু কেইটা ঘৰৰ চিলিঙত থৈ ওলাই পৰা ডিঙিত টেমাটো জোকাৰি দিলে; ড্ৰেচিং গাউনটো মুকলি কৰি বুকুৰ মাজত গাঁত ডোখৰ পাউডাৰৰে পূৰাই পেলালে।

প্ৰসাধনত কিবা খুত ৰলনে বুলি বাৰে বাৰে আচ্চীত চাই নিজৰ ৰূপতে নিজে ভোল গল। শেষবাৰলৈ গাউনত পৰা পাউডাৰ জোকাৰি মিচেচ মিলাৰে থিয় হৈ নিজৰ কটাক্ষ দৃষ্টিৰে নিজকে মোহিত কৰিবলৈ চেষ্টা কৰিলে।

নৰেশ্বৰে ভয়-চঞ্চল দৃষ্টিৰে আঁতৰৰ পৰাই উপভোগ কৰিছিল। মিচেচ মিলাৰৰ আনন্দ-উজ্জ্বল চকুৰ চাহনিক সলজ্জ হাঁহিৰে অভিনন্দন জনালে। দাপোনত নিজৰ ৰূপ প্ৰতিবিম্বিত হোৱাৰ দৰে মিচেচ মিলাৰৰ নিজ আনন্দ-উৎফুল্লতা নৰেশ্বৰত সংক্ৰামিত হল। খন্তেকলৈ চনিয়াৰ বিচ্ছেদ সি সম্পূৰ্ণ পাহৰি পেলালে।

ড্ৰেচিং গাউনটোৱেই ইমানপৰ মিচেচ মিলাৰৰ যৌবন-শোভা ঢাকি ধৰিছিল। কাপোৰ সলোৱাৰ সময়ত নাৰীয়ে স্বামীৰ উপস্থিতিও কামনা নকৰে। ব্ৰেকফাষ্ট আনিবলৈ নিৰ্দ্দেশ দি নৰেশ্বৰক মিচেচ মিলাৰে বাজলৈ খেদিলে।

দুপৰীয়া ভোজনৰ পিছত নিঃসঙ্গ বিক্ষিপ্ত মনটোক শান্ত কৰিবলৈ মিচেচ মিলাৰে চেষ্টা কৰিলে। কিন্তু সঙ্গ নহলে তিৰোতাৰ শান্তি নাই; মিচেচ মিলাৰে উপন্যাস এখনকে সঙ্গী কৰি শুবলৈ গল। টোপনি নাহিল; পৰব প্ৰেম-কাহিনীতো মন নবহিল। মনটো বন্ডিয়াল কৰি মনৰ বহু দুখ পাহৰিবলৈ মিচেচ মিলাৰে পুৰাৰেপৰা নানাভাৱে চেষ্টা কৰিছে। কিন্তু

মনটোৰ বিষাদ বেজাৰ ধোবাৰ কাপোৰৰ দৰে ধুই উজ্জ্বল কৰিব নোৱাৰি; দুখৰ কথা পাহৰিবলৈ চেষ্টা কৰিলেও মনে নেপাহৰে। মিচেচ মিলাৰৰ বহুত কথাই মনত পৰিল। প্ৰথম সাক্ষাততে এলি চেইমুৰ মিলাৰৰ প্ৰেমত পৰিছিল; প্ৰথম মিলনৰ এসপ্তাহৰ ভিতৰতে স্বদেশ স্বজন পৰিত্যাগ কৰি বাগিছাৰ পৰা ছুটীত যোৱা মিলাৰৰ লগত অসমলৈ আহিবলৈ মান্তি হৈছিল। অসমৰ জঙ্ঘলত আহি অকলশৰীয়ায়ে নহয়; দুঃসহ জীৱন বৰণ কৰিলে। কিন্তু মিলাৰ কি অবিশ্বাসী! বিয়াৰ দুবছৰ হৈছেহে মাথোন, সি পৰ-তিৰোতাত আসক্ত হল। মতা মানুহৰ স্বভাৱেই—নিজৰ তিৰোতাৰ ওচৰত সৰহ সময় থাকিবলৈ বিৰক্তি বোধ কৰে। কলিকতাত কাম আছে বুলি নিজৰ তিৰোতাক অকলে হাবিৰ মাজত এৰি থৈ লোকৰ তিৰোতাৰ লগত দাৰ্জ্জিলিঙত স্ফূৰ্ত্তি কৰিবলৈ গ'ল। আজি চাৰি মাহ পৰস্ত্ৰীৰ আসক্তিৰ পৰা গিৰিয়েকক ৰক্ষা কৰিবলৈ এলি চেইমুৱে সংগ্ৰাম চলাই আহিছে। ফলত পাইছে অপমান, অসন্মান, অশান্তি। যিমানে ভাবিলে সিমানে ক্ষোভ-হিংসাৰ উত্তাপত এলি চেইমুৰে চট-ফটাবলৈ ধৰিলে। ঘপহকৰে বিছনাৰ পৰা উঠি ডিকেণ্টাৰত মদ ঢালি ললে; গ্ৰামোফোনত ৰেকৰ্ড দিলে; কিন্তু সঙ্গীত বিশেষ মুহূৰ্ত্তৰহে আনন্দ; অসময়ত বিৰক্তিকৰ। মিচেচ মিলাৰে গানত মন বহুৱাব নোৱাৰিলে। গ্ৰামোফোন বাজি বাজি অৱজ্ঞাত বন্ধ হল—নিচুকাবলৈ যতন নকৰা সন্তানৰ কান্দোনৰ দৰে। হাতত বেজী-সূতা লৈ এলি

চেইমুৰ বাৰাণ্ডাৰ ডেক্-চেয়াৰত বহিলগৈ ; এমব্ৰয়ডাৰি কৰিবলৈ লোৱা কাপোৰখন কোলাতে এৰি আবেলিৰ বৰ্ষণোন্মুখ আকাশখনলৈ আনমনাভাৱে চালে। আকাশে আনন্দই নিদিয়ে, পৰিশ্ৰান্ত প্ৰশ্নৰ সমাধানো দিয়ে। চাওঁতে নেচাওঁতেই গাখীৰৰ দৰে শুভ্ৰ সোৱাদ আকাশখনত কোনোবাই লোণ ছটিয়াই দিলে ; ফটা গাখীৰৰ দৰে মেঘবোৰ ডোখৰাডুখৰি হৈ সিঁচৰতি হৈ পৰাত অকস্মাতে আকাশৰ নীলা বহল বুকুখন দৃষ্টিগোচৰ হল। ডোখৰ ডোখৰ হোৱা ডাৱৰবোৰে জৰ-জৰকৈ চকুলো টুকিলে। বাহিৰৰ বৰষুণৰ লগত অন্তৰৰ ধুমুহাৰ অদ্ভুত সঙ্গতি ঘটিল। মিচেচ মিলাৰে সেউজীয়া কলচী পিন্ধা মন্দিৰৰ দৰে নিৰ্ব্বাক হৈ থকা শিৰীষ গছ শাৰীলৈ চালে—অশ্ৰুধৌত নিৰ্জ্জীৱ মূৰ্ত্তি। ক্লান্তিহীন অৱসাদত মিচেচ মিলাৰে ভৰি দুটা মেলি দিলে ; বৰষুণৰ টোপালে চিটিকি আহি তেওঁৰ ভৰি চুলেহি। সেই টোপালত তড়িৎ শক্তি ; সেই মায়াবী শক্তিতে মিচেচ মিলাৰৰ দেহ-মন স্বপ্নময় আৱেশত বিভোৰ হল। সেই তন্ময়তা ভাঙিল—বঙসাঘৰৰ চিলিঙত আশ্ৰয় লবলৈ অহা শালিকাহালিৰ চিঁচিয়নিত। শালিকাহালৰ চিঞৰত চঞ্চল হৈ এলি চেইমুৰ আকৌ এগিলাচ মদ খাবলৈ শোৱনী কোঠাত সোমাল।

আবেলিৰ চাহ-জলপানৰ ট্ৰেখন খোৱা কোঠাত থৈ নৰেশ্বৰে মিচেচ মিলাৰৰ শোৱনী-কোঠাত টকুটকালে। 'সোমাই আহ' আহ্বানৰ লগে লগে ভিতৰলৈ সোমোৱা নৰেশ্বৰে কুঠৰীৰ অস্বাভাৱিক আৰু উত্তেজিত অৱস্থা লক্ষ্য কৰিলে। এইমাত্ৰ

শয্যাত্যাগ কৰা বিছনাৰ ওপৰত কেইবাখনো কিতাপ সিঁচৰিত হৈ আছে; চিগাৰেটৰ শেষ অংশ এচ্-ট্ৰেত নহয়, কাৰ্পেটত পৰিছে; টিপয়ৰ ওপৰৰ মদৰ বটল প্ৰায় উদং। নৰেশ্বৰ সোমাই অহাত মিচেচ মিলাৰ প্ৰসাধনৰ আসনৰপৰা থিয় হল। মেমচাহাবে বঙলাত সাধাৰণ পোছাকৰেই থাকে। আজি হঠাতে তেওঁৰ দেহত উৎসৱৰ পোছাক দেখি নৰেশ্বৰে বিস্ময়ৰে চালে; —তিৰোতা মাত্ৰেই মস্তিষ্কৰ বিকাৰ। মিচেচ মিলাৰৰ গাত চিকমিকাই থকা পাটৰ ফ্ৰক—পাতলিত সোণৰ সুতাৰ কাম কৰা। ফ্ৰকটো লাহী গাত লিপিত খাই পৰাত বুকুৰ ৰেখা সুস্পষ্ট হৈছিল, খামুচীয়া কঁকালটোও ওলাই পৰিছিল। ডিঙিৰ পৰা বুকুলৈ উদং হৈ থকা ঠাই ডোখৰ মুক্তাৰ মালাই ঢাকিবলৈ সমৰ্থ হোৱা নাই। শণবৰণীয়া চুলিকোছা মনোহৰকৈ সজোৱা। বগাৰ ওপৰত সোণোৱালী ৰং বোলোৱা হাইহিলৰ জোতাই ঋজু দেহৰ সমতা ৰক্ষা কৰিছে; ৰং-সনা ভৰিৰ দীঘল আঙুলি কেইটাই জোতাতকৈও আগবাঢ়ি যাব খুজিছে। আঠুৰ তলৰপৰা গেৰোৱালৈকে অনাবৃত শুভ্ৰ অংশই শৰীৰৰ উচ্চতা উজ্জ্বল কৰিছে। মিচেচ মিলাৰে মুখ এফলীয়া কৰি, নাকটো ফুলাই, বঙ্কিম ভ্ৰূ-লতাৰে নৰেশ্বৰলৈ চাই কৃত্ৰিম ৰোষত প্ৰশ্ন কৰিলে, "কি চাইছ? মই দেৱী?"

নৰেশ্বৰৰ চকুত মূৰ্খৰ বিস্ময়তা। ভয়ে ভয়ে সি উত্তৰ দিলে,— "দেৱীতকৈও ধুনীয়া মেমচাহাবৰ পোছাক!" সি ভাবিলে এনে পোছাক পিন্ধাৰ সৌভাগ্য হলে যি কোনো তিৰোতায়ে সৌন্দৰ্য্য প্ৰতিযোগিতাত পুৰস্কাৰ লাভ কৰিব।

"মিলাৰে বিয়াত দিয়া পোছাক।" কথাষাৰ কৈ মিচেচ মিলাৰে ড্ৰেচিং টেবুলৰ আইনালৈ মুখ ঘূৰালে। চন্দ্ৰাকৃতি ভাৰত অনাবৃত হৈ থকা কমোৰা কপাহৰ দৰে নোমহীন কোমল পিঠিখন নৰেশ্বৰৰ চকুত পৰাত সি যেন স্নিগ্ধ জোনৰ পোহৰহে উপভোগ কৰিলে। মিচেচ মিলাৰে পুনৰ নৰেশ্বৰলৈ প্ৰশ্নবোধক চিনৰ দৰে ঘূৰি চালে।

"নৰেশ্বৰ, তই দেখিবলৈ সুন্দৰ।"

"আয়েহে মোক ধুনীয়া দেখিছিল মেমচাহাব।" হঠাতে মাকৰ মন্তব্যষাৰলৈ মনত পৰাত নৰেশ্বৰে দীঘল নিশ্বাস টানিলে। চনিয়াইও এদিন তাক ধুনীয়া দেখিছিল।

"সঁচা, তই ধুনীয়া আছ। তোৰ কলা চকু, দীঘল নাকটোৱে কুলি ছোৱালীক পাগল কৰিব।"

হাঁহি মাৰি অপাঙ্গ দৃষ্টিৰে নৰেশ্বৰৰ সুঠাম দেহটোলৈ চাই মেমচাহাব খাবলৈ গল। নৰেশ্বৰে বিছনা সজোৱাত মন দিলে। বিছনাত পৰি থকা কিতাপকেইখন বেৰৰ কাষৰ চেল্‌ফত থবলৈ গৈ ওৱাৰ্ড্ৰোবৰ আইনাত অকস্মাতে তাৰ চেহেৰাটো দেখিলে। আইনাৰ সমুখত ক্ষন্তেক থিয় হৈ সি নিজৰ চকু আৰু নাকটো পৰীক্ষা কৰিলে—মাক, চনিয়া, মেমচাহাবৰ মন্তব্যৰ সত্যাসত্য নিৰ্ণয় কৰিবলৈ এই মাত্ৰহে যেন তাৰ সৌভাগ্য উদয় হল। তাৰ চকুমুখত নাৰীৰ মন ভুলোৱা মন্ত্ৰ আছেনে সি মুহূৰ্ত্ত চিন্তা কৰিলে; এই চেহেৰাৰে সিটো চনিয়াক ধৰি ৰাখিব নোৱাৰিলে! চকুৰ কোণত বেদনা মূৰ্ত্ত হৈ উঠিল।

শোৱনী কোঠাটো পৰিপাটিকৈ থৈ নৰেশ্বৰ খোৱা কামৰালৈ গল্প। মিচেচ মিলাৰে চাহখোৱা শেষ কৰি উদাস ভাবত চিগাৰেটৰ ধোঁৱা উৰাইছিল।

"নৰেশ্বৰ, গাৰী বাহিৰ কৰিবলৈ কব লাগে। ক্লাবলৈ যাম।"

বাগিছাৰ পৰা ক্লাব প্ৰায় ন মাইল। শনি আৰু দেওবাৰৰ বাহিৰে মিচেচ মিলাৰৰ ক্লাবলৈ যোৱাৰ অভ্যাস নাই। কি বাৰ— নৰেশ্বৰে চিন্তা কৰিলে—বুধবাৰ। বুধবাৰে ক্লাবলৈ যাবলৈ ওলোৱাত বিশ্বাস অবিশ্বাসৰ ভাবত সি চাহৰ সৰঞ্জামৰ সৈতে ট্ৰেখন মেজৰপৰা তুলি ললে।

মুখৰ ধোঁৱাখিনি লাহে লাহে এৰি দি মেমচাহাবে চিন্তাগ্ৰস্ত ভাৱে কলে, "নৰেশ্বৰ, তয়ো ওলাবি।"

নিৰ্দ্দেশটো দি এলি চেইমুৰ পুনৰ চিন্তাৰ সাগৰত ডুব গল। মুখৰ চিগাৰেটটোৰ সৰহ ভাগ পুৰি ছাই হৈ গৈছে—ছাইখিনি জোকাৰি পেলাবলৈ খেয়াল হোৱা নাই। মুখত পেন্সিল লৈ দুৰূহ অঙ্ক এটাৰ উত্তৰহে জানিবা বিচাৰিছিল। মানুহক সংখ্যাৰ শাৰীত বহুৱাই, উত্তৰ মিলাবলৈ মনে মনে চেষ্টা চলিল। এটা মানুহ—এজনী তিৰোতা; এজনী তিৰোতা—এটা মানুহ। এলি চেইমুৰ, ৰাউন্ট্ৰি মিলাৰ; এলি চেইমুৰ, আৰ্থাৰ ওধাম; ডনোভান, এলি চেইমুৰ, এলি চেইমুৰ, হেৰি মৰ্গেন······। এজন এজনকৈ বিলাতৰ নানা বন্ধুৰ লগত নিজৰ নাম মিলাই চালে। কিন্তু মানুহক গণিতৰ সংখ্যাৰ দৰে যোগ-বিয়োগ কৰি ভাগ-

বাটোৱাৰা কৰিব নোৱাৰি। মিচেচ মিলাৰে অতিষ্ঠ হৈ মুখৰ আধাপোৰা চিগাৰেট দলিয়াই দিলে। কপালত দেখা দিয়া ঘামৰ কণিকাবোৰৰ ওপৰত ৰুমালখন হেচি ধৰি ক্রূৰ হাঁহি মাৰিলে—মিলাৰৰ ওপৰত প্রতিশোধৰ হাঁহি। সর্পিল সংকল্পত মন স্থিৰ হল; নতুন সংকল্পৰ উন্মাদনাত চিগাৰেট জ্বলাই বগা মেকুৰীজনীৰ দৰে এলি চেইমুৰ জপিয়াই জপিয়াই খটখটিয়েদি তললৈ নামি গল।

দহ-পোন্ধৰ মাইলৰ ভিতৰত যি কেইখন চাহ বাগিছা আছে তাৰ সকলো চাহাব-মেম এই ক্লাবলৈকে আহে। শুকুৰ-শনি-দেওবাৰে আবেলিৰপৰা মাজ নিশালৈ ক্লাবত নাচ-গান চলে, বায়োস্কোপ দেখুৱা হয়; ভোজ-ভাতৰ লগে লগে প্রচুৰ মদ পান। সপ্তাহৰ অন্য কেইদিন নিচেই কাষৰ বাগিছাৰ মেম-চাহাব দুই-চাৰিজনহে তাচ খেলিবলৈ ক্লাবলৈ আহে। ক্লাবৰ কাষৰ বাগিছা হল পাভৈজান। পাভৈজানৰ এচিচ্টেণ্ট মেনেজাৰ স্মিথ নতুনকৈ বিলাতৰপৰা আহিছে; অবিবাহিত ডেকা মানুহ। মিচেচ মিলাৰে তেওঁক ক্লাবত আগেয়ে লগ পাইছিল; একেলগে দুৰাতিমান নাচিছেও; ইজনে সিজনৰ মনোৰম জীৱন কামনা কৰি ডিকেণ্টাৰ সলনি কৰিছিল; হাঁহিৰ লগত দুই-চাৰি আষাৰ ভালপোৱাৰ বাক্যবাণো হানিছিল। এলি চেইমুৰে স্মিথক লগ পোৱাৰ আশাতে ন মাইল মটৰ দৌৰাই ক্লাবলৈ আহিছিল—দুর্ব্বহ সন্ধিয়াটো হাঁহি-ইয়াৰ্কি, ঠাট্টা-তামাচা, ৰং-ৰহইচ কৰি কটাবলৈ। বাগিছা

যেতিয়া ক্লাবৰ ওচৰতে, হয়তো সন্ধিয়া স্মিথ ক্লাবলৈ আহিবও পাৰে।

এলি চেইমুৰ হতাশ হ'ল; ক্লাবত কোনো পুৰুষ নাই। তিনি গৰাকী তিৰোতাই দীঘল কোঠাটোৰ কোণ এটাত ঘূৰণীয়া মেজখন মাজত লৈ তাচত বহিছে। দুৱাৰ ঠেলি ভিতৰ সোমাওঁতেই এগৰাকীয়ে আগ্ৰহেৰে আহ্বান জনালে। ইংৰাজীতেই কথা-বতৰা চলিল।

"ভাগ্য! তুমি যে উপস্থিত হলাহি!" সাধাৰণতে ই-গৰাকীয়ে সিগৰাকীক নাম কাঢ়ি মতা ক্লাবৰ প্ৰচলিত নিয়ম। অকস্মাত আহি সোমোৱাত এলি চেইমুৰৰ নামটো ডৰথিৰ মনলৈ নহাত নামহীন ভাৱেই আহ্বান কৰিলে।

মুখৰ সোতোৰা-শুতুৰি ঢাকিবলৈ পাইপাৰে ডাঠ প্ৰলেপ সানিছে; ধোবাই কাপোৰ ধোৱা শিনৰ দৰে বুঢ়া দেহৰ কৰ্কশ চাল ঢাকিবলৈ গাত গোলাপী ৰঙৰ পোচাক। ভাটোৰ ঠোঁটৰ দৰে ওলমি পৰা নাকটোৰ দীৰ্ঘতা সোণৰ ফ্ৰেমৰ চৰ্ মা জোৰে বেছি স্পষ্ট কৰিছে। চচমাজোৰ নাকৰ খাজত ভালকৈ বহুৱাই পাইপাৰে ঘোঁপাকৈ চাই কলে, 'অ, এলি চেইমুৰ। তোমাৰ স্বামী ক'ত?" অলপ বৈ নিজেই কলে, "দাৰ্জ্জিলিঙলৈ গৈছে বুলি শুনিলোঁ, নহয় নে?" ডৰথিলৈ অৰ্থপূৰ্ণভাৱে চালে।

"নহয়, কলিকতালৈহে গৈছে।" এলি চেইমুৰে গহীনাই উত্তৰ দিলে—অধিক প্ৰশ্নৰ উত্তৰ দিবৰ তেওঁৰ ইচ্ছা নাছিল।

"তুমি নগলা ? ভালেই কৰিলা ; কলিকতা এতিয়া অগ্নি-কুণ্ড।" কথাযাৰ কৈ পাইপাৰে হাতৰ তাচ-পাত কেইটা সজাবলৈ লাগিল।

"এলি, আহা, বহাহি। তুমি মোৰ ভাগী হোৱাহি।" ডৰথিয়ে কাষৰ শূন্য আসনখন হেচুকি দিয়াত চেইমুৰ বহিল।

"আকৌ ভাগ বটাওঁ ?" ডৰথিৰ প্ৰশ্নৰ লগে লগে তিনিও-জনীয়ে হাতৰ পাত মেজত পেলালে ; পাইপাৰে তাচৰ পাতবোৰ চাফোল কৰাত লাগিল।

"এই সময়ত দাৰ্জ্জিলিং বৰ উপভোগৰ হয়। মিচেচ মিলাৰ তুমি দাৰ্জ্জিলিঙলৈ যোৱা উচিত আছিল। মই মোৰ স্বামীয়ে সিদিনা এসপ্তাহ উপভোগ কৰি আহিলোঁগৈ।" ব্ৰহ্মপুত্ৰ চাহ কোম্পানীৰ চুপাৰিনটেনডেণ্টৰ মেম মেগডেলিনে কলে। ডৰথি আৰু পাইপাৰতকৈ মেগডেলিন বয়সত সৰু ; দেখিবলৈ শুৱনী, সাজ-পোছাকত আভিজাত্যৰ পৰিচয়।

"তুমি দাৰ্জ্জিলিং বেচ উপভোগ কৰিলা ?" মেজৰ পাত কেইটা হাতত তুলি এলি চেইমুৰে সুধিলে।

"অসীম ; অতি মধুৰ।" মেগডেলিনৰ উত্তৰ ইংৰাজী ভাষাৰ মাধুৰ্য্যেৰে পৰিপূৰ্ণ।

"কাঞ্চিনজংঘা দেখিছিলা ?" ডৰথিৰ প্ৰশ্ন।

"কাঞ্চিনজংঘাত সূৰ্য্যৰ উদয়—অপূৰ্ব্ব, অবিস্মৰণীয় দৃশ্য, স্বৰ্গীয় ! কাঞ্চিনজংঘাৰ কাষেদি উৰি যোৱা বগলি পাখী বৰণীয়া

মেঘমালা দেখিলে নিজৰো এচমকা মেঘ হৈ উৰি যাবৰ ইচ্ছা হয়।” উত্তৰত ইংৰাজী কবিতাৰ উচ্ছ্বাস।

“আমি তিবোতা জাতি সৰ্ব্বতিকাল মেঘৰ শাৰীৰ; পাতল মেঘৰ দৰে পুৰুষক অকস্মাতে সাবটি ধৰোঁ; কেতিয়াবা অনাহকত গৰ্জ্জন কৰোঁ; আকৌ কেতিয়াবা ধাৰাসাৰ চকুলো বৰ্ষণেৰে বুৱাই পেলাওঁ।” ডৰথিৰ মন্তব্যত আটাই কেই-গৰাকীয়ে হাঁহিলে।

“মিচেচ পাইপাৰ, পাইপাৰৰ লগত কেইদিনমান দাৰ্জ্জিলিং উপভোগ কৰি নাহাগৈ কিয়? দাৰ্জ্জিলিং ভ্ৰমণৰ এতিয়া উপযুক্ত সময়, বৰষুণ আৰম্ভ হোৱা নাই। বতৰ আমাৰ ঘৰৰ দৰে (বিলাতৰ) সেমেকা নহয়, উজ্জ্বল।” বেগৰপৰা টফি উলিয়াই তিনিও গৰাকীক দি নিজেও এটা মুখত ভৰাই মেগডোনেলে কলে।

“অ, মোৰ ভাগ্য! ভাল কথা কৈছা? এই মাহ পাত তোলা গধুৰ হৈছে; ৰাতি-দিন ফেক্টৰি চলিব লাগিছে। পাইপাৰৰ ভাত-চাহ খাবলৈ সময় নাই। কাম, কাম, কাম!” টফিৰ ওপৰৰ কাগজখন এৰুৱাবলৈ চেষ্টা কৰি মিচেচ পাইপাৰে উত্তৰ দিলে।

“কলঘৰৰ বাবুবোৰ কলৈ গ'ল?” ডৰথিয়ে প্ৰশ্ন কৰিলে।

“তুমি নাজানা ডৰথি, আমাৰ বাগিছাই কেৱল এফ্, অ, পি, আৰু বি, অ, পিহে তৈয়াৰ কৰে। কলিকতাৰ নীলামত আমাৰ বাগিছাৰ চাহৰ ভীষণ চাহিদা; দামো প্ৰায় প্ৰথম শ্ৰেণীৰ; ঘৰৰ বজাৰতো বেছ সুনাম। সি সম্ভৱ হৈছে পাইপাৰৰ বহুদিনীয়া অভিজ্ঞতা, নিপুণতা আৰু পৰিশ্ৰমৰ ফলত। পাইপাৰে কয়—

বাবুৰ ওপৰত ৰঙা চকু, বনুৱাক বেত, চাহাবৰ সজাগ দৃষ্টি—তাৰ ওপৰত হে উৎকৃষ্ট চাহ। কেৱল বাবুহঁতৰ ওপৰত নিৰ্ভৰ কৰা মানে বজাৰত আমাৰ সুনাম বিসৰ্জ্জন দিয়া; সি ভয়ঙ্কৰ কথা।” মিচেচ পাইপাৰে চচ্‌মাৰ মাজেদিয়েই ডৰথিলৈ এনে দৃষ্টিৰে চালে—ডৰথিয়ে যেন বৃটিছ সাম্ৰাজ্যত কলঙ্ক সনাৰ অপৰাধহে কৰিবলৈ উপক্ৰম কৰিছিল।

সদায় শুনোৱা পাইপাৰৰ গুণকীৰ্ত্তন শুনিবলৈ ইচ্ছা নকৰি মেগডেলিনে দুৱাৰৰ পিনে মুখ ঘূৰাই মাতিলে, “বয়, কফি।”

কিছু সময় কাৰো মুখত কথা নাই; চাৰিও গৰাকীয়ে নিজ নিজ ভাগৰ পাত হাতত লৈ হিচাব কৰি, নেওতা মতাৰ দৰে ইজনীৰ পিছত সিজনীয়ে মাতিল—……টু হাৰ্টচ……থ্ৰি ডায়মেণ্ড……

কফিৰ ট্ৰে আনি বেহাৰাই কাষৰ টেবুলৰ ওপৰত থলেহি।

“মোক গাখীৰ নেলাগে,” এলি চেইমুৰে কলে।

“মোক হলে অধিক গাখীৰ অধিক চেনী। বয়স হৈছে—শৰীৰত চৰ্ব্বি বাঢ়িলে বেয়া নেপাওঁ।” ৰসিকতাৰ কথা কৈছে বুলি মদখাই বোলধৰা দাঁত কেইটা উলিয়াই বাজহাঁহৰ দৰে ডিঙিটো দীঘলাই মিচেচ পাইপাৰে নিজে নিজেই হাঁহিলে।

“মোক এচামোচ চেনী।” ডৰথিয়ে কলে।

“মোৰ কাপতো এক চামোচ।” একেলগে মেগডেলিনেও মাতিলে।

কফিৰ কাপত চাৰিও গৰাকীয়ে লাহে লাহে চুমুক দি তাচ খেলত তন্ময় হ'ল।

মেমহঁতৰ যে অফুৰন্ত অৱসৰ, সেই কথা অকণমানি পিয়লাৰ পৰা কফিখিনি শেষ কৰোঁতে লগা বহল সময়খিনিৰ পৰাই বুজা গ'ল।

এলি চেইমুৰ মাজে মাজে মূৰ তুলি দুৱাৰমুখলৈ চাই চিন্তিত হৈ পৰিল। পাত পেলাবলৈ পাহৰি দুৱাৰমুখলৈ চাই থকা দেখি এবাৰ মিচেচ পাইপাৰে সুধিলে,—

"কাৰোবাক লগ পোৱাৰ কথা আছিলনে কি?" অ-দিনত এলি চেইমুৰ ক্লাবলৈ অহাৰ কিবা গূঢ়াৰ্থ আছে বুলি মিচেচ পাইপাৰে প্ৰথমৰ পৰাই সন্দেহ কৰিছিল। মিচেচ পাইপাৰ বহু বছৰ এই অঞ্চলত আছে; লৰা দুটা যুদ্ধত মৰিছে। তাৰে-পৰা আজিকালি বছৰি বিলাতলৈ যোৱা এৰিছে। গিৰিয়েক-ঘৈণীয়েক দুয়োজন কৃপণ বুলি ক্লাবত জনাজাত। আয়তকৈ ব্যয় অধিক হ'লে মানুহ দৰিদ্ৰ হয় বুলি দুয়োয়ে জানে। সেয়ে তেওঁ-লোকৰ খৰচৰ মাত্ৰা কম। বাগিছাৰপৰা গিৰিয়েকে অৱসৰ ল'লে নিজাকৈ মাটি-বাৰি লৈ বাগিছা এখন পতাৰো ইচ্ছা আছে। অৱশ্যে বাৰ্দ্ধক্যৰ ভাৰখন যযাতিৰ দৰে কাৰোবাৰ গাত জাপিব পাৰিলে সকলো চাকৰিয়ালৰ দৰে পাইপাৰৰো আৰু কেইবছৰমান কোম্পানীৰ বোজা ববলৈ ইচ্ছা। মিচেচ পাইপাৰে বাগিছাৰ চাহাব-মেমৰ প্ৰেম ৰোমাঞ্চকৰ বহু কথা জানে। প্ৰেম কৰিবৰ নিজৰ বয়স নাই; লোকৰ প্ৰেম-

কাহিনীৰ অতিৰঞ্জিত বৰ্ণনা প্ৰচাৰ কৰিয়েই আনন্দ লভে। মিলাৰ আমগুৰি বাগিছাৰ মেমৰ লগত দাৰ্জ্জিলিঙলৈ যোৱাৰ কথা বুঢ়ীয়ে কেনেবাকৈ গম পাইছিল; কথাৰ মাজে মাজে তাৰে ইঙ্গিত দিবলৈ উচ্ পিচাই আছিল।

মিচেচ পাইপাৰৰ নুস্নুধিৰ লগীয়া প্ৰশ্নত অপ্ৰসন্ন হৈ লৰা-লৰিকৈ তাচ-পাত কেইটা টেবুলত পেলাই এলি চেইমুৰে কলে, "বয়ক লাগে; ডিঙিটো শুকাই গৈছে।"

এলি চেইমুৰে সত্য কথা লুকুৱাবলৈ যে ভাও ধৰিছে, সেই কথা মিচেচ পাইপাৰৰ প্ৰখৰ চাহনিতে ধৰা নপৰাকৈ নেথাকিল। বুঢ়ীৰ চচ্মাৰ গ্লাচত স্পষ্ট হল—মোৰ চকুত ধূলি মাৰিবলৈ মিছা চেষ্টা নকৰিবা; তোমালোকৰ প্ৰেম-ৰোমাঞ্চৰ অভিনয় চাই চাই মোৰ এক যষ্ঠ ইন্দ্ৰিয়ৰ উদ্ভৱ হৈছে। মিলাৰে তোমাক অৱহেলা কৰি আমগুৰিৰ কেথেৰিণ ৰোজৰ লগত দাৰ্জ্জিলিঙৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ যোৱা নাইনে? মই কিবা গম নেপাওঁ বুলি ভাবিছা? গতিকে তুমি পুৰুষ চিকাৰ সন্ধানত অ-দিনত ক্লাবলৈ নাহি বঙলাত অকল-শৰীয়াকৈ কেনেকৈ থাকিবা? বৰযুণ নেপালে চাহ গছৰ কুঁহি পাত নেমেলে, পুৰুষ কাষত নহলে তিৰোতাৰ মুখত হাঁহি নোলায়—বয়স গ'ল বুলি এই সামান্য কথাটোকে মই কিবা নেজানোনে?

মিচেচ পাইপাৰৰ কুৎসিৎ চাহনিৰ যৱনিকা পেলাবলৈ ভৰথিয়ে লৰালৰিকৈ চিঞৰিলে—"বয়, বয়।"

বয় তুৱাৰৰ আঁৰতে আছিল ; চিঞৰা মাত্ৰকে দৌৰি ওচৰ চাপি চালাম জনাই কলে, "চালাম, হুজুৰ।"

"চম্পেন ; চ'ডা সাথ্।" এলি চেইমুৰে নিৰ্দ্দেশ দিলে।

মিচেচ পাইপাৰৰ বিৰক্তি-সঙ্গৰপৰা মুক্তি পাবলৈ—মূৰ কামুৰিছে, খেলিবৰ ইচ্ছা নাই বুলি এলি চেইমুৰ দূৰৈৰ পেগ টেবুললৈ উঠি গ'ল। মিনিট তুই-চাৰিৰ পিছত মেগডেলিনেও চেইমুৰৰ টেবুলত যোগ দিলেগৈ। মিচেচ পাইপাৰৰ লগত মেগডেলিনে বাধ্য হৈহে তাচত বহিছিল। পাইপাৰ ভাৰতীয় ইংৰাজ ; তেওঁৰ তিৰোতাৰ লগত একেলগে বহি তাচ খেলিবলৈ, একে মেজতে মদ খাবলৈ আভিজাত্যৰ সংকোচ।

"বতৰটো আজি ভাৱৰীয়া।" সুযোগ বিচাৰি চকীত বহিয়েই মেগডেলিনে কলে।

"অসময় এই বতৰটো মোৰ অলপো সহ্য নহয়।"

"তাতে যদি মিচেচ পাইপাৰৰ দৰে বুঢ়ীক লগ পোৱাৰ তুৰ্ভাগ্য ঘটে।" মেগডেলিনে পেকেটৰ চিগাৰেট এটা এলি চেইমুৰক দি এটা নিজৰ ওঠত গুজিলে।

"ডাইনী জনীক মোৰো সহ্য নহয়।" তিক্ততাতে চেইমুৰে কথাষাৰ কোৱা শেষ হোৱাৰ লগে লগে মেগডেলিনে নিজৰ কাঠীৰে এলি চেইমুৰৰ চিগাৰেটটো জ্বলাই দিলে।

"মোৰো।" ধোঁৱাখিনি ফুঁকৈ উলিয়াই মেগডেলিনে পুনৰ কলে, "বেচি কথা কয় নহয়নে ? লোকৰ কলঙ্ক-অপবাদ চৰ্চ্চি আমোদ পায়।"

“অসভ্য !” নাক সিকতাই এলি চেইমুৰে সমৰ্থন কৰিলে।

“গিৰিয়েক বোলে হীন জাতৰ হিন্দু।”

“মোৰো তেনে অনুমান।” ভেনিটি বেগৰপৰা চাবি আঙুলীয়া কুমালখন উলিয়াই ওঠত লাগি থকা চুৰটৰ কন কন টুকুৰা আল ফুলকৈ আঁতৰালে।

বেহেৰাই দুয়োৰে হাতত মদৰ গিলাচ তুলি দিলে। চেইমুৰে একে ঢোকতে এক পেগ শেষ কৰি পুনৰ ভৰাবলৈ গিলাচটো বয়ৰ আগলৈ আগ বঢ়ালে। মেগডেলিনে অকণ অকণকৈ গিলাচত চুমুক দি বয়ক নিৰ্দেশ দিলে, ‘চ’ডা’। চ’ডা নিমিহলোৱাকৈ দ্বিতীয় গিলাচ শেষ কৰা দেখি মেগডেলিনে কলে, “তুমি বৰ খৰ কৰিছা, চাবা; অপকাৰ কৰিব।”

“বৰ মূৰৰ কামোৰণি।” গিলাচত বাকী থকাখিনিৰ লগত চ’ডা মিহলাবলৈ বয়ৰ পিনে গিলাচটো এলি চেইমুৰেও আগবঢ়ালে।

“তুমি নিজে গাৰী চলাই আহিছা ?”

“ওঁ, লগত বয় আহিছে।”

“আৰু নোখোৱাই ভাল। বেচি খালে গাৰী চলোৱা বিপদজনক।”

ইতিমধ্যে বেহেৰাই চেইমুৰৰ গিলাচত পেগ ঢালি দিছিল। মেগডেলিনে বয়ক কিতাপ আনিবলৈ নিৰ্দেশ দিলে; কিতাপ অৰ্থাৎ হিচাবৰ বহী পেঞ্চিল আহিল। মেগডেলিনে চহী কৰি এলি চেইমুৰলৈ আগ বঢ়াই দিলে। মেগডেলিনে যাবলৈ উঠিল।

"এলি, তুমিও যোৱা উচিত।" লাহেকৈ চেইমুৰৰ কিলা-কুটিত ধৰি হেচুকি দিলে। তৃতীয় গিলাচৰ বাকী থকা কণ শেষ কৰি চেইমুৰে মুখ মচিলে। লিপষ্টিকৰ চুঙাটো উলিয়াই ওঠত দালিম ফুলীয়া ৰহন বোলালে। বহীত নাম চহী কৰি বাজ ওলাবলৈ উপক্ৰম কৰি বয়ক নিৰ্দ্দেশ দিলে, "চিগাৰেট।"

তাচ খেলৰ মেজত এৰি অহা মিচেচ মিলাৰৰ বেগটো আৰু এটিন আব্দুলা চিগাৰেট, মটৰৰ কাষত ৰৈ থকা নৰেশ্বৰৰ হাতত বেহেৰাই দিলেগৈ। মিচেচ মিলাৰে বেগৰপৰা টকা এটা উলিয়াই বয়লৈ দলিয়াই দিলে। মটৰ ষ্টাৰ্ট হোৱাৰ লগে লগে "গুড্ নাইট মেমচাহাব" বুলি কপাললৈকে হাত তুলি বয়ে চেলাম ঠুকিলে।

কেইগজমান চলাৰ পিছত গিয়েৰ সলোৱাত ঘটংকৈ শব্দ হল; মেমচাহাবে ছুৰ্ঘটনা ঘটালে বুলি নৰেশ্বৰৰ বুকু চিৰিংকৈ কঁপিল, মেমচাহাবে ষ্টিয়াৰিঙত হাতৰ মুঠি কঠিন কৰিলে; লগে লগে সোঁ ভৰিটো এক্চিলেটৰত হেচি দিলে—গাৰীৰ বেগ বাঢ়িল। ওখৰা-মোখৰা বাৰিষাৰ বোকা বাটত দ্ৰুতগতিৰে যোৱা মটৰ থৰ-থৰকৈ কঁপিবলৈ ধৰিলে। বতাহৰ সোঁ সোঁ শব্দৰ লগত ইলেকট্ৰিক হৰ্ণৰ দীঘল মাত মিহলি হোৱাত মটৰৰ দ্ৰুতগতি দ্ৰুততৰ হোৱা নৰেশ্বৰৰ অনুমান হল। গাৰীৰ দ্ৰুত বেগত বাটৰ কাষৰ দৃশ্যসমূহত চকু ফুৰাবলৈকে ভয় হ'ল—জানোচা চকু ঘুৰালেই কিবা ছুৰ্ঘটনা ঘটে।

"চিগাৰেট!" গাৰীৰ বেগ কমাই মিচেচ মিলাৰে চিগাৰেটৰ

কাৰণে সামান্য ভাৱে ওঠ মেলি দিলে। টিনৰপৰা চিগাৰেট উলিয়াই নৰেশ্বৰে লৰালৰিকৈ মেমচাহাবৰ ওঠত দিলে।

"জ্বলাই দে।" গাৰীৰ গতি হ্ৰাস হল। দুটা-তিনিটা দিয়াচলাই কাঠি নষ্ট কৰাৰ পিছতহে নৰেশ্বৰে কোনোমতে চিগাৰেটটো জ্বলাবলৈ সমৰ্থ হল।

"ধন্যবাদ।" আকৌ গাৰীৰ গতি বাঢ়িল। বাওঁহাতখন ষ্টিয়াৰিঙৰপৰা এৰুৱাই সমুখৰ সৰু আইনাখনত চাই মিচেচ মিলাৰে কপালত আমনি কৰা চুলি কেইডাল ঠিককৈ ললে।

মেমচাহাবৰ ক্ষমতাত নৰেশ্বৰৰ শ্ৰদ্ধা হল। তেওঁৰ গাৰ পৰা ওলোৱা লেভেণ্ডাৰৰ সৌৰভ, মুখৰপৰা ওলোৱা মদৰ মিঠা গোন্ধে নৰেশ্বৰক স্বপ্নাবিষ্ট কৰি তুলিলে। কেনেকৈ যে গাৰী আহি বঙলাৰ গেটত ৰলহি সি ততকেই ধৰিব নোৱাৰিলে। গাৰীৰপৰা নামিয়েই মিচেচ মিলাৰে কলে,

"নৰেশ্বৰ তই বঙলাত শুবি—চাহাবৰ কোঠাত।"

ড্ৰাইভাৰৰ হাতত ছাবিটো দিবলৈ নিৰ্দ্দেশ দি মেমচাহাব বঙলালৈ উঠি গ'ল।

## বাইচ

মিলাৰৰ কুঠৰীৰ মাটীতে বিছনা কৰি নৰেশ্বৰে শুবলৈ যো-জা কৰিলে। মেজৰ লেম্পটো একেবাৰে মুমুমুৱাই শলিতা ডাল পকাই যৎসামান্য পোহৰ অহাকৈ জ্বলাই থলে। ডাইনিং

ৰুমটো মাজতে; তাৰ সোঁ-বাওঁ দুয়োকাষে দুটাকৈ কোঠা। বাওঁপিনে থকা দুটা কোঠাৰ এটা কোঠাত মিলাৰ শোৱে; কাষৰটোত পূৰ্ব্বে মিচেচ মিলাৰ শুইছিল। কিন্তু আজিকালি তেওঁ সোঁফালৰ কোঠা এটাত শুবলৈ লোৱাত সেই কোঠাত মিলাৰৰ পেৰা-পেটাৰি ভৰাই থোৱা হৈছে। ডাইনিং ৰুমৰপৰা দুয়োপিনৰ কোঠালৈ অহাযোৱা কৰিবলৈ বাট আছে। ৰাতি ডাইনিং ৰুমৰে সংযোগ দুয়োপিনৰ কোঠাৰ দুৱাৰ খিলি নলগোৱাকৈ থোৱা হয়—ইজনে সিজনৰ কোঠালৈ অহা-যোৱা কৰাৰ সুবিধা। মিলাৰৰ শোৱা কোঠাৰ লগত নৰেশ্বৰৰ বেছি পৰিচয় নাছিল। চাহাবৰ কোঠাৰ কাম সি নকৰে—কৰিবলৈকো ভয় কৰে, চাহাবে পদে পদে দোষ ধৰে। মিলাৰৰ কোঠাত শুবলৈ নৰেশ্বৰৰ ভয় লাগিছিল। এই কোঠাটোৰ লগত জড়িত বহু ঘটনাৰ কথা সি শুনিছে। ইয়াতে এক কুক্ষণত চনিয়াৰ জন্মৰ সূত্ৰপাত। আৰ্মি চাহাবৰ গোঁ-গোঁৱনি কেতিয়াবা ৰাতি এই কুঠৰীত কোনো কোনোৱে শুনে। মিলাৰৰ লগত মিচেচ মিলাৰৰ এই কুঠৰীতে কেইমাহমানৰ আগত কুৰুক্ষেত্ৰ লাগি গৈছিল। তাৰে ফলত মিচেচ মিলাৰে নিজৰ বিছনা সোঁ পিনৰ কুঠৰীত পাৰিলেগৈ। মিচেচ মিলাৰে পুৱাৰেপৰা মদ খাই বলিয়ালি কৰিছে; মেমজনীৰ কিবা এটা হৈছে—প্ৰকৃতিস্থ অৱস্থাত নাই; মেমচাহাবে পুৱাৰেপৰা কৰা অসংলগ্ন কামবোৰৰ কথা ভাবি ভাবি নৰেশ্বৰৰ চিলমিলকৈ টোপনি আহোঁ আহোঁ হৈছিল। ডাইনিং ৰুমত ক্ষীণ ৰবৰৰ চেণ্ডেলৰ

শব্দ। নিশ্চয় মিচেচ মিলাৰে মদৰ ৰটল বিচাৰি ডাইনিং ৰুমত সোমাইছে—নৰেশ্বৰে ভাবিলে। নহয়, শব্দটো সি শোৱা কোঠালীৰ পিনে আগবাঢ়ি অহা গম পালে। কি হৈছে ভালকৈ ঠাৱৰ কৰিবলৈ নৌপাওঁতেই ফুলজাৰিৰ দৰে টৰ্চ্চ-লাইটৰ পোহৰ তাৰ মুখত পৰিল। ধৰমৰকৈ যহি নৰেশ্বৰে মূৰ তুলি চালে।

"নৰেশ্বৰ, তই মাটীতে শুলি ? মিলাৰৰ বিছনাত নুশুলি কিয় ?"

উত্তৰৰ অপেক্ষা নকৰি মেমচাহাবে পুনৰ কলে, "নৰেশ্বৰ, মোৰ কোঠালৈ আহ ; কোঠাত চোৰ সোমাইছে।"

নৰেশ্বৰ ঘপহকৈ উঠিল ; মিচেচ মিলাৰ ঠিক তাৰ সমুখা-সমুখি। টৰ্চ্চলাইটৰ পোহৰত দেখিলে—মেমচাহাবৰ মুখত অস্বাভাৱিক উত্তেজনা। একো বুজিব নোৱাৰি পিছে পিছে গৈ সি মিচেচ মিলাৰৰ কোঠাত সোমাল।

"মেমচাহাব, টৰ্চটো ; এবাৰ গোচলখানা চাওঁ—চোৰ কিজানি তাত সোমাইছে," টৰ্চ্চটো লবলৈ হাত আগবঢ়ালে।

"চোৰ এই কোঠাতে আছে।" টৰ্চ্চৰ পোহৰ নৰেশ্বৰৰ মুখত পোনপটীয়াকৈ পেলাই কলে।

পোহৰে চাত মাৰি ধৰাত, চকু দুটা হাতেৰে ঢাকি নৰেশ্বৰে আচৰিত হৈ সুধিলে, "এই কোঠাতে চোৰ ?"

"চোৰ এইটো, ইয়াতে আছে!" ফুলজাৰিৰ দৰে টৰ্চ্চটো নচুৱাই মেমচাহাবে পোহৰেৰে নৰেশ্বৰক ব্যতিব্যস্ত কৰিলে। পোহৰৰপৰা চকু আঁতৰাবলৈ চেষ্টা কৰাত মিচেচ মিলাৰে

অদ্ভূত হাঁহিৰে তালৈ চালে। মেমচাহাবৰ দেহত গাউনটোৰ বাহিৰে অন্য আচ্ছাদন নাছিল ; গাউনটোৰো বুকুৰ পিনৰ কিছু অংশ মুকলি।

"বেচ্ বেচ্, লাজ লাগিছে ? তই মোক চুৰ কৰিবলৈ আহিছ ?" টৰ্চ্চটো টিপামাৰি বন্ধ কৰি মেজৰ ওপৰৰ লেম্পটো উজ্জ্বলাই আকৌ প্ৰায় নিৱেদনৰ মাতেৰে আহ্বান কৰিলে, "আহ্ আহ, ওচৰ চাপি আহ। তোৰ কাৰণে মই সাৰে আছোঁ।" মিচেচ মিলাৰৰ চকুত দংশন উদ্যত দৃষ্টি।

ভয়-বিস্ময়ত নৰেশ্বৰ থৰ-থৰকৈ কঁপিল। সি লাহেকৈ চকু তুলি মিচেচ মিলাৰলৈ লক্ষ্য কৰিলে। চুলি আউলি-আউলি; উত্তেজনাত মুখ জৱাফুল বৰণীয়া হৈছে ; চিকাৰৰ ওপৰত জপিয়াই পৰিবলৈ ধৰা বাঘিনীৰ দৰে চকু-মুখৰ অৱস্থা। মিলাৰ চাহাবৰ মেমৰ চেহেৰা ইমান কুৎসিত বুলি সি কল্পনাই কৰা নাছিল।

ভয়ে-ঘামে জুকলি জুপুলি হৈ নৰেশ্বৰে কলে, "মেমচাহাব, আপুনি বেছিকৈ মদ খালে ; শুই থাকক।"

"মোক এলি বুলিবি," মিচেচ মিলাৰে নৰেশ্বৰৰ সমুখলৈ আগুৱাই আহি পশুৰ দৰে তাক পাবলৈ বিচাৰি কলে, "তই মোক দেৱী বুলি কৈছিলি নহয় ; এতিয়া মোৰ ওচৰলৈ নাহ কিয় ?"

"দেৱীক আমি মাতৃ ৰূপে পূজা কৰোঁ, অন্য ভাবে চোৱা পাপ, মেমচাহাব।" মিচেচ মিলাৰ যাতে প্ৰকৃতিস্থ হয় সেই বুলিয়েই নৰেশ্বৰে মেমচাহাব শব্দটোত জোৰ দিলে।

"পাপ, পাপ, পাপ! পাপ-পুণ্যৰ বিচাৰ কৰিবলৈ এই ৰাতি তোক মতা নাই।" উত্তেজিত হৈ আভিজাত্যৰ গৌৰৱ, নাৰীৰ সন্মান সংকোচ সম্ভ্ৰম মুহূৰ্ত্তলৈ পাহৰি চাৰ্কাচৰ বাঘিনীৰ দৰে হাওৰিয়াই নৰেশ্বৰৰ দেহত জপিয়াই পৰি গালে মুখে চপ্ চপ চুমা খাবলৈ ধৰিলে। নৰেশ্বৰ বিস্মিত, বাক্‌হীন! মদৰ নিচাত অকৰণীয় একো নাই; তিৰোতাক ই অসতী কৰে; বগা মেমক কলাতকৈও অধম কৰে—নিস্প্ৰাণ হৈ নৰেশ্বৰে ভাবিলে।

"নৰেশ্বৰ, তই ধুনীয়া আছ, সুন্দৰ আছ; তোক মোৰ বৰ ভাল লাগিছে। বল, পলাই যাওঁ।" আদিম নাৰীৰ উচ্ছৃঙ্খল সঙ্গম-লিপ্সাৰ চুমাৰে নৰেশ্বৰৰ চকু-গাল-মুখ বুৰাই দিলে। নিজৰ সমগ্ৰ দেহটো নৰেশ্বৰৰ দেহত লগাই দুই হাতেৰে তাৰ ডিঙি মেৰাই ধৰিলে—ফাঁচিব ফাঁচত নৰেশ্বৰৰ শ্বাসৰোধৰ উপক্ৰম হল। জোৰ কৰি দেহ-সম্ভোগৰ চেষ্টা কৰাত ঘৃণা-খঙত নৰেশ্বৰে থৰ-থৰকৈ কঁপিবলৈ ধৰিলে। এলি চেইমুৰৰ অপবিত্ৰ দেহৰ উত্তাপ তাৰ শৰীৰৰ যতে লাগিল সেই ঠাই দেই পুৰি গ'ল। তাৰ এটি হাতে অৰ্দ্ধদগ্ধ ডিঙিত সাপৰ দৰে মেৰাই ধৰা এলি চেইমুৰৰ হাত দুটা এৰুৱাবলৈ চেষ্টা কৰিলে; মেম-চাহাবৰ তীব্ৰ মদগন্ধীয়া ওঠৰপৰা পৰিত্ৰাণ পাবলৈ আনটো হাতেৰে নিজৰ মুখত সোপা দিলে।

নৰেশ্বৰৰ প্ৰতিবাদত নাৰীৰ কাতৰ কণ্ঠেৰে মিচেচ মিলাৰে কলে, "নৰেশ্বৰ, মই কি কুলী ছোৱালীহঁতকৈ সুন্দৰ নহওঁ? মোৰ প্ৰেম কি কুলি ছোৱালীৰ প্ৰেমতকৈ মিঠা নহয়?"

অনুনয়ত তিৰোতাৰ ব্ৰহ্মাস্ত্ৰ দুই চকুৱেদি নৰেশ্বৰৰ গালত বাগৰি পৰিল। তপত চকুলো—চকুলো নহয়, ঘাঁৰ ঘিণলগা পুঁজ। কিমান অপমান, অত্যাচাৰ, অনাদৰ, অশান্তি মনৰ দুখত মিচেচ মিলাৰ বলিয়া হ'ল—নৰেশ্বৰে উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে। নাৰীৰ চকু-পানীত অজেয় হৃদয় কুমলিল; জীৱন ধুমুহাত ক্ষত-বিক্ষত হোৱা অবলা তিৰোতা গৰাকীলৈ তাৰ অনুকম্পা জন্মিল। নিজৰ ডিঙিৰপৰা আলফুলকৈ তেওঁৰ হাত দুখন এৰুৱাবৰ যত্ন কৰি সি কলে, "মেমচাহাব, শান্ত হওক; বলিয়ালি কৰি নিজকে অসম্মান অপবিত্ৰ নকৰিব, দেহটো দেৱতাৰ মন্দিৰ, নেপাহৰিব।"

"অপবিত্ৰ, অপবিত্ৰ; কিহৰ অপবিত্ৰ? দেহৰ লগত দেহৰ সম্বন্ধ কি অপবিত্ৰ?" ডিঙিৰপৰা বাহুৰ বান্ধোন মোকোলাই নৰেশ্বৰৰ হাতত ধৰি আজুৰিলে। নৰেশ্বৰ অচল, অটল—নিশ্বাস-হীন পাথৰৰ মূৰ্ত্তি; নাৰীৰ কাতৰ অনুনয়, সেই মূৰ্ত্তিৰ ওচৰত বাৰে বাৰে ব্যৰ্থ হ'ল। অসংযত তৃষ্ণা, বুকুভৰা আকুলতাৰে মিচেচ মিলাৰে নৰেশ্বৰৰ চকুলৈ পুনৰ চালে। শান্ত নিৰ্ব্বিকাৰ বেদনাহীন নৰেশ্বৰৰ চকুৰ দৃষ্টি। আকৌ এবাৰ মিচেচ মিলাৰে নৰেশ্বৰৰ ওঁঠত মুখ লগাবলৈ চেষ্টা কৰিলে; বাৰে বাৰে কলঙ্কিত হোৱাৰ ভয়ত নৰেশ্বৰে ঠেলা মাৰি দিলে। কঁকালৰপৰা স্নলকি পৰা ড্ৰেচিং গাউনৰ ফিটাডালে ভৰিত জোঁট লাগি ধৰিলে; নৰেশ্বৰৰ সামান্য ঠেলাতে মিচেচ মিলাৰৰ অস্থিৰ ভৰি পিছলিল। ভুজঙ্গীৰ দৰে ফণা মেলি মিচেচ মিলাৰ কোঁচ-

ফোঁচাই উঠিল; চিৰকাল আনৰ ওপৰত আধিপত্য কৰা যি নাৰীৰ স্বভাৱ, নগণ্য ডেকা এটাৰ সম্পূর্ণ অগ্রাহ্য আৰু অবাঞ্ছনীয় হোৱাত, সেই নাৰী জ্ঞানশূন্য হোৱা স্বাভাৱিক। সকলো অপমানতকৈ ভালপোৱাৰ প্রত্যাখ্যানে নাৰীক পোৱতী বাঘিনীতকৈয়ো খঙাল আৰু ভয়ঙ্কৰ কৰে।

"ক'লা, জংঘলী; তই মতা নহয়।" জন্তুৰ আর্তনাদৰ দৰে অলেখ অসংলগ্ন ইংৰাজী-অসমীয়া অশ্লীল শব্দ উচ্চাৰণ কৰি নৰেশ্বৰৰ গালে-মুখে দুই হাতেৰে থপাথপ চৰিয়ালে।

"মেমচাহাব, খং নকৰিব। মদৰ নিচাত পৰা ভুলৰ বাবে পিছত পৰিতাপ হব; শুই থাওক।"

"জংঘলী, বুর্ব্বক, তই উপদেশ দিছ? ওলা এতিয়াই; নহলে চকীদাৰক চিঞৰিম; নর্দ্দমাৰ কুকুৰ, টেবুলৰ মঙহৰ তই কি স্বাদ বুজিবি?" ফোঁপাই ফোঁপাই মিচেচ মিলাৰে এৰাই যোৱা ফিটাডাল গাউনটোৰ সৈতে কঁকালত বান্ধিলে। মেম-চাহাব শ্রান্ত হৈ পৰাত নৰেশ্বৰে লাহে লাহে দুৱাৰদলি পাৰ হবলৈ উপক্রম কৰিলে। শেষ বাৰলৈ খং-ক্ষোভ-উত্তেজনাত নৰেশ্বৰলৈ চাই তীব্রস্বৰে চিঞৰিলে, "কুৎসিত কুলি ছোৱালীৰ বুকুত পৰি থাক গৈ।" কথাৰ লগে লগে, মেজৰ মদৰ বটলটো নৰেশ্বৰৰ মূৰলৈ টোঁৱাই দলিয়ালে। কিবা দুর্ঘটনাৰ সম্ভাৱনাত নৰেশ্বৰে আগতেই মূৰটো তললৈ নমাইছিল। দুৱাৰত লাগি মদৰ বটল ঠন্-ঠনাই চিটিকি পৰিল, চিটিকি পৰা মদে নৰেশ্বৰৰ গা-মূৰ সুগন্ধি কৰি দিলে।

জীৱনৰ বিচিত্ৰ অভিজ্ঞতা যৌৱন-প্ৰাপ্ত নৌহওঁতেই অযাচিতভাৱে নৰেশ্বৰে লাভ কৰিছে। কিমান চৰিত্ৰৰ তিৰোতা সি নেদেখিলে? সকলো তিৰোতা—বগা ক'লা মুগা —দেখাত স্বতন্ত্ৰ। এজনীৰ লগত অন্য জনীৰ চেহেৰা-পাতিৰ মিল নাই। ৰাতিৰ এন্ধাৰত সকলো মেকুৰীকে ক'লা দেখাৰ দৰে প্ৰেমতপৰা সকলো নাৰীৰে অন্তৰ একে পদাৰ্থেৰে নিৰ্ম্মিত। ভালপোৱা, প্ৰেম নিৱেদনৰো যে কত কলা-কৌশল! দুখ-অপমানত জৰ্জ্জৰিত হৈ নৰেশ্বৰে নিমিষ চিন্তা কৰিলে—সেই দুৰ্য্যোগত তাৰ কি কৰ্ত্তব্য। অকস্মাতে তাৰ সমাধান চিৰপৰিচিত মুখ এখনিয়ে কৰি দিলে। ঘৃণা-বিৰক্তিয়ে আন্ধাৰ কৰা মুখখন নেদেখা জনৰ পৰশত উজ্জ্বল হল। মিলাৰৰ কোঠাটোত সোমাই, তাৰ বিছনাত পৰি থকা দুই-চাৰি পদ বস্তু তুলি লৈ সি সমুখৰ গেটটোয়েদি বাটলৈ ওলাল। হিন্দুস্থানী পহৰাৱালাই "কোন হ্যায়" বুলি মুখলৈ টৰ্চ্চ মাৰি মুখখন চিনি পাই কলে, "নৰেশ্বৰ, এ ৰাত মে তুম কাঁহা যাও?"

"বতাহ লবলৈ।" অন্যমনস্কভাৱে কথাষাৰ কৈ নৰেশ্বৰ গুচি গল। ইমানপৰ নৰেশ্বৰৰ উশাহ-নিশাহ বন্ধ হৈ আছিল, বাহিৰৰ মুকলি চেঁচা বতাহত নৰেশ্বৰে বাধাহীনভাৱে উশাহ লব পাৰিলে।

"নৰেশ্বৰ তুম্ ভি চাৰাপ পিনে লাগা।" নৰেশ্বৰৰ গাৰপৰা ওলোৱা মদৰ গোন্ধ নাকত লগাত চকীদাৰে হতাশভাৱে আকৌ কলে, "বাগিছাকা এইচেহি হাল হুেয়, ইচকা হাওয়াসে

চাহাব-মেম, বাবু-কুলি সব ভি মাতাল হো যাতা।" পহৰাৱালাই নিজৰ মুখতে ভোৰ-ভোৰাই পায়চাৰি আৰম্ভ কৰিলে।

হাঁহি-ধেমালিৰ উৎস, যৌৱনৰ ক্রীড়াভূমি সেউজী বাগিছাৰ ওপৰত মাজৰাতিৰ নিশাই মৌনতাৰ ভাৱবীয়া চন্দ্ৰতাপ তৰি দিছিল। মৃত্যুৰ দৰে ভয়ঙ্কৰ নিশাৰ অন্ধকাৰৰ মাজেদি নতুন পোহৰৰ সন্ধানত নৰেশ্বৰে নিশব্দ যাত্ৰা কৰিলে। তাৰ অভিক্রমণত মৰ্ম্মৰ ধ্বনিৰে সংকেত জনাবলৈ বাটত শুকান পাত এখিলাও পৰি থকা নাছিল। টোপনি-কাতৰ আলিটো সাৰ-সুৰ নোহোৱাকৈ চাহ বাগিছাৰ মাজতে দীঘলদি শুই আছিল। চাৰিওপিনে গভীৰ নিদ্ৰাৰ অন্ধকাৰ, মূৰ্চ্ছিতা নাৰীৰ নীৰৱতা। সেই নিসঙ্গ নীৰৱতাৰ মাজত সাৰ পাই আছিল মাত্র জোনজনী—নৰেশ্বৰক চনিয়াৰ পথৰ সংকেত দিবলৈ।

---